# HISTORY OF ASSAM

( ILLUSTRATED )

*For use of the Upper Primary, Middle and High Schools of Assam Proper.*

BY

THE HON'BLE

**Sreejut Padmanath Borooah.**

*Literary Pensioner, Editor of the "Usha" and the Banti," Examiner of the Calcutta University, Member of the Assam Legislative Council &c. &c.*

TENTH EDITION.

# আসামৰ বুৰঞ্জী ।

( সচিত্ৰ )

উচ্চ প্ৰাইমাৰি, মজলীয়া আৰু হাইস্কুলবোৰৰ ব্যৱহাৰৰ অৰ্থে,

"বন্তি" আৰু "উষাৰ" সম্পাদক, কলিকতা বিশ্ববিদ্যালয়ৰ

পৰীক্ষক, আসাম লেজিচ্‌লেটীভ কাউন্সিলৰ মেম্বৰ,

সাহিত্যিক পেঞ্চনভোগী

**অনাৰেবল শ্ৰীযুত পদ্মনাথ বৰুৱা প্ৰণীত ।**

১০ম, তাঙ্কৰণ ।

তেজপুৰ, লীলা-এজেঞ্চিৰপৰা প্ৰকাশিত ।

আহোণ, ১৮৩৫ শক ।

বেচ ৵৹ তিনি সিকি মাথোন ।



*The Honourable Sreejut Padmanath Gohain Borooah,*

SPECIAL LITERARY PENSIONER, ASSAM.

# Preface.

It is some time since, my friends at Tezpur and North Lakhimpur, urged upon me the desirableness of making an abridgment of the History of Assam, such as might prove useful as a reading book in our schools. Following their suggestions and realising from my own experience as a teacher, that the results of study of History in our Primary and Middle schools are far from being satisfactory and that the young pupils neither receive any distinct impression nor acquire a love for study of history that will lead them in after years to pursue the subject further, from the present standard entitled "Assam Buranjee" by the late Rai Goonabhiram Borooah Bahadoor, I have endeavoured to embody in this little book, entitled the "Assamar Buranjee," almost all the historical accounts of Assam in a systematic order and abridged form, easy for the compehension of the young readers of tender age.

It is up to time not practicable to collect all the necessary informations for compilation of an abridgment of the History of Assam from one reliable source alone. Hence, I had had to consult good many works, essays, journals, Bangsavalies, copper plates, inscriptions &c. and to extract truths from some reliable traditions, for which I heartily thank their respective owners. Here I also embrace the opportunity to thank Mr. E. A. Gait, I.C.S., for his devoting a good deal of valuable time after the Historical Researches of Assam, during his meritorious services in this Province.

In conclusion, I am to admit that the very preface makes no pretence of its completeness in those few pages of the booklet. But I hope to increase its usefulness in time if it can earn the favour and encouragement from the well-wishers of the Assamese language and the authorities of the Education Department in its first edition.

North Lakhimpur,
July 12th, 1899.

PADMANATH BOROOAH.

## SECOND EDITION.

Following the valuable suggestions of the Text Book Committee and some educationists at Sibsagar, Jorhat, Golaghat, Tezpur, Gauhati and Shillong, I have endeavoured, in the Second Edition of this little book, entitled "Assamar Buranjee" to make some important additions here and there, with the help of some more authenticated Copper plates, Inscriptions, Puthis, Bongsavalis, Traditions and some valuable works by some eminent writers. This will, I hope, increase, to some extent the usefulness of the book and will enable it to draw favour and sympathy from public and the authorities. I have had also to pay careful attention as to the well get-up of the book in correct spelling and better printing in its present edition and remove all other objectionable points that were found in the first edition.

Tezpur,<br>July 2nd, 1903. } AUTHOR.

---

## THIRD EDITION.

The Book has once more been revised in the present edition and some necessary additions and alterations were made to increase its usefulness.

Tezpur,<br>March 1st, 1905, } AUTHOR.

---

## FOURTH EDITITION.

The text has been carefully revised and the subjects more progressively arranged with some new heads and chapters, and necessary additions and alterations throughout.

Tezpur, July 1st, 1905. } AUTHOR.

---

## FIFTH EDITION.

In this edition no new additions or alterations have been made, but it is simply a reprint of the fourth edition.

Tezpur, January, 1906. } AUTHOR.

---

## SIXTH EDITION.

Considerable important additions have been made in this edition to make the work more authenticated and to increase its usefulness as a text, consequently the price has been raised to ten annas.

Tezpur, February 15th, 1907. } AUTHOR.

---

## SEVENTH EDITION.

In this seventh edition a few changes have been made in the arrangement of the subject matter, with an addition of two new headings on Assamese Language and Tea Industry in Assam, suggested by some expert opinions and with invaluable help from Mr. E. A. Gait's History of Assam. For the likeness of Raja Gadadhar Sinha, the author is indebted to his friend, Sreejut Hemchandra Goswami who was pleased to supply him with the same out of his many such rare and valuable collections for compilation of a History of the Assamese People under preparation. This would, the author hopes, greatly increase the usefulness of the text as a class-book in schools. As this edition has been illustrated, the price is raised to twelve annas.

Tezpur,
August 1st, 1907.

AUTHOR.

---

## EIGHTH EDITION.

No new additions and alterations of the subject matter have been made in this edition, except an improvement in the size and form of the book and an addition of some new illustrations.

Tezpur,
July, 1908.

AUTHOR.

## NINTH EDITION.

A few additions and alterations have been made in this edition to increase the usefulness of the Text, and to make it more authenticated and up-to-date. The best thanks of the author are due to Sreejuts Sarveswar Boruwa B.A. and Suryya Kumar Bhuyan for their kind assistance in getting this edition printed at Calcutta.

Tezpur,
March, 1912.

AUTHOR.

## TENTH EDITION.

A new chapter and a few additions have been made in this edition with a view to bring the Text up-to-date.

Tezpur, September 1913. } AUTHOR.

---

## OPINIONS.

I have the pleasure to say that I know Sreejut Padmanath Barua to be an author of Assamese books of no mean order. Many of his books are used as text books in the schools. His "Assam Buranji" is a book which, in my opinion, is well suited for the use of schools. Padmanath Barua writes in pure Assamese and does not over-Sanskritize or introduce Bengalee words unnecessarily. Padmanath Barua belongs to the well-known Ahom family of Maran-Barua. He is in my opinion a rising young man and real friend to his countrymen and their language.

(Sd.) P. R. T. GURDON

TEZPUR, ASSAM. 21st. September, 1904. } *'Editor of 'Hemakosh', Deputy Commissioner of Khasi and Jayantia, and Superintendent of Ethnography in Assam and at present Commissioner of the Assam valley Districts.*

---

I have thoroughly gone through the History of Assam by Sreejut Padmanath Borooah, while in Mss. In my opinion it is a very useful lilttle book giving as it does in a concise form, all the material and authenticated information relating to Assam. Every person who cares to know something of the History of Assam ought to possess a copy of it. In fact I have not yet seen such a little but very useful History of Assam.

SIBSAGAR 22-6-01 } (Sd). PHANIDHAR CHALIHA. *E. A. C. Sibsagar.*

মান্যবৰ শ্ৰীযুত পদ্মনাথ বৰুৱা ডাঙ্গৰীয়াৰ
সমীপলৈ।

সবিনয় নিবেদন,

আপোনাৰ "আসামৰ সংক্ষিপ্ত বুৰঞ্জী" নামেৰে হাতে লিখা পুথি খনি আদিৰপৰা অন্তলৈকে মন দি চাই বৰ ৰং পালোঁ। এনে এখনি বুৰঞ্জীৰ অভাৱ আমি ভালেমান দিনৰপৰা বুজি আহিছিলোঁ। এতিয়া আপোনাৰ দ্বাৰা সেই অভাৱ গুচাত অন্তৰে সৈতে আপোনাৰ শলাগ লৈছোঁ। এই পুথিৰপৰা যে লৰাবিলাকে লাগতিয়াল ঐতিহাসিক কথাবিলাক সহজে জানি উঠিব পাৰিব তাক কবৰ সকাম নাই। বুৰঞ্জীখনিৰ লিখা প্ৰণালী যে অতি বিতোপন হৈছে, তাক মই মুক্তকণ্ঠে কওঁ। আশা কৰোঁ, স্কুলৰ গৰাকীসকলে প্ৰাইমাৰি, গুৰুশ্ৰেণী আৰু মজলীয়া থাপৰ দেশী ভাষাৰ স্কুলবোৰত তাক চলাই আপোনাৰ পৰিশ্ৰমৰ গুটী ধৰাব। ইতি।

আপোনাৰ

২৬ পুহ, ১৮২০ শক, উত্তৰ লক্ষীমপুৰ মাইনৰ স্কুল।

(স্বাক্ষৰ) শ্ৰীপাণীন্দ্ৰনাথ গগৈ
হেড্ পণ্ডিত।

# উছৰ্গা।

এই বুৰঞ্জীৰ ঘনাই বুজলওঁতা
পূজনীয় ভিনিহিদেও ৺ শ্ৰীযুত
**কৃষ্ণানন্দ বুঢ়াগোহাঁই**
ডাঙ্গৰীয়াৰ পৱিত্ৰ নামত
ইয়াক ভক্তিৰে সৈতে
উছৰ্গা কৰা হল।

গ্ৰন্থকাৰ।

# সূচী।

## ১। খণ্ড।



## ২। খণ্ড।



## ৩। খণ্ড।

## ৪। খণ্ড।



## ৫। খণ্ড।

# ছবিৰ সূচী।





সম্ৰাট পঞ্চম জৰ্জ্জ্ আৰু সম্ৰাজ্ঞী মেৰী ।

# আসামৰ বুৰঞ্জী।

( সচিত্র )

## ১। খণ্ড।

---

### আৰম্ভণ।

উত্তৰে ভোটান, অঁকা, ডফলা, মিৰি আপাটাঙ্গা, আবৰ, মিছিমি জাতি বাসকৰা হিমালয়ৰ নামনি পৰ্ব্বতৰ শাৰী; পূবে মিছিমি, খাম্তী, চিংফৌ, পাটকাই পৰ্ব্বত, স্বাধীন নগা-পাহাৰ, আৰু বৰ্ম্মাদেশৰ সীমা; দক্ষিণে চট্টগ্রামৰ পৰ্ব্বতীয়া ভাগ, ত্রিপুৰা পাহাৰ; পছিমে ত্রিপুৰা, মৈমনসিং, ৰংপুৰ, কোচবিহাৰ আৰু জলপাইগুৰি; এই চতুঃসীমাৰ মাজৰ ঠাইকে আসাম প্রদেশ বোলে। এই প্রদেশ ঘাইকৈ তিনি ভাগে বিভক্ত; যেনে, ব্রহ্মপুত্র উপত্যকা, চুৰমা উপত্যকা আৰু পৰ্ব্বতীয়া বিভাগ। ব্রহ্মপুত্রৰ উত্তৰ আৰু দক্ষিণ পাৰৰ লক্ষীম্পুৰ, শিৱসাগৰ, নগাওঁ, দৰং, কামৰূপ আৰু গুৱালপাৰ এই ছখন জিলাৰে সৈতে ব্রহ্মপুত্র উপত্যকা; কাছাৰ আৰু ছিলট জিলাৰে সৈতে চুৰমা উপত্যকা; আৰু নগা-পাহাৰ, খাচীয়া আৰু জয়ন্তীয়া-পাহাৰ, গাৰো-পাহাৰ, উত্তৰ লুচাই আৰু দক্ষিণ লুচাই-পাহাৰ এই চাৰিখন জিলাৰে সৈতে পৰ্ব্বতীয়া বিভাগ হৈছে। দেশী ৰজাৰ ৰাজ্য মণিপুৰ আগৰেপৰা আসামৰ অন্তৰ্গত আৰু লুচাই আধুনিক চামিল হোৱা ঠাই। আসাম প্রদেশৰ মাটিকালি ৬১৪৭১ বৰ্গ-মাইল। ব্রহ্মপুত্র উপত্যকা আকৌ তিনি ভাগে বিভক্ত; যেনে, উজনি

বা ওপৰ আসাম, মাজ আসাম আৰু নামনি আসাম। লক্ষীম্পুৰ আৰু শিৱসাগৰ জিলা উজনি বা ওপৰ আসামত, নগাওঁ আৰু দৰং জিলা মাজ আসামত, কামৰূপ আৰু গুৱালপাৰ জিলা নামনি আসামত পৰিছে।

অতি পুৰণি কালত এই দেশৰ নাম "আসাম" নাছিল। ১২২৯ খ্রীষ্টাব্দত বৰ্ম্মাদেশৰ ভিতৰৰ ইৰাৱতী উপত্যকাৰ শ্যাম প্রদেশৰ টাই জাতীয় "অসম" বা "অহম" বংশৰ ৰজাই এই দেশত নিজৰ প্ৰভুত্ব বঢ়োৱাৰ পাচৰপৰা হে সিবিলাকৰ নাম অনুসৰি এই দেশৰ নাম 'অসম' হল; আৰু বৃটিচ শাসনৰ তললৈ অহাৰ পাচৰপৰা ইয়াক 'আসাম' বোলা হৈছে। অতি পুৰণি কালত শদিয়াৰ ওচৰত দিকৰবাসিনী বা দিকৰাই নৈৰপৰা বঙ্গদেশৰ অন্তৰ্গত ৰংপুৰ জিলাৰ ওচৰৰ কৰতোৱা নৈলৈকে গোটেই আসাম উপত্যকাখণ্ডৰ নাম কামৰূপ আছিল। তেতিয়া সমুদায় কামৰূপ কামপীঠ, ৰত্নপীঠ, স্বৰ্ণপীঠ, আৰু সৌমাৰপীঠ নামে চাৰি ভাগে বিভক্ত আছিল; যেনে,—কৰতোৱা নৈৰপৰা সুবৰ্ণৰেখা বা সোণকোষ নৈলৈকে কামপীঠ, সুবৰ্ণৰেখা নৈৰপৰা ৰূপহী নৈলৈকে ৰত্নপীঠ, ৰূপহী নৈৰপৰা ভৈৰবী বা ভৰলী নৈলৈকে স্বৰ্ণপীঠ, আৰু ভৈৰবী নৈৰপৰা দিকৰাই নৈলৈকে সৌমাৰপীঠ বোলা হৈছিল।

অতি পুৰণি কালৰেপৰা কামৰূপ ৰাজ্য দানৱ, অসুৰ, কুমাৰ, পাল, খেন আদি বংশৰ ৰজাই শাসন কৰিছিল। তাৰ পাচে এই দেশত কছাৰি, কোচ, ছুটীয়া আৰু আহোম ৰজাই ভাগে ভাগে ৰাজত্ব কৰে; আৰু শেহত গোটেই কামৰূপত আহোম ৰজাৰ একাধিপত্য বিস্তাৰ হয়। সবশেহত ই বৃটিচ গৱৰ্ণমেণ্টৰ শাসনৰ তললৈ আহে। তলত এইবিলাক শাসনৰ সংক্ষিপ্ত বিবৰণ লিখা হব। আহোম ৰজাই ৬০০ বছৰৰ ওপৰকাল ৰাজত্ব কৰাৰ পাচত, বছৰচেৰেকৰ নিমিত্তে এই দেশ মান বা বৰ্ম্মা দেশৰ ৰজাৰ অধীনে শাসন কৰা হৈছিল। ১৮২৫ খ্রীষ্টাব্দত বৃটিচ গৱৰ্ণমেণ্টে মানক

ৰণত ঘটাই, খ্রীঃ ১৮২৭ শকৰ ফেব্রুৱাৰী মাহত ইয়ান্দাবু নামে ঠাইত যি সন্ধি কৰে, সেই সন্ধি অনুসৰি বৃটিচ গৱৰ্ণমেণ্টে এই দেশ নিজৰ শাসনৰ তললৈ আনি বঙ্গদেশৰ লগত চামিল কৰি ৰাখিছিল। পিচে, খ্রীঃ ১৮৭৪ শকত ইয়াক বঙ্গদেশৰপৰা বেলেগ কৰি এজনা চীফ কমিচনাৰৰ স্বকীয়া শাসনৰ তলত ৰখা হল; আৰু ইয়াৰ লগত চুৰমা উপত্যকা আৰু পৰ্ব্বতীয়া বিভাগ এই দুই খণ্ডকো চামিল কৰি ইয়াৰ আগৰ সীমাও ভালেমান গুণে বঢ়োৱা হল।

এৰি, মুগা, পাট, কপাহ, মেজাঙ্কৰি, ধান, মাহ, সৰিয়হ, চাহ, ধপাত, আফু, মৰাপাট, লা, বৰএঠা, লোণ, গান্ধকলায়, নাগমাটি, কয়লা, মজাঠি, জালুক, আলুগুটী, সুমথিৰাটেঙ্গা, মৌ-জোল, শিং, গঁড়খড়গ, হাতীদাঁত, বিবিধ মূল্যবান কাঠ ইত্যাদি আসামৰ ঘাই উৎপন্ন-বস্তু। সোৱণশিৰী নৈৰ ওপৰ ভাগত সোণগুৰি আৰু ব্রহ্মপুত্রৰ ঠায়ে ঠায়ে চূণশিল পোৱা যায়। লক্ষীমপুৰ জিলাৰ অন্তৰ্গত মাৰ্ঘেৰীতাৰ ওচৰত বছৰচেৰেকৰ আগতে নতুনকৈ কেৰোচিন তেলৰ দৰে ‘পেট্রোলিয়ম’ নামে এটা তেলৰ পুং ওলাইছে; তাৰ তেল এতিয়া কেৰোচিনৰ দৰে ব্যৱহাৰত আহিছে। ১৮৬০ খ্রীষ্টাব্দত গৱৰ্ণমেণ্টৰ আদেশ অনুসৰি ৰহিত হোৱাৰ আগেয়ে, আসামত আফুৰ খেতিটোও বৰ বলী আছিল।

আসামত অতি পুৰণি কালৰেপৰা হিন্দু আৰু বৌদ্ধধৰ্ম্মী মানুহৰ বসতি আছিল। পিচে, মছলমানে আসাম দেশ আক্রমণ কৰাৰ পাচৰপৰা ইয়াত মছলমান, আৰু বৃটিচ গৱৰ্ণমেণ্টৰ আগমনৰ পাচৰপৰা খৃষ্টান ধৰ্ম্মী মানুহৰ বসতি বাঢ়ে। বৰ্ত্তমান এই দেশত ঘাইকৈ হিন্দু, মছলমান, খ্রীষ্টান আৰু বৌদ্ধ এই তিনি ধৰ্ম্মৰ মানুহৰ বসতি আছে। ইয়াত বাজেও, আসামৰ দাঁতিয়ে-কাষৰে এই কেই ধৰ্ম্মৰ বাজ অনেক আৱৰী আৰু পৰ্ব্বতীয়া জাতিয়ে বাস কৰে।

## অসমীয়া জাত-বিভাগ।

**ব্ৰাহ্মণ বা বামুণ।**—অতি পুৰণি কালত আৰ্য্য জাতি কামৰূপলৈ অহাৰেপৰা এই দেশত ব্ৰাহ্মণ বা বামুণৰ বসতি আছে। ভীষ্মক ৰজাৰ দিনত কৌণ্ডিল বা শদিয়া অঞ্চলত ব্ৰাহ্মণৰ যাগ-যজ্ঞ, পূজা-সেৱা আদি চলাৰ কথা উল্লেখ আছে। নৰকাসুৰৰ ৰাজত্বৰ কালত স্থাপিত বশিষ্ঠ মুনিৰ আশ্ৰমৰ চিন কামৰূপত এতিয়াও আছে। কমতেশ্বৰ দুৰ্ল্লভ-নাৰায়ণৰ দিনত কান্যকুব্জৰপৰা সাতঘৰ কায়স্থ আৰু সাতঘৰ বামুণ কামৰূপলৈ আহিছিল। আহোম আৰু কোচ ৰজাৰ ৰাজত্বত বঙ্গদেশৰপৰাও কেইঘৰমান বামুণ অনোৱা হৈছিল। আৰু, কোচবংশী যুবৰাজ চিলাৰায়ে আহোম ৰাজ্য আক্ৰমণ কৰোঁতে, তেওঁৰ লগত ব্ৰাহ্মণবেশেৰে ৰণ কৰা কিছুমান দৰঙ্গী মানুহ সেই বেশেৰেই থাকি বামুণ হয়; ইবিলাকৰ বংশৰ নামত 'আল্' লগাই আন বামুণৰপৰা ইবিলাকক পৃথক্ কৰা হৈছিল। সামবেদী ব্ৰাহ্মণৰ সংখ্যা অসমত নিচেই তাকৰ; ইয়াত ঋক্ আৰু যজুৰ্ব্বেদী ব্ৰাহ্মণৰ সংখ্যাই সৰহ। যজন, যাজন, দান, অধ্যয়ন ইত্যাদিয়েই বামুণৰ মূল ব্যৱসায়।

**গোস্বামী বা গোসাঁই।**—যিবিলাক ধৰ্ম্মপ্ৰচাৰক ব্ৰাহ্মণে দীক্ষা-মন্ত্ৰাদি দান কৰি শিষ্য প্ৰৱৰ্ত্তায়, সিবিলাকক গোস্বামী বা গোসাঁই বোলা যায়। ইবিলাকৰ বৃত্তি অতি পুৰণি কালৰেপৰা অসমত চলি আহিছে। তথাপি, মহাৰাজ ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনৰপৰাহে ইবিলাকৰ প্ৰতিপত্তি বাঢ়ি আহিল। অসমত বৰ্ত্তমান ইবিলাকৰ সৰু-বৰ অনেক সত্ৰ আছে। সংসাৰী গোসাঁইসকলৰ সন্তানাদিৰে সৈতে গোসাঁইশ্ৰেণী পৃথক্‌কৈ গঠিত হৈছে।

**অহম বা আহোম।**—ইবিলাক অসমৰ ৰাজবংশী টাই জাতীয় মানুহ। আদিতে ইবিলাক বৰ্ম্মাদেশৰ অন্তৰ্গত ইৰাৱতী উপত্যকাৰ

শ্যাম প্ৰদেশৰপৰা আহিছিল। তেতিয়া ইবিলাক বৌদ্ধধৰমী আছিল। ইবিলাকৰ সবিশেষ বিবৰণ পাচত বহলাই দিয়া গৈছে। জয়ধ্বজসিংহ স্বৰ্গদেৱৰ দিনত, ১৬৫৫ খ্ৰীষ্টাব্দৰপৰা অহমসকলে হিন্দুধৰ্ম্ম গ্ৰহণ কৰে; আৰু মহাৰাজ ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনৰপৰা আহোমসকল উচ্চ শ্ৰেণীৰ হিন্দু জাতি ৰূপে পৰিগণিত হৈছে।

বৈশ্য।—এই জাতি অসমত আৰ্য্যবসতিৰ আৰম্ভণৰেপৰা আছে। ইবিলাক হিন্দু শাস্ত্ৰীয় প্ৰধান চাৰি জাতিৰ তৃতীয় জাতি। উত্তৰ গুৱা-হাটী আৰু বৰপেটাত এই জাতীয় অসমীয়া মানুহ অদ্যাপি আছে। বৰ্ত্ত-মান অৱস্থাৰ ফেৰত সিবিলাকে আগৰ বাণিজ্য-ব্যৱসায় এৰি এতিয়া খেতি-পথাৰত ধৰিছে।

মহন্ত বা মহাজন।—মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱে বৈষ্ণৱ ধৰ্ম্ম প্ৰৱৰ্ত্তন কৰাৰ লগে-লগে অসমত কায়স্থ শূদ্ৰিৰসকলৰ ভিত-ৰতো এবিধ ধৰ্ম্মপ্ৰচাৰকৰ সৃষ্টি হয়। ইবিলাকক মহন্ত বা মহাজন বোলা যায়। এই মহন্তসকলৰো সত্ৰ আৰু শিষ্য আছে; আৰু অৱস্থা বুজি, ইবিলাকৰ কোনো-কোনোৱে গোসাঁইসকলৰ সম্মান পায়।

কায়স্থ বা কাইথ।—ইবিলাক উত্তম শ্ৰেণীৰ শূদ্ৰ। কায়স্থ সকলে নিজে নাঙ্গল ধৰি কৃষি ব্যৱসায় নকৰে। ইবিলাক আদিতে ব্ৰাহ্মণৰ লগে লগে অসমলৈ অহা বুলি জনা যায়। কিন্তু, কেইঘৰমান কায়স্থ পৃথকেও আহে। মহাৰাজ গদাধৰসিংহ আৰু ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনতো কেইঘৰমান কায়স্থ অসমলৈ আহিছিল।

গণক বা দৈবজ্ঞ।—এই জাতি বহুকালৰ আগেয়ে অসমলৈ আহে। ইবিলাকো বামুণৰ সদৃশ উপবিত্ৰধাৰী। বামুণৰ দৰেই ইবি-লাকে সন্ধ্যা-পূজা আদিও কৰে। জ্যোতিষ গণনাই গণক বা দৈবজ্ঞসকলৰ মাই ব্যৱসায়।

আহোম ৰজাৰ তলে কেইবাজনো ৰজা আছিল।

**কলিতা।**—ইবিলাক অসমৰ এবিধ আদিবাসী। অসমত কলিতাৰ ৰজা আছিল; আৰু ক্ষত্রিয় কুলৰপৰা নমাৰ কাৰণে ইবিলাকক কলিতা ( কুল-লুপ্ত ) বোলা হয়। ৰৰকলিতা আৰু সৰুকলিতা বুলি এই জাতৰ দুভাগ আছে; দুয়ো বিভাগে নাঙ্গল ধৰি কৃষি কৰে।

**কেওট।**—এই জাতি অসমত আদিৰেপৰা আছে। ভাটীৰ ফালে কেওটক কৈবৰ্ত্ত নামে জনা যায়। তাত হালোৱা কৈবৰ্ত্ত আৰু জালোৱা-কৈবৰ্ত্ত নামে এই জাতি দুবিধ। হালোৱা ভাগৰ ব্যৱসায় কৃষি, আৰু জালোৱা বিভাগে মাছ ধৰা আৰু বেছা বৃত্তিও ধৰে; কিন্তু সেই বুলি সিবিলাক নদিয়ালৰ শ্রেণীভুক্ত নহয়। অসমত কেওট জাতি কলিতাৰ শাৰীত বা তাৰ অলপ নামতে গণনীয়।

**কোচ।**—ইবিলাক কামৰূপৰ আদিবাসী ৰাজবংশী মানুহ। কামৰূপত মেছ বা কছাৰিৰপৰা হিন্দুৰ সংসৰ্গত এই জাতিৰ উৎপত্তি। ইবিলাক আজিকালি ভাল শূদিৰ শ্রেণীৰ ভুক্ত আৰু কেওট-কলিতাৰ শাৰীত গণনীয়। সৰুকোচ আৰু বৰকোচ নামে এই জাতিৰ দুভাগ আছে।

**ছুটীয়া।**—ইবিলাক উজনিৰ ৰাজবংশী মানুহ, আৰু সৌমাৰৰ এজাতি আদিবাসী। ইবিলাকে হিন্দুধৰ্ম্ম গ্রহণ কৰাৰপৰা কোচ-কেওটৰ অলপ নামত গণনীয় হৈছে। হিন্দু-ছুটীয়া, আহোম-ছুটীয়া আৰু মিৰি-ছুটীয়া নামে এই জাতিৰ তিনি ভাগ আছে। মিৰি-ছুটীয়াবিলাক এতিয়াও পাহাৰী জাতিৰ আচাৰ-ব্যৱহাৰতে আছে।

**মছলমান বা গৰীয়া আৰু মৰীয়া।**—খ্রীঃ ১২০৪ চনত গৌৰদেশৰপৰা মহম্মদ গোৰীৰ ৰণুৱা হৈ ইবিলাক অসমলৈ আহিছিল। সেই বাবেই ইবিলাকক গৰীয়া বোলে। ইবিলাক মছলমান ধৰমী

মানুহ। আকৌ, খ্রীঃ ১৫৩২ চনত মছলমানে অসম আক্রমণ কৰোঁতে কিছুমান সৈন্য ইয়াত বন্দী হৈ যায়। ইহঁতে পাচলৈ কাঁহ-পিতলৰ সঁজুলি সাজি জীবিকা আৰ্জ্জিবলৈ ধৰিলে। ইহঁতকে মৰীয়া বোলে। ইহঁতৰ আচাৰ-ব্যৱহাৰ আৰু ধৰ্ম্ম মছলমানৰ সদৃশ।

এইবিলাকত বাজেও নট, নাপীত, পটীয়া, কমাৰ, কুমাৰ, ধোবা, হাৰি, সুত, শালৈ, কাটনী, যুগী, নদিয়াল, বৃত্তিয়াল, ছুঁৰী, চণ্ডাল, প্রভৃতি জাতৰ মানুহ অসমত বৰ্ত্তমান আছে। ইবিলাকৰ নিজ নিজ বৃত্তি অনুসৰি জাতৰ নাম হৈছে; কিন্তু আচাৰ-ব্যৱহাৰত ইবিলাকৰ কোনো কোনো জাতি উচ্চ শ্রেণীৰ শূদ্ৰিৰ জাতিৰ লগত পৰে। ইয়াৰ উপৰিও, লালুং, কছাৰি, বৰাহী, মটক, মিৰি, মিকিৰ প্রভৃতি পাহাৰী আদিজাতি অসমত পূৰ্ব্বৰে পৰা বাস কৰি আছে।

---

## অসমীয়া ভাষা।

অসমীয়া ভাষাৰ "অসমীয়া" নাম আধুনিক। বৰ্ত্তমান অসম বা আসামবাসীবিলাকৰ ভাষা বুলি হে আজিকালি এই ভাষাৰ নাম অসমীয়া হৈছে। কিন্তু আদিতে এই দেশৰ নাম "কামৰূপ" হে আছিল; গতিকে অসমীয়া ভাষাৰ পৌৰাণিক নাম কামৰূপীয়া ভাষা বুলিলে হে যুক্তিৰ ওচৰ চাপে। তথাপি, এই ভাষাৰ ওপৰত অসমীয়া নামৰ অধিকাৰ নিচেই ওপকৰা বুলিব নোৱাৰি। কামৰূপৰ সোমাৰ খণ্ডৰপৰা আৰম্ভ কৰি, অহম বা আহোমসকলে এই দেশত অসম প্ৰতাপেৰে ৰাজত্ব বিস্তাৰ কৰাৰ পাচৰপৰা যেতিয়া সিবিলাকৰ নামানুসাৰে গোটেই দেশ, অৰ্থাৎ সমস্ত কামৰূপৰ নাম 'অসম' হল, তেতিয়াৰপৰাই এই দেশবাসীৰ ভাষাও অসমীয়া নামে অভিহিত হৈছে।

## অসমীয়া ভাষাৰ "অসমীয়া" নাম আধুনিক।

যদ্যপি "অসম" বা "অহম" বা "আহোম"ৰপৰা অসম বা আসাম দেশৰ নাম হৈছে, তথাপি অসমীয়া ভাষা অহম বা আহোম ভাষা নহয়; আহোম ভাষা অসমীয়া ভাষাৰপৰা সম্পূৰ্ণে বেলেগ,—আহোম ভাষাত লিখা বুৰঞ্জী আৰু ধৰ্ম্ম-পুথিবিলাকে এতিয়াও তাৰ প্ৰমাণ জিলিকাই ৰাখিছে। কিন্তু দুখৰ কথা, আজিকালি আহোম ভাষা জনা মানুহৰ অভাৱত সেই অমূল্য ৰত্ন স্বৰূপ বুৰঞ্জীবিলাক আন্ধাৰতে ভেঁকুৰিছে! আহোম ৰাজবংশী মানুহৰ সংখ্যা নিচেই তাকৰ আছিল, গতিকে সিবিলাকে দেশ শাসনৰ সুবিধাৰ্থে ৰাজকীয় কৰ্য্যাদিত ৰাজভাষা নলগাই প্ৰজাৰ ভাষা ব্যৱহাৰ কৰিছিল; বুৰঞ্জী আৰু ধৰ্ম্মপুথিত মাথোন আহোম ভাষাৰ ব্যৱহাৰ ৰাখিছিল।

অসমীয়া ভাষা অতি পুৰণিকলীয়া ভাষা, আৰু ইয়াৰ মূল সংস্কৃত। এতিয়াৰ অসম বা আগৰ কামৰূপত আৰ্য্যবসতি স্থাপিত হোৱাৰ দিনৰেপৰা অসমীয়া ভাষাৰ সৃষ্টি ধৰিব লাগে। অতি পুৰণি কালত গোটেই আৰ্য্যাবৰ্ত্তত সংস্কৃতৰপৰা প্ৰাকৃত ভাষা ওলায়, পাচত, সেই ভাষাৰপৰা হিন্দীকে আদি কৰি ভালেমান ভাৰতীয় ভাষাৰ সৃষ্টি হয়; পুৰণি অসমীয়া ভাষাও তাৰে এটা ঠাল আছিল। পাচলৈ হিন্দী, কাশ্মীৰী, ব্ৰজাৱলী, আহোম আৰু আসামৰ আদিবাসীবিলাকৰ ভাষাৰ শব্দাদি তাৰ লগত মিহলি হোৱাত, সি এতিয়াৰ অৱস্থা পাইছে। তথাপি, এতিয়াও ইয়াত শতকৰা ৬৩ টাকৈ সংস্কৃতমূলক শব্দ ৰৈছে। অসমীয়া ভাষাত থকা সংস্কৃত শব্দৰ মিল হিন্দী আৰু কাশ্মীৰী ভাষাৰ সংস্কৃত শব্দৰ লগত বেচি, আৰু বঙ্গভাষাৰ জন্মৰ বহুকালৰ পূৰ্ব্বেই অসমীয়া ভাষাৰ সৃষ্টি হয়। ভাষাৰ ভিতৰুৱা মিল থকাৰ উপৰিও, বুৰঞ্জী লিখাৰ ৰীতি লৈ অসম আৰু কাশ্মীৰৰ বাহিৰা মিলো অধিক। এই পাকত অসমৰ আৰ্য্যবসতি পঞ্জাৱৰে সৈতে সমসাময়িক বুলিব

পাৰি। আৰু, এই সম্পৰ্কত ভাৰতবৰ্ষৰ চেঞ্চচৰ কমিচনাৰ আৰু ভাষাবিদ্ পণ্ডিত মিষ্টাৰ বৰ্ণৰ ( Mr. Burn ) অনুমান মতে, আৰ্য্য জাতিৰ ভাৰতবৰ্ষলৈ অহা ঠালৰ মানুহ দুভাগ হৈ, পছিম কোনে খাইবাৰ দুৱাৰ আৰু পূব কোনে পাটকাই দুৱাৰেদি একে সময়তে ভাৰতবৰ্ষত সোমোৱাটো যুক্তিযুক্ত যেন লাগে। তেনেহলে, অসমত আৰ্য্যবসতি নিচেই আদিৰেপৰা হৈছে, আৰু অসমীয়া ভাষাও কাশ্মীৰী, গুজৰাটী, হিন্দী প্ৰভৃতি ভাষাৰে সৈতে সমান বয়সীয়া ভাষা।

অসমীয়া ভাষাৰ জীৱনকাল ঘাইকৈ তিনি ছোৱাত ভগাব পাৰি ;— যেনে, (১) নিচেই আদিৰেপৰা শঙ্কৰদেৱৰ জন্মলৈকে ; (২) শঙ্কৰদেৱৰ দিনৰপৰা বৃটিচ গৱৰ্ণমেণ্টৰ আগমনলৈকে ; (৩) বৃটিচ শাসনৰ আৰম্ভণৰপৰা বৰ্ত্তমানলৈকে। আদিছোৱাৰ বিষয়ে বহুল বৰ্ণনা পাবলৈ টান। সেই ছোৱাৰ লিখিত বৰ্ণনাও দুষ্প্ৰাপ্য। তথাপি, সেই ছোৱাত পুৰণি কামৰূপত এই ভাষাৰ যে বিশেষ প্ৰতিপত্তি আছিল তাত সন্দেহ নাই। মাজছোৱাকেই অসমীয়া ভাষাৰ বৰ উন্নত অৱস্থা বুলিব লাগে। সেই সময়ত ক্ষণজন্মা মহাপুৰুষ শঙ্কৰদেৱ, আৰু তেওঁৰ শিষ্য আৰু সমনীয়া প্ৰতিভাশালী মহাপুৰুষ মাধৱদেৱ, আৰু কবিবৰ অনন্তকন্দলি, পুৰুষোত্তম ঠাকুৰ প্ৰমুখ্যে কেইবাজনো সুলিখাৰুৰ সাৰুৱা কাপৰপৰা অসমীয়া ভাষাৰ আশাতীত শ্ৰীবৃদ্ধি হয়। প্ৰকৃতপক্ষে এই ছোৱাত হে অসমীয়া ভাষাই প্ৰকৃত জীৱন লাভ কৰে। তৃতীয় বা শেহছোৱাত (এতিয়ালৈকে) অশেষ বাধা-বিঘিনি সহিব লগা হোৱাত অসমীয়া ভাষাই ভালকৈ গা কৰিব পৰা নাই। বৃটিচ শাসনৰ আৰম্ভণৰপৰা পোনতে দহ বছৰমানলৈ অসমীয়া ভাষা আসামৰ আদালত আৰু পঢ়াশালিবিলাকত চলিছিল। কিন্তু, তাৰ পাচত কিছুমান আসাম-প্ৰবাসী বঙ্গালী ৰাজকৰ্ম্মচাৰীৰ স্বাৰ্থপৰ কুনীত পৰি, গৱৰ্ণমেণ্টে অসমীয়া

ভাষাক বঙ্গলাৰ অপভ্ৰংশ ভাবি ইয়াৰ চৰ্চ্চা এৰি পেলাইছিল। ৰজাঘৰত অনাদৃত হৈ অসমীয়া ভাষাৰ শ্ৰী বাঢ়িব নোৱাৰি সেইথিনিতে ঠিহিৰা মাৰি ৰল। পিচে, ৺ আনন্দৰাম ঢেঁকিয়াল ফুকন, ৺ হেমচন্দ্ৰ বৰুৱা, ৺ গুণাভিৰাম বৰুৱা প্ৰভৃতি অসমৰ সুপুত্ৰসকল আৰু পৰোপকাৰী পাদ্ৰীসকলৰ অহো পুৰুষাৰ্থৰ ফলে, বঙ্গ আৰু আসাম দেশৰ ছুৱলীয়া লাট চাৰ জৰ্জ্জ কেম্বেল চাহাৰ বাহাদুৰে সেই ভুল-বুজনীৰ অৰ্থ বুজিব পাৰি, খ্ৰীঃ ১৮৭১ চনৰপৰা অসমীয়া ভাষাক আকৌ আসামৰ আদালত আৰু পঢ়াশালি বিলাকত ঠাই দিলে। সেই অনুগ্ৰহৰ বলতে অসমীয়া ভাষাই পুনশ্চ ঠন ধৰি উঠিল, আৰু পূৰ্ব্ববঙ্গ আৰু আসামৰ ভূতপূৰ্ব্ব ছুৱলীয়া লাট চাৰ বেম্ফিল্ড ফুলাৰ চাহাৰ বাহাদুৰৰ অনুগ্ৰহৰ ফলে, ১৯০৪ খ্ৰীষ্টাব্দৰপৰা অসমীয়া ভাষাই কলিকতা বিশ্ববিদ্যালয়ত ঠাই পাই এতিয়া সি এফ্-এ, আৰু বি-এ মহলালৈকে পাঠ্য নিৰ্ব্বাচিত হৈছে। বিশেষ, ১৮৭১ খ্ৰীষ্টাব্দৰেপৰা ৰাজ-অনুগ্ৰহ আৰু অসমীয়া সাহিত্য-সেৱক-সকলৰ সেৱা-শুশ্ৰূষাৰ বলত অসমীয়া ভাষা ক্ৰমাং টনকিয়াল হৈ উঠিছে। এই থিনিতে ৰজাঘৰৰ শলাগ নৈ কৈ থব লাগে যে, সদাশয় গৱৰ্ণমেণ্টে অনুগ্ৰহ কৰি অসমীয়া ভাষাৰ ৰৰভেঁটী স্বৰূপ "হেমকোষ" অভিধানখন প্ৰচাৰ কৰি দিয়াত, আজিকালিৰ ন-লিখাৰুবিলাকৰ ভিতৰত আখৰ-জোঁটনিৰ মতভেদো গুচিল ; এতিয়া সকলো অসমীয়াই একেটা বাট ধৰি, মাতৃভাষাৰ উন্নতিৰ চেষ্টাত ধৰা দেখি আনন্দ লগা হৈছে।

# ২। খণ্ড।




## ১। আধ্যা।

### দানৱবংশী আৰু অসুৰবংশী ৰজাৰ ৰাজত্ব।

**মহীৰঙ্গ দানৱ।**—কামৰূপত পোন-প্ৰথমে মহীৰঙ্গ দানৱ ৰজা হয়। তেওঁৰ ৰাজত্বৰ সবিশেষ বিবৰণ পাবলৈ টান। কালিকাপুৰাণ আৰু যোগিনীতন্ত্ৰত মহীৰঙ্গ আৰু তেওঁৰ বংশী ৰজাৰ নাম মাথোন পোৱা যায়। মহীৰঙ্গৰ মৃত্যুৰ পাচত, তেওঁৰ পুতেক হতকাসুৰ পিতাকৰ ৰাজ্যত ৰজা হয়; আৰু তেওঁৰ লোকান্তৰৰ পাচত সম্বৰাসুৰ আৰু ৰত্নাসুৰ নামে দুজন ৰজাই কামৰূপত কিছুকাল ৰাজত্ব কৰে।

**ঘটক কিৰাত।**—মহীৰঙ্গ দানৱৰ বংশ লোপ হোৱাৰ পাচত, ঘটক কিৰাত নামে এজন কিৰাতবংশী ৰজা প্ৰখ্যাত হৈ উঠিছিল। ঘটকে কিছুকাল প্ৰবল প্ৰতাপেৰে ৰাজত্ব কৰাৰ পাচত, নৰকাসুৰ নামে এজন অসুৰবংশী ৰজাই তেওঁক বধ কৰি নিজে কামৰূপ ৰাজ্যৰ অধিপতি হল।

**নৰকাসুৰ।**—কিৰাতবংশী ৰজাবিলাক অতিকৈ মদপী, মাংসলোভী আৰু অত্যাচাৰী আছিল। সেই অত্যাচাৰ অসহনীয় হোৱাত, কামৰূপৰ প্ৰজাই এজন বিষ্ণুভক্ত ৰজা পাবলৈ কামনা কৰে। তাৰে ফলস্বৰূপ, বিদেহ বা উত্তৰ বিহাৰৰ ফালৰপৰা আহি বিষ্ণুভক্ত নৰকাসুৰ কামৰূপৰ ৰজা হয়, আৰু তেওঁ কিৰাতবংশী ৰজাক যুদ্ধত বধাই সেই বংশ নিৰ্ম্মূল কৰিলে। ইয়াৰ পাচত, নৰকাসুৰে

প্ৰাগ্‌জ্যোতিষপুৰত ( বৰ্ত্তমান গুৱাহাটী ) (১) ৰাজধানী পাতিলে, আৰু কামৰূপ ৰাজ্য কৰতোৱা নৈৰপৰা দিকৰাই নৈলৈকে বঢ়ালে। তেওঁ এই ৰাজ্য বঢ়োৱাৰ সময়ত বিদৰ্ভ বা কুণ্ডিলৰ ৰজাৰে সৈতে মিতিৰ পাতি, তেওঁৰ মায়া নামে কন্যাক বিয়া কৰায়। বহুকাল প্ৰবল প্ৰতাপেৰে ৰাজত্ব কৰাৰ পাচত, নিজৰ মহতালি দোষত লাহে লাহে তেওঁ নিস্তেজ হবলৈ ধৰিলে। এনে সময়ত দ্বাৰকেশ্বৰ শ্ৰীকৃষ্ণই নৰকাসুৰৰ আচৰণত কুপিত হৈ তেওঁৰ ৰাজ্য আক্ৰমণ কৰেহি। যুদ্ধত নৰকাসুৰক বধ কৰি শ্ৰীকৃষ্ণই অদিতিৰ কাণৰ কড়িয়া আৰু নৰকৰ ৰক্ষিত ১৬০০০ গোপিনীক উদ্ধাৰ কৰি, ১৪০০০ হাতী-ঘোঁৰাৰে সৈতে নিজৰ ৰাজ্য দ্বাৰকালৈ লৈ যায়। গুৱাহাটীৰ ওচৰত নৰকাসুৰ আৰু অশ্বক্ৰান্ত পাহাৰে নৰকাসুৰ আৰু শ্ৰীকৃষ্ণৰ যুদ্ধ-বিগ্ৰহৰ চিন এতিয়াও ৰাখিছে।

ভগদত্ত।—নৰকাসুৰৰ মৃত্যুৰ পাচত ভগদত্ত আৰু বজ্ৰদত্ত নামে দুটি পুত্ৰ ৰৈ যায়। ইবিলাক দুজনৰ ভিতৰত জ্যেষ্ঠ ভগদত্তকে শ্ৰীকৃষ্ণই পিতৃৰ ৰাজ্যত ৰজা পাতি দ্বাৰকালৈ প্ৰস্থান কৰে। ভগদত্ত নিজৰ পৰাক্ৰম আৰু বিদ্যা-বুদ্ধিৰ নিমিত্তে এজন প্ৰখ্যাত ৰজা আছিল। কুৰু-পাণ্ডৱৰ শেহ যুদ্ধত ভগদত্তই এক অক্ষৌহিণী সৈন্যৰ নায়ক হৈ কুৰুক্ষেত্ৰত দুৰ্য্যোধন ৰজাক সহায় কৰিছিলগৈ, আৰু তাতে তেওঁ ৰণত পৰিল। ভগদত্তৰ বিক্ৰমৰ কথা মহাভাৰতৰ দ্ৰোণ-পৰ্ব্বত বহলাই বৰ্ণোৱা আছে। অৰ্জ্জুনে ভগদত্তক যুদ্ধত ঘটাই কৰতীয়া কৰাৰ বিষয়েও সভাপৰ্ব্বত বিস্তৃতৰূপে লিখা আছে।

(১) 'প্ৰাগ্' অৰ্থে পূব আৰু 'জ্যোতিষ' অৰ্থত নক্ষত্ৰ বুজায়। এতেকে, 'প্ৰাগ্‌জ্যোতিষপুৰ' অৰ্থে পূবদেশীয় জ্যোতিষশাস্ত্ৰ চৰ্চ্চাৰ নিমিত্তে প্ৰখ্যাত স্থান।

**বজ্ৰদত্ত।**—ভগদত্তৰ মৃত্যুৰ পাচত, ভায়েক বজ্ৰদত্ত ৰজা হয়। তেওঁ এজন বৰ বাহুবলী আৰু প্ৰবল প্ৰতাপী ৰজা আছিল। তেওঁৰ পাচত, তেওঁৰ পুতেক বজ্ৰপাণি ৰজা হয়। বজ্ৰপাণিৰ পাচত, এই বংশৰ ৯ জনা ৰজাই কামৰূপত ৰাজত্ব কৰে। এই ৯ জনৰ ভিতৰত প্ৰলম্ভ নামে এজন ৰজা বৰ প্ৰতাপী আৰু প্ৰখ্যাত হৈ উঠিছিল। এই বংশৰ শেহ ৰজা সুবাহুৱে নৰকৰপৰা ১৯ পুৰুষৰ অন্তৰত জন্ম লয়, আৰু তেওঁ বিখ্যাত বিক্ৰমাদিত্য ৰজাৰ সমনীয়া ৰজা আছিল। তেওঁ কিছুকাল সুখ্যাতিৰে সৈতে ৰাজত্ব কৰাৰ পাচত, বৈৰাগ্য ভাবত মুগ্ধ হৈ পুতেক সুপৰুৰাৰ হাতত ৰাজ্যভাৰ দি, নিজে তপস্যাৰ নিমিত্তে হিমালয় পৰ্ব্বতৰ নিজান গুহাত ঠাই ললেগৈ।

এই বংশৰ প্ৰখ্যাত ৰজা বলবৰ্ম্মদেৱৰ প্ৰদত্ত এখন হাতীমূৰীয়া তামৰ ফলিত * বজ্ৰদত্তৰ পাচৰ ৯ জন ৰজাৰ ভিতৰত প্ৰলম্ভ আৰু সুবাহুত বাজেও, এই কেইজন ৰজাৰ নাম আৰু সংক্ষেপ বিবৰণ পোৱা যায়; যেনে,—সালস্তম্ভ, পালকবিজয়, হৰ্জ্জৰ, বনমালদেৱ, জয়মালদেৱ, বীৰবাহু, বলবৰ্ম্মদেৱ। ইয়াৰ ভিতৰত কেইজনমানৰ ৰূপ, চৰিত্ৰ আৰু ক্ষমতাৰ বিষয়েও কিছু আভাস পোৱা যায়।

**বনমালদেৱ।**—এওঁ শিৱভক্ত ৰজা আছিল। বনমালদেৱৰ বুকু বৰ বহল, কঁকাল কৃশ, কণ্ঠদেশ পুষ্ট, বাহু দুটা স্তম্ভাকৃতি, অস্ত্ৰৰ দৰে দীঘল আৰু গোলাকৃতিৰ আছিল। এওঁ স্বভাৱতো এজন আদৰ্শপুৰুষ আছিল। এওঁ কেতিয়াও ক্ৰোধ নকৰিছিল, পাতল ভাৱে নাহাঁহিছিল, নীচ লোকৰ কথা নুশুনিছিল, কাৰো অহিত নিচিন্তিছিল। এওঁ নিজৰ

* এই ফলি কামৰূপনিবাসী শ্ৰুতিধৰ ভট্ট নামে ব্ৰাহ্মণক ভূমিদানৰ নিদৰ্শন স্বৰূপ দিয়া হৈছিল। বছৰচেৰেকৰ আগতে নগাওঁ অঞ্চলৰ এটি পুৰাতন নাদ সংস্কাৰ কৰোঁতে ইয়াক উদ্ধাৰ কৰা হয়।

ৰাজ্যত ভালেমান বিলাসঘৰ সজাইছিল। বনমালদেৱ বৰ ধাৰ্ম্মিক পুৰুষ আছিল। বৃদ্ধ বয়সত তেওঁ পুতেক জয়মালদেৱক ৰজা পাতি, নিজে শাস্ত্ৰমতে আহাৰ-নিদ্ৰা পৰিত্যাগ কৰি, উমানন্দত তপস্যা কৰি থাকোঁতেই জীৱন-লীলা সামৰি স্বৰ্গী হল।

বীৰবাহু।—এই জনা ৰজা তেওঁৰ পিতামহৰ দৰে বৰ ধাৰ্ম্মিক পুৰুষ আছিল। এওঁ সংসাৰ অসাৰ আৰু পুৰুষৰ জীৱনক জলবিম্বৰ নিচিনা অস্থায়ী ভাবি, শেষ কৰ্ত্তব্য কি তাকে চিন্তা কৰিছিল। অৱশেষত শুভ দিনত তেওঁ নিজৰ পুত্ৰক ৰাজ্যভাৰ গতাই দি নিজে ধৰ্ম্ম-চিন্তাত মগ্ন হল।

বলবৰ্ম্মদেৱ।—বনমালদেৱৰ পৌত্ৰ বীৰবাহু ৰজাৰ ঔৰসত তেওঁৰ অম্বা নাম্নী মহিষীৰ গৰ্ভত বলবৰ্ম্মদেৱ ৰজাৰ জন্ম হয়। তেওঁ যেনে শ্ৰীমন্ত, তেনে গুণৱন্ত পুৰুষ আছিল। তেওঁ নিজ বাহুবলেৰে পিতৃৰাজ্যৰ শ্ৰীবৃদ্ধি কৰি প্ৰখ্যাত হৈ উঠিছিল।

---

## বিবিধ বংশৰ ৰজা।

ভীষ্মক ৰজা।—কামৰূপত কিৰাতবংশী ৰজাই ৰাজত্ব কৰাৰ সময়তে সৌমাৰৰ অতি পূবভাগ কুণ্ডিল্য বা বিদৰ্ভ ৰাজ্যত ভীষ্মক নামে এজন প্ৰবল প্ৰতাপী ৰজাই ৰাজত্ব কৰিছিল। এতিয়াৰ শদিয়া অঞ্চলৰ পুবে এই নগৰ অৱস্থিত আছিল। ভীষ্মক ৰজাৰ ৰাজধানীৰ নাম কুণ্ডিল আছিল। এতিয়াৰ শদিয়া অঞ্চলৰ পুব দাঁতিয়েদি এতিয়াও কুণ্ডিলপানী বুলি এখনি সৰু নৈয়ে তাৰ চিনাকি দিছে। ভীষ্মক ৰজাৰ পাঁচজন পুত্ৰ আৰু ৰুক্মিণী নামে এটী পৰম ৰূপৱতী কন্যা আছিল। ৰুক্মিণীৰ

ৰূপলাৱণ্যৰ কথা শুনি দ্বাৰকেশ্বৰ শ্ৰীকৃষ্ণই তেওঁক বিয়া কৰাবলৈ প্ৰস্তাৱ কৰে। কিন্তু ভীষ্মক ৰজাৰ পুত্ৰ ৰুক্মবীৰে বিদৰ্ভৰ পুবফালৰ ৰাজ্যৰ ৰজা শিশুপালৰে সৈতেহে ৰুক্মিণীক বিয়া দিবলৈ স্থিৰ কৰিলে। শ্ৰীকৃষ্ণই এই সংবাদ ৰুক্মিণীৰপৰা গুপ্তভাৱে পাই, বলেৰে তেওঁক হৰণ কৰি, গান্ধৰ্ব্য প্ৰথামতে কুণ্ডিল নগৰত চন্দনগিৰিৰ নামনিত বিয়া কৰায়হি। এই কথা লৈ, তাতে ৰুক্মবীৰ আৰু তেওঁৰ মিত্ৰৰজাসকলৰ লগত শ্ৰীকৃষ্ণৰ এখন ঘোৰতৰ যুদ্ধ হয়। যুদ্ধত জয় লাভ কৰি শ্ৰীকৃষ্ণ দ্বাৰকালৈ উলটিল।

**বাণ ৰজা।**—কামৰূপত নৰকাসুৰৰ ৰাজত্বৰ শেহভাগৰপৰা শোণিতপুৰত সুপ্ৰসিদ্ধ বলী ৰজাৰ বংশৰ বাণ ৰজাই ৰাজত্ব কৰিছিল। বাণ ৰজাৰ বহু পুত্ৰ আৰু উষা নামে এটি পৰম ৰূপৱতী কন্যা আছিল। বাণ নৰপতিয়ে নিজ নগৰৰপৰা ছয় ক্ৰোশ অন্তৰত অগ্নিগড় নামে পৰ্ব্বতৰ নামনিত এখনি সুন্দৰ নগৰ পাতি তাতে কুমাৰীক পৰম যত্নেৰে ৰাখিছিল। এতিয়াৰ তেজপুৰেই সেই নগৰ, আৰু এতিয়া য'ত কাছাৰি ঘৰ ৰহিছে, তাতে উষাদেবীৰ অন্তঃপুৰ আছিল। বাণ নৰপতিৰ নিজ নগৰ তেজপুৰ সদৰৰপৰা ৬ ক্ৰোশ অন্তৰত ভালুকপুং নামে ঠাইৰ ওচৰত আছিল। দুয়ো নগৰৰে অসংখ্য কীৰ্ত্তিচিন এতিয়াও ঠায়ে ঠায়ে পৰি আছে। উষাদেবী যুৱতী হোৱাত, তেওঁৰ ৰূপলাৱণ্যৰ কথা ভাৰতময় ৰাষ্ট্ৰ হল। পিচে, তেওঁৰ প্ৰিয়তমা সখী চিত্ৰলেখাৰ যত্ন-কৌশলৰ বলত, উষাদেবীক শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধ কুমাৰে গান্ধৰ্ব্য প্ৰথামতে বিয়া কৰায়হি। বাণ নৰপতি বৰ শিৱভক্ত আছিল; তেওঁৰে প্ৰতিষ্ঠা কৰোঁৱা বৰ্ত্তমান ৰুদ্ৰপদ আৰু মহাভৈৰব দেৱালয়ত তেওঁ শিৱ-পূজা কৰিছিল। উষাদেবীয়ে শক্তি উপাসনা কৰিছিল; তেওঁৰ পিতাকৰ দিনত প্ৰতিষ্ঠিত বৰ্ত্তমান ভৈৰবী দেৱালয়তে তেওঁ

শক্তি-পূজা কৰিছিল। এতিয়া অঁকাবিলাকে বাণ নৰপতিৰ নাতি ভলুকাৰ বংশৰ মানুহ বুলি চিনাকি দিয়ে।

দেবেশ্বৰ।—নৰকাসুৰৰ বংশাৱলীৰ মাজতে, শকাব্দৰ প্ৰথম শতিকাত, দেবেশ্বৰ নামে এজন শূদ্ৰ ৰজাই কামৰূপত ৰাজত্ব কৰাৰ উল্লেখ পোৱা যায়। তেওঁৰ ৰাজত্বৰ কালত, বৌদ্ধ ধৰ্ম্মৰ শ্ৰীবৃদ্ধিৰ বিশেষ বাধা জন্মাই, কামাখ্যাত শক্তি-পূজা অধিক বলৱতী কৰিবৰ অৰ্থে তেওঁৰ পুৰুষাৰ্থ কৰিছিল।

নৰশঙ্কৰ বা নাগাক্ষা।— নৰকাসুৰৰ বংশ লোপ পোৱাৰ সময়তে নৰশঙ্কৰ নামে এজন ৰজা হয়। তেওঁৰ বংশৰ ৰজাই প্ৰায় চাৰি-শ বছৰ প্ৰতাপগড়ত ৰাজত্ব কৰে। বিশ্বনাথৰ অন্তৰ্গত প্ৰতাপগড়ত নাগশঙ্কৰ দেৱালয়ৰ ওচৰতে প্ৰথমে তেওঁৰ ৰাজধানী পতা হৈছিল। অনুমান খ্ৰীঃ ৩৭৮ শকৰপৰা এই বংশৰ ৰজাই ৰাজত্ব কৰে। শঙ্কৰ বংশৰ ৰজাই দান কৰা দেৱোত্তৰ মাটি এতিয়াও নাগশঙ্কৰ দেৱালয়ৰ নামত আছে। মিমং, গজং, শ্ৰীবং আৰু মৃগং নামে এই বংশৰ চাৰিজন ৰজাই ২০০ বছৰ লোহিত্যপুৰত ৰাজত্ব কৰে।

সঙ্কল।—চতুৰ্থ শকাব্দৰ আৰম্ভণত সঙ্কল নামে এজন প্ৰবল প্ৰতাপী ৰজাই কামৰূপত ৰাজত্ব কৰিছিল। এওঁ কামৰূপৰ আদিম-অধিবাসী। সঙ্কল ৰজাই নানা ফালে দিগ্বিজয় কৰি ফুৰিছিল। তাৰ ভিতৰত কেদাৰ ব্ৰাহ্মণ নামে আৰ্য্যাবৰ্ত্তৰ এজন প্ৰবল প্ৰতাপী ৰজাৰ ওপৰত কৰা আক্ৰমণ সৰ্ব্বপ্ৰধান। সঙ্কলে প্ৰথমে বিহাৰ আৰু ভাগীৰথীৰ পূব পাৰৰ দেশবিলাক দখল কৰি তাৰপৰা বহুসংখ্যক সৈন্য-সামন্ত গোটাই লৈ কেদাৰ ব্ৰাহ্মণক আক্ৰমণ কৰেগৈ। দুয়োপক্ষৰে ঘোৰতৰ যুদ্ধ হল; পিচে কেইবাবাৰো বিষমৰূপে মাটি অৱশেষত কেদাৰ ব্ৰাহ্মণ সঙ্কলৰ শৰণাগত হল। এই দৰে দিগ্বিজয় কৰি ফুৰোঁতে, সবশেহত সঙ্কল

চিথিয়াৰ ৰজা আফ্ৰাছিয়াবৰ দ্বাৰা আক্ৰান্ত হয়। প্ৰথম প্ৰথম সঙ্কলে কেইবাবাৰো আফ্ৰাছিয়াবৰ আক্ৰমণ ওফৰাই পঠিয়াইছিল। তাৰ ভিতৰত ঘোঁৰাঘাটত লগা যুদ্ধই প্ৰধান। এই যুদ্ধতে সঙ্কল সম্পূৰ্ণে ঘাটি আফ্ৰাছিয়াবৰ হাতত বন্দী হয়। সঙ্কলেই বঙ্গদেশৰ গৌৰ নগৰৰ স্থাপনকৰ্ত্তা। তেওঁৰ পাচত বঙ্গদেশৰ ৰজাবিলাকে বহুকাললৈকে গৌৰ নগৰত ৰাজধানী ৰাখিছিল।

কুমাৰ ভাস্কৰ বৰ্ম্মা।—খ্ৰীঃ ৬৪০ চনত চীনদেশী পৰিব্ৰাজক হিয়োনচাং প্ৰাগ্‌জ্যোতিষপুৰলৈ আহোঁতে কুমাৰ ভাস্কৰ বৰ্ম্মা নামে এজন ৰজা কামৰূপৰ অধিপতি আছিল। এই জনা ৰজা ব্ৰাহ্মণ-বংশী, আৰু তেওঁৰ বংশৰ ৰজাসকলে ১০০০ খ্ৰীষ্টাব্দলৈকে কুমাৰ উপাধি-ধাৰী ৰজা হৈ কামৰূপ শাসন কৰিছিল। হিয়োনচাঙৰ ভাৰত-ভ্ৰমণৰ টোকাত কামৰূপ সম্বন্ধে এই দৰে বৰ্ণনা আছে;—"কামৰূপ ৰাজ্যৰ বিস্তৃতি ১০০০০ লি, (১৬৭৫ মাইল); ৰাজধানী প্ৰাগ্‌জ্যোতিষপুৰৰ বিস্তৃতি ৩০ লি. (৬ মাইল)। ৰাজধানীৰপৰা সীমান্তলৈ যাওঁতে দুমাহ লাগে; বাট বৰ দুৰ্গম। এই ৰাজ্যৰ ভূমি চাপৰ আৰু সাৰুৱা। কঠাল, নাৰিকল আদি ফল এই দেশত বিস্তৰ পোৱা যায়। এই ৰাজ্যৰ পানী-বতাহ শীতল আৰু স্বাস্থ্যকৰ। ইয়াৰ অধিবাসীবিলাক তাম-বৰণীয়া, কিছু খৰ্ব্বাকাৰ, বৰ বলী আৰু ভীষণাকৃতিৰ; কিন্তু ইবিলাকৰ চৰিত্ৰ অতি উত্তম আৰু বিদ্যাৰ প্ৰতি অনুৰাগ প্ৰবল। ইবিলাকৰ ভাষা বঙ্গদেশ আৰু তাৰ ওচৰৰ ঠাইৰ অধিবাসীসকলৰ ভাষাৰপৰা পৃথক্, কিন্তু মাজভাৰতৰ ভাষাৰ লগত ভালেমান মিল আছে। ভাস্কৰ বৰ্ম্মা জাতিত ব্ৰাহ্মণ, আৰু তেওঁ বৰ বিদ্যানুৰাগী ৰজা আছিল। কামৰূপৰ মানুহবিলাক পূজা-সেৱাত বৰ অনুৰক্ত; কিন্তু সিবিলাকে বৌদ্ধধৰ্ম্ম নামানে। সিবিলাকৰ ঈশ্বৰ-ভক্তি সবল আৰু গুপুতভাবৰ।"

২

# ২। আধ্যা।

## জাতাৰিবংশী ৰজাৰ ৰাজত্ব।

**ধৰ্ম্মপাল।**—কুমাৰবংশ লোপ পোৱাৰ পাচত, পছিম ফালৰপৰা জীতাৰি বংশৰ ধৰ্ম্মপাল নামে এজন ক্ষত্ৰিয় সন্ন্যাসী আহি কামৰূপত ৰাজত্ব কৰে। তেওঁ আহিয়েই পছিমৰপৰা কেইঘৰমান বামুণ অনাই কামৰূপত পাতিলে। ধৰ্ম্মপালে গুৱাহাটীৰপৰা ৰাজধানী তুলি নি তাৰ পছিমৰ ফালে অলপ ভটীয়নীত পাতিলে, আৰু কিছুকাল নতুন নিয়মেৰে ৰাজ্য শাসন কৰি নিজৰ ৰাজ্যতে তেওঁ স্বৰ্গী হল। তেওঁৰ লোকান্তৰৰ পাচত তেওঁৰ বংশৰ সুবলী, পদ্মনাৰায়ণ, চন্দ্ৰনাৰায়ণ, মহেন্দ্ৰনাৰায়ণ, প্ৰাণনাৰায়ণ, জয়নাৰায়ণ, ক্ষোভনাৰায়ণ, প্ৰতাপচন্দ্ৰ, আৰু ৰামচন্দ্ৰ নামে ন জন ৰজাই কামৰূপত ৰাজত্ব কৰে। প্ৰতাপ-চন্দ্ৰৰ ৰাজ্য দৰঙ্গলৈকে বিস্তৃত হৈছিল, আৰু তেওঁৰ নাম অনুসাৰেই বিশ্বনাথৰ অন্তৰ্গত প্ৰতাপগড়ৰ নাম হৈছে। ৰামচন্দ্ৰৰ দিনত সেই ৰাজ্য মাজুলীলৈকে বাঢ়িছিল; মাজুলীৰ অন্তৰ্গত ৰত্নপুৰ তেওঁৰ ৰাজধানী আছিল।

**আৰিমত্ত।**—জীতাৰিবংশৰ ৰামচন্দ্ৰ ৰজাৰ মহিষীৰ গৰ্ভত বিখ্যাত আৰিমত্ত ৰজাৰ জন্ম হয়। তেওঁৰ শৰীৰত আৰি মাছৰ লক্ষণ থকাৰ নিমিত্তে তেওঁৰ নাম আৰিমত্ত ৰখা হৈছিল। গুৱাহাটীৰপৰা নগাওঁৰ অন্তৰ্গত ৰহালৈকে ব্ৰহ্মপুত্ৰৰ দুয়োপাৰে তেওঁৰ ৰাজ্য আছিল। আৰিমত্তৰ ৰাজধানী কামৰূপৰ অন্তৰ্গত বেত্‌নাৰ ওচৰৰ বৈদ্যৰ গড়ত আছিল। সেই কালতে তেওঁৰ ৰাজ্যৰ পছিম সীমাৰপৰা ভাটী ডোথৰত পিতাক ৰামচন্দ্ৰয়ো ৰাজত্ব কৰিছিল; কিন্তু ব্ৰহ্মপুত্ৰক উছৰ্গা

কৰা দিনেৰপৰা ৰামচন্দ্ৰই বহুকাল নিজৰ মহিষীৰ সন্ধান ৰথা নাছিল। গতিকে, সেই মহিষীত বাজে এই দুই ৰজাৰ ভিতৰত পিতা-পুত্ৰৰ সম্বন্ধৰ কথা আন কোনোৱে নাজানিছিল। পিচে, কোনো কাৰণত দুই ৰজাৰ ভিতৰত যুদ্ধ হয়, আৰু সেই যুদ্ধতে আৰিমত্ত ৰজাৰ হাতত পিতাকে (১) দেহা এৰিব লগাত পৰে। তাৰ পাচত, আৰিমত্ত ৰজাই মাকৰপৰা সকলো বৃত্তান্ত শুনি, পিতৃ-বধ পাপ খণ্ডাবৰ অৰ্থে ভালেমান তীৰ্থ দৰ্শন কৰিও নিজৰ উদ্দেশ্য সিদ্ধি কৰিব নোৱাৰিলে। অৱশেষত তেওঁ সেই অৰ্থেই আকৌ দান-কাৰ্য্যত হাত দিলে; কিন্তু ব্ৰাহ্মণাদি সজ্জন কোনোৱে তেওঁৰ সেই মহাপাপ খণ্ডাবৰ অৰ্থে দিয়া দান গ্ৰহণ নকৰিলে। আন কি, তেওঁৰ অসংখ্যাত হীৰা-মুকুতাৰ দান নদীত অৰ্পণ কৰাত, নদীয়েও গ্ৰহণ নকৰি পুনৰ ঢৌৰ কোবত পাৰলৈ দলিয়াই দিলে, আৰু কোনো কোনো নদীয়ে সেই দান পাৰলৈ দলিয়াব নোৱাৰি নিজৰ গতিকে সলনি কৰিলে বুলি প্ৰবাদ আছে। শিৱসাগৰৰ মৰিদিখৌ তাৰে এটি প্ৰমাণ বুলি কয়; আৰু নাজিৰাৰ ওচৰৰ এক খণ্ডত এতিয়াও সেই দান-সম্পত্তিৰ দুখন নাও পোত গৈ আছে বুলি শুনা যায়। সৰশেহত আৰিমত্ত ৰজাৰ মনত বৰ ধিক্কাৰ আৰু বিৰকতি লাগিল; তেওঁ পুতেক ৰত্নসিংহ আৰু জোঙ্গাল বলহুক নিজৰ ৰাজ্য ভগাই দি, উদাসীনভাৱে জীৱনৰ শেহছোৱা নিয়াবলৈ ব্ৰহ্মপুত্ৰৰ দাঁতিত তপস্যাত বহিল; আৰু সেই তপস্যাৰ অৱস্থাতে পুতেকৰ হাতত তেওঁৰ মৰণ মিলিল।

ৰত্নসিংহ :—আৰিমত্ত ৰজাই, ৰাজ্যত্যাগী হোৱাৰ সময়ত,

---

(১) বাৰভূঞাৰ বুৰঞ্জী পুথি মতে আৰিমত্তৰ পিতাকৰ নাম মায়ামত্ত বা প্ৰতাপ-পুৰীয়া আছিল।

তেওঁৰ প্ৰথম পুত্ৰ ৰত্নসিংহক পছিমৰ ভাগ আৰু দ্বিতীয় পুত্ৰ জোঙ্গাল বলহুক পূবৰ ভাগ ৰাজ্য ভগাই দি যায়। সেই মতেই বৈদ্যগড়ত ৰত্নসিংহ ৰজা হয়। তেওঁ ৰজা হৈয়েই পিতৃবৈৰী ফেঙ্গুৰা নামে কমতাপুৰীয়া ৰজাৰ লগত এখন ঘোৰতৰ যুদ্ধ পাতে। ফেঙ্গুৰাই মেছ, কোচ আদি বহুত সৈন্য গোটাই লৈ বৈদ্যগড়ৰ পছিমে কোঁঠ মাৰি ৰৈছিলগৈ। সেই কোঁঠৰ চিন এতিয়াও ফেঙ্গুৰাগড় নামে কামৰূপ জিলাৰ অন্তৰ্গত ধুমধুমা মৌজাত বৰ্ত্তমান আছে। ফেঙ্গুৰা যুদ্ধত ঘাটে, আৰু তাতে তেওঁৰ মৃত্যু হয়। ইয়াৰ পাচত, কিছুকাল প্ৰবল প্ৰতাপেৰে ৰাজত্ব কৰি, নিজৰ চৰিত্ৰৰ দোষত ৰাজ্যভ্ৰষ্ট হৈ ৰত্নসিংহৰ অকালমৃত্যু ঘটে।

জোঙ্গাল বলহু।—এওঁ সৰুৰেপৰা বৰ বাহুবলী আৰু ধুঁজত নিপুণ আছিল। সেই বাবে এওঁ পিতাকৰ বৰ আদৰৰ পাত্ৰ আছিল। আৰিমত্ত ৰজাই পুতেক জোঙ্গালক লগত নোলোৱাকৈ এখোজো লৰচৰ নকৰিছিল। ৰজা হোৱাৰ পাচত, এদিন জোঙ্গাল বলহু ব্ৰহ্মপুত্ৰৰ দাঁতিত মৃগয়া কৰিবলৈ যায়। তাতে তেওঁৰ কাঁড়ত ধ্যানমগ্ন আৰিমত্তৰ আকস্মিক মৃত্যু ঘটে। যি ঠাইত আৰিমত্তৰ মৃত্যু হয়, সেই ঠাইক আজিও আৰিকটামুখ বোলে। আৰিমত্ত ৰজাই মৰণৰ কালত কুপিত হৈ পুতেকক এই বুলি শাপ দিলে, "তই মৰণৰ কালত গৰুৰ মুখে পানী খাবি, আৰু তোক মোকাল বাঁহৰ জোঙ্গেৰে খুচি মাৰিব।" জোঙ্গালে সেই কথাত বেজাৰ পাই পিতাকৰ ৰাজ্য এৰি থৈ গৈ, বৰ্ত্তমান নগাওঁ জিলাৰ চহৰি মৌজাত 'জোঙ্গাল বলহু' নামে নগৰ পাতি আছিলগৈ। সেই সময়ত কছাৰিপুৰত গজৰাজ নামে এজন ৰজা আছিল। তেওঁৰে সৈতে জোঙ্গালৰ ভিতৰি মনোবাদ চলিছিল। তাকে গুচাবৰ অভিপ্ৰায়ে সেই ৰজাই জোঙ্গাললৈ নিজৰ জীয়েকক বিয়া দিয়ে। কিন্তু, গজৰাজৰ অন্তৰৰ হিংসানল সমূলি নুনুমাল। কালত সেই গজৰাজ আৰু তেওঁৰ

জীয়েক জোঙ্গালৰ পত্নীৰ চক্ৰান্তৰ ফেৰত, আৰিমত্তে শাপ দিয়া মতে, গৰুৰ মুখৰ পানী খাই মোকাল বাঁহৰ জোঙ্গৰ খোচত জোঙ্গালৰ অকালমৃত্যু ঘটিল। এই দৰে গজৰাজৰ মানোবাঞ্ছা পূৰ্ণ হোৱাত, তেওঁ জোঙ্গালৰ নগৰ নিজৰ ৰাজ্যৰ ভিতৰ কৰি ললে। কিন্তু, জোঙ্গালৰ মৰণৰ পাচতো পিতাক আৰিমত্তৰ ৰাজ্যৰ এক অংশত কামৰূপ জিলাৰ অন্তৰ্গত পাণ্ডুৰি মৌজাত থকা বৈদ্যগড় নামে নগৰত তেওঁৰ পুত্ৰ-পৌত্ৰাদিয়ে বহুকাল নামমাত্ৰকৈ ৰাজত্ব কৰে। এই ফৈদৰ ৰজাই ১৪৭৮ খ্ৰীষ্টাব্দলৈকে ৰাজত্ব কৰিছিল বুলি জানা যায়।

---

# ৩। অধ্যায়।

## পালবংশী ৰজাৰ ৰাজত্ব।

ব্ৰহ্মপাল।—জীতাৰি আৰু কুমাৰ বংশ নিস্তেজ হৈ অহাত ১০০০ খ্ৰীষ্টাব্দৰপৰা, প্ৰজাবৰ্গৰ প্ৰাৰ্থনামতে ব্ৰহ্মপাল নামে নৱকৰ বংশৰ এজৰ ৰজা কামৰূপৰ অধিপতি হয়। ব্ৰহ্মপালৰ মহিষীৰ নাম কুলদেবী। তেওঁ বৰ প্ৰজাবৎসলা ৰাণী আছিল। ব্ৰহ্মপাল অতি নম্ৰ, শান্ত আৰু ধাৰ্ম্মিক ৰজা আছিল। তেওঁ পুতেক ৰত্নপালৰ হাতত ৰাজ্যভাৰ দি, ধৰ্ম্মচিন্তাত জীৱনৰ শেহছোৱা কটালে।

ৰত্নপাল।—ব্ৰহ্মপালৰ লোকান্তৰৰ পাচত, ১০১০ খ্ৰীষ্টাব্দত ৰত্নপাল ৰজা হয়। তেওঁ পিতাকৰ বিপৰীত চৰিত্ৰৰ লোক আছিল। ৰত্নপাল বৰ বাহুবলী আৰু যুদ্ধপ্ৰিয় ৰজা আছিল। তেওঁ বহুত ৰণত জয়লাভ কৰিছিল, আৰু নানা ঠাইত সেইবিলাকৰ স্মৃতিচিন ৰাখিছিল। তেওঁ তামৰ খনিৰপৰা বহুত অৰ্থ-সম্পত্তি লাভ কৰিছিল। ৰত্নপালে

নিজৰ কীৰ্ত্তিচিন ৰাখিবৰ নিমিত্তে ব্ৰহ্মপুত্ৰৰ দাঁতিত "দুৰ্জ্জয় নগৰ" নামে নতুনকৈ এখন ৰাজধানী পাতিছিল। এইজনা ৰজাৰ ৰাজত্ব বৰ দীঘলীয়া আছিল।

**পুৰন্দৰপাল।**—ৰত্নপালৰ পাচত, তেওঁৰ পুতেক পুৰন্দৰপাল ১০৭০ খ্ৰীষ্টাব্দত কামৰূপৰ ৰজা হয়। তেওঁ দুৰ্ল্লভ নামে এগৰাকী ক্ষত্ৰিয় ৰাজকুমাৰী বিয়া কৰাইছিল। পুৰন্দৰপাল বৰ উদাৰচৰিত্ৰৰ, ৰঙ্গিয়াল, ধাৰ্ম্মিক আৰু গুণৱন্ত ৰজা আছিল। তেওঁ এহাতে যেনে বৰ বিচক্ষণ যুদ্ধাৰু আৰু বাহুবলী বীৰ, আন হাতে তেনে এজন সু-কবি বুলি পৰিচিত। তেওঁ নিচেই অলপকাল মাথোন ৰাজত্ব কৰে।

**ইন্দ্ৰপাল।**—পুৰন্দৰপালৰ অকালমৃত্যু হোৱাত, পুতেক ইন্দ্ৰ-পালে ১০৯০ খ্ৰীষ্টাব্দত পিতৃৰ সিংহাসন লাভ কৰে। এই জন ৰজা বৰ বিদ্যানুৰাগী আছিল। তেওঁ যুদ্ধ-বিগ্ৰহাদিতকৈ লিখা-পঢ়াৰ চৰ্চ্চা হে বেচিকৈ ভাল পাইছিল। ইন্দ্ৰপালৰ ৰাজত্বত দেশত শান্তি আৰু ঐশ্বৰ্য্য বিস্তাৰ হৈছিল।

**কুমাৰপাল।**—ইন্দ্ৰপালৰ পাচত তেওঁৰ কুটুম্ব কুমাৰপাল ১১২৫ খ্ৰীষ্টাব্দত কামৰূপৰ ৰাজপাটত উঠে। তেওঁৰ দিনতে তিষ্যাদেৱ নামে এজন তলতীয়া ৰজাই বিদ্ৰোহ ঘটাইছিল। পিচে, কুমাৰপালে তেওঁৰ মন্ত্ৰী বৈদ্যদেৱক পঠিয়াই সেই বিদ্ৰোহ থমালে। আৰু, বৈদ্যদেৱে ৰণত তিষ্যাদেৱক বধ কৰি তেওঁৰ ৰাজ্যতে কুমাৰপালৰ তলতীয়া ৰজা হৈ থাকিল।

**ধৰ্ম্মপাল।**—ইন্দ্ৰপালৰ বংশৰ ধৰ্ম্মপাল ১১৫০ খ্ৰীষ্টাব্দত কামৰূপৰ ৰজা হয়। তেওঁ গৃহবিবাদ কৰি যুদ্ধত আপোন ভায়েকৰ পত্নী মৌনৱতীৰ হাতত মৃত্যু হোৱাত, ভতিজাক দেৱপালে কামৰূপৰ ৰাজ্যভাৰ গ্ৰহণ কৰে। দেৱপালৰ লোকান্তৰ হোৱাত, এই বংশৰ জয়পাল, বিগ্ৰহপাল

১ম, নাৰায়ণপাল, ৰাজ্যপাল, গোপাল, বিগ্ৰহপাল ২য়, মহাপাল, ন্যায়পাল, আৰু ৩য় বিগ্ৰহপাল, এই কেইজন ৰজাই কামৰূপত ৰাজত্ব কৰে। এওঁবিলাকৰ ৰাজত্বৰ কালত উল্লেখযোগ্য কোনো ডাঙ্গৰ ঘটনা হোৱা জনা নাযায়।

ওপৰত নাম দিয়া কেইজনত বাজেও জয়ন্তাপাল, চক্ৰপাল, ভূমিপাল প্ৰেমপাল, পক্ষপাল, দক্ষপাল, চন্দ্ৰপাল, মধুপাল, ইন্দ্ৰপাল, সিংহপাল, কৃষ্ণপাল, সুপাল, গন্ধপাল, মাধৱপাল, শ্যামপাল, আৰু লক্ষ্মীপাল এই কেইজন পালবংশী ৰজাৰ নাম পোৱা যায়। লক্ষ্মীপাল ৰজাৰ পাচত সুবাহু নামে এজন ৰজাই কামৰূপত ৰাজত্ব কৰে। তেওঁ কিছুকাল সুখ্যাতিৰে ৰাজ্য শাসন কৰি অপুত্ৰক হৈ লোকান্তৰ হোৱাত, সুমতি নামে তেওঁৰ দাই মন্ত্ৰী জনাই ৰাজ্যৰ শাসনভাৰ লৈ কিছুকাল ৰাজকাৰ্য্য চলাইছিল। কিন্তু, স্বৰূপত সুবাহুৰ মৃত্যুৰ লগতে ১২০০ খ্ৰীষ্টাব্দৰপৰা পালবংশী ৰজাৰ ৰাজত্বৰো অন্ত পৰে।

---

# ৪। আধ্যা।

## বাৰভূঞা।

উত্তৰ-পছিমাঞ্চলত আগেয়ে ভূঞা নামে এবিধ মাটিগিৰী বা জমিদাৰ আছিল; আৰু অসমত ভূঞা অৰ্থে শাসনকৰ্ত্তাক বুজাইছিল। গতিকে, আগৰ দিনৰ বাৰভূঞা মানে বাৰজন শাসনকৰ্ত্তা। জীতাৰি বংশ লোপ পোৱাৰ পাচত, এই বাৰজন শাসনকৰ্ত্তাই ভাগে ভাগে কামৰূপ ৰাজ্য শাসন কৰে।

আৰিমত্তৰ পাচত তেওঁৰ বংশৰ ৰজাই কিছুকাল ৰাজত্ব কৰিছিল যদিও, ৰাজকীয় প্ৰধান ক্ষমতা তেওঁৰ সমুদ্ৰ নামে মন্ত্ৰীয়ে হে চলাইছিল। সমুদ্ৰৰ পাচত, সেই ৰাজকীয় ক্ষমতা তেওঁৰ পুতেক মনোহৰৰ হাতত পৰে। তেওঁ সেই ৰাজক্ষমতা পায়েই পূৰ্ব্বৰ বিষয়াসকলক ভাঙ্গি নিজৰ আত্মীয়-কুটুম্ব আছিক সেই বাব দিবলৈ ধৰিলে। এই নতুন বিষয়াবিলাকক কামৰূপ ৰাজ্যৰ ঠায়ে ঠায়ে প্ৰতিনিধি শাসনকৰ্ত্তা পতা হলত সিবিলাক ভূঞা নামে অভিহিত হল। সেই সময়ত মনোহৰৰ ৰাজধানী বিশ্বনাথত আছিল। মনোহৰৰ মৃত্যুৰ পাচত তেওঁৰ লক্ষ্মী নামে এটি কন্যা মাথোন থাকিল। লক্ষ্মীৰ গৰ্ভত আৰিমত্তৰ বংশৰ এক কোৱঁৰৰ ঔৰষত শান্তানু আৰু সুমন্ত নামে দুটি পুত্ৰৰ জন্ম হয়। কালত এই দুই ককাই-ভাইৰ বংশ ক্ৰমাৎ বাঢ়িবলৈ ধৰে। শান্তানুৰ ফৈদৰ লহকৰ, কাব্যসী, পম, ৰায়, সলাল, শুক, টৈটন, ধ্বজা, উজীৰ, সবল, ৰমাই আৰু টোমাই নামে বাৰজন বংশধৰ প্ৰতাপী হৈ উঠে, আৰু ইবিলাকেই "বাৰভূঞা" নামে অভিহিত হয়। সুমন্তৰ ফৈদৰো কনৌজৰৰ, ৰঘু, মুকুন্দ, কদম্বৰ, সুৰথ, সুন্দৰ, সুৰথ ( ২নং ), গৌড়, বভ্ৰ, মহাৰথ, লেপ আৰু কেপ নামে বাৰজন বংশধৰ প্ৰখ্যাত হৈ উঠে, আৰু ইবিলাক "ভূঞা পোৱালি" নামে জনাজাত হয়। বুঢ়ীমাক লক্ষ্মী জীয়াই থকা কালত ইবিলাক দুয়ো ফৈদ একেলগে আছিল। কিন্তু, ৮৫ বছৰ বয়সত যেতিয়া লক্ষ্মীৰ পৰলোক হল, তেতিয়া এই বংশ-পৰিয়াল ক্ৰমে বৈষ্ণৱ আৰু শাক্ত ধৰ্ম্মৰ মতভেদ হেতুকে পৃথক্ হল। শান্তানুৰ মৃত্যুৰ পাচত তেওঁৰ ফৈদৰ বংশধৰসকলে বৈষ্ণৱ ধৰ্ম্মত প্ৰবৰ্ত্তি মহা প্ৰতাপেৰে শাসনকাৰ্য্য চলাবলৈ ধৰিলে। তেওঁবিলাকে ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰে, এতিয়াৰ নগাঁও অঞ্চলত ৰামপুৰ নামে ঠাইত ৰাজধানী পাতিলে। ইফালে সুমন্তই ককায়েকৰ লগৰপৰা আঁতৰি গৈ তেওঁৰ ফৈদৰ বংশত পৰিয়ালৰে সৈতে ব্ৰহ্মপুত্ৰৰ

উত্তৰ পাৰে বঙ্গগ্ৰাম নামে ঠাইত থিতাপি হল। আৰু পাচত, শ্ৰমন্তৰ ফৈদে বুঢ়ীমাক লক্ষ্মীৰ নাম অনুসৰি সেই ঠাইৰ নাম লক্ষ্মীমপুৰ ৰাখিলে; সেয়ে এতিয়াৰ উত্তৰ লক্ষ্মীমপুৰ। এই শ্ৰমন্তৰ ফৈদ ঘোৰ শাক্ত আছিল, আৰু "ভূঞাপোৱালি" নামে সিবিলাক লক্ষ্মীমপুৰ অঞ্চলত বিশেষ প্ৰতিপত্তিৰে সৈতে থিতাপি হল। এই দৰেই "বাৰভূঞা" আৰু "ভূঞা-পোৱালি" বিলাক স্বৰ্ণপীঠৰ দক্ষিণ আৰু উত্তৰ দুয়োপাৰে জিলিকি উঠিল।

বাৰভূঞাৰ প্ৰবল প্ৰতাপৰ বাতৰি পাই বিদৰ্ভ নগৰৰ চুটীয়া ৰজাই সিবিলাকক ৰামপুৰ নগৰতে আক্ৰমণ কৰাইছিল; কিন্তু তেওঁ কৃতকাৰ্য্য হব নোৱাৰিলে। তাৰ পাচত, কমতাপুৰৰ ৰজায়ো এবাৰ হাত বঢ়াই চাই আকৌ কোঁচাই সিবলৈ বাধ্য হল। অন্তত, বাৰভূঞাসকলে নিজক অসম প্ৰতাপী ভাবি গা-চালি দি চাৰিওকালে দিগ্বিজয় কৰিবলৈ ধৰিলে। এনেতে সোমৰেৰ আহোম ৰজাই ফেৰ পাতি ধৰি বিষম বিক্ৰমেৰে বাৰ-ভূঞাক যুদ্ধত ঘটাই বন্দী কৰালে; আৰু শদিয়াৰ শ্যামাকালীৰ আগত সিবিলাকক বলি দিয়াবলৈ স্থিৰ কৰিলে। পিচে, বাৰভূঞাই আহোম ৰজাৰ বশ্যতা স্বীকাৰ কৰি, পাচলৈ কোনো উৎপাত নঘটাবলৈ অঙ্গীকাৰ কৰাত সিবিলাকক মুক্তি দিয়া হল। তাৰ পাচত, বাৰভূঞাই আহোম ৰজাৰ ফলীয়া হৈ আকৌ দিগ্বিজয় কৰিবলৈ ধৰিলে। এই সূত্ৰেই সিবিলাকে কামৰূপৰ ৰজাক এবাৰ আক্ৰমণ কৰি যুদ্ধত ঘটাই আহোম ৰজাৰ অধীন কৰিছিল। তাৰ পাচত, বাৰভূঞাই আহোম ৰজাৰ অনু-মতি অনুসৰি চুটীয়া ৰজাক আক্ৰমণ কৰেগৈ। আৰু, চুটীয়া সেনাপতি ধীৰনাৰায়ণৰে সৈতে সাত দিন যুদ্ধ কৰি তেওঁক বধ কৰি বাৰভূঞা আকৌ প্ৰখ্যাত হৈ উঠে। কিন্তু, তেতিয়াও সিবিলাক আহোম ৰজাৰ অধীনে হে চলিছিল।

ইফালে শুমন্তৰ বংশধৰ ভূঞাপোৱালিবিলাকো লক্ষীম্পুৰত প্ৰতাপী হৈ উঠিছিল। কিন্তু, ইবিলাকৰ প্ৰতাপ বাৰভূঞাৰ সমান প্ৰবল নাছিল। গতিকে সিবিলাকক ছুটীয়া ৰজাই ঘনে ঘনে আক্ৰমণ কৰাই পিটমৰোৱাত ক্ৰমে দুৰ্ব্বল হৈ, সিবিলাকে দক্ষিণ পাৰলৈ উঠি গৈ সিবিলাকৰ বৰফৈদ বাৰভূঞাৰ আশ্ৰয়তে বসতি কৰিলে। এই দৰেই দক্ষিণ পাৰে, এতিয়াৰ নগাওঁ অঞ্চলত, "ভূঞা" আৰু "ভূঞা পোৱালি" দুয়ো ফৈদ মিহলি হোৱাত, পাচলৈ সিবিলাকৰ ভিতৰত বিভিন্নতাৰ চিন হেৰাই আহিল। মুঠতে, পুৰণি তথ্য জনা লোকসকলে মাথোন সিবিলাকৰ বৈষ্ণবী দলক "ভূঞা" আৰু শাক্তদলক "ভূঞা পোৱালি" বুলি নিৰ্দ্দেশ কৰা হল। আন কি, পিচলৈ শাক্ত মতলৈ যোৱা ভূঞাকো ভূঞা-পোৱালি আৰু বৈষ্ণৱ মতলৈ অহা ভূঞা-পোৱালিকো ভূঞা বোলা হৈছিল। বৰ্ত্তমান ভূঞা-পোৱালিৰ নাম লুমাইছে, দুয়ো ফৈদৰ বংশধৰসকল অকল ভূঞা নামেই মাথোন, "ফটা হওক ছিটা হওক পাটৰ টঙ্গালি, কণা হওক কুঁজা হওক অভিহিত হৈছে ; ভূঞা-পোৱালি" এই প্ৰচলিত বচন ফাঁকিত হে "ভূঞা-পোৱালি"ৰ চিন ৰৈছে গৈ।

---

# ৫। আধ্যা।

## খেন্‌বংশী ৰজাৰ ৰাজত্ব।

**নীলধ্বজ।**—পালবংশী ৰজাৰ ৰাজত্ব অন্ত পৰাৰ পাচত, বছৰদিয়েকলৈ কামৰূপ ৰাজ্য অৰাজক হয়। তাৰ পাচত ত্ৰয়োদশ খ্ৰীষ্টাব্দৰ আৰম্ভণত খেনবংশীয় কান্তনাথ নামে এজন ডেকাৰ ভাগ্যলক্ষ্মী প্ৰসন্ন হোৱাত তেওঁ কামৰূপৰ অধীশ্বৰ হয়। কান্তনাথৰ পিতাকৰ নাম ভক্তেশ্বৰ আৰু মাকৰ নাম অঙ্গনা। ইবিলাক মেছজাতীয় এটি নিচেই দুখীয়া পৰিয়াল আছিল। কান্তনাথৰ বয়স কথমপি দহবছৰ পাৰ হওঁতেই তেওঁৰ পিতাক ঢুকায়। ইয়াৰ পাচত, সিবিলাকৰ অবস্থা অতিকৈ হীন হৈ পৰে। অন্তত, বিধবা অঙ্গনাই মাউৰা পুতেক কান্তনাথক এজন বামুণৰ ঘৰত গৰখীয়া থৈ জীবিকা উলিয়াব লগাত পৰে।

এদিন গৰু চৰাওঁতে ভাগৰ লগাত, মুকুলি পথাৰৰ মাটিতে পৰি কান্তনাথ টোপনি গল। দুপৰীয়া খোৱাৰ পৰ উকলি গল, তথাপি গৰখীয়া ঘৰলৈ যোৱা নাই। পিচে, বামুণে বিচাৰি গৈ দেখিলে যে, টোপনিত লালকাল দি পৰি থকা গৰখীয়াৰ মুখত আৰু চকুত ৰদ নপৰাকৈ মূৰৰ ফালৰপৰা এটা ফেঁটী সাপে ফেঁট তুলি আব কৰি ৰখি আছে, আৰু লৰাৰ ভৰিৰ তলুৱাত ৰাজ-লক্ষণ নিলগতে জিলিকিব লাগিছে। ৰামুণে ইয়াকে দেখি স্তম্ভিত হৈ, ততালিকে গৰখীয়াক অতি আদৰেৰে ঘৰলৈ আনি তেওঁত সকলো কথা ভাঙ্গি কলেহি। সময়ত গৰখীয়াই বামুণৰ উদগনিত উৎসাহিত হৈ, তেওঁৰ পৰামৰ্শমতে ৰাজ্য লাভ কৰিবৰ অৰ্থে নানাৰূপে পুৰুষাৰ্থ কৰিবলৈ ধৰিলে। সেই সময়তে

ওপৰত কৈ অহা পালবংশী ৰজাৰ ঘাই মন্ত্ৰী সুমতিৰ মৃত্যু হোৱাত, কামৰূপ ৰাজ্য বছৰ দিয়েকলৈ অৰাজক হৈ পৰে; এনে সুচলতে তেওঁৰো মনোৰথ পূৰ্ণ হয়। কান্তনাথে ১২১০ খ্ৰীষ্টাব্দত ৰজা হৈয়ে নীলধ্বজ নাম গ্ৰহণ কৰে, আৰু পূৰ্ব্বৰ অঙ্গীকাৰ মতে তেওঁৰ পালক ব্ৰাহ্মণক নিজৰ প্ৰধান মন্ত্ৰী পাতিলে। নীলধ্বজে প্ৰাগ্‌জ্যোতিষপুৰৰ পৰা ৰাজধানী তুলি নি কমতাপুৰত পাতিলেগৈ। কমতাপুৰৰ ৰাজধানীথন তেওঁ অতি বিতোপন কৰি পাতিছিল, আৰু সেই প্ৰসঙ্গতে তেওঁক কমতেশ্বৰ বুলিও জনা যায়। নীলধ্বজ বৰ ধাৰ্ম্মিক ৰজা আছিল, আৰু তেওঁৰ ৰাজ্যত বৈদিক ধৰ্ম্মৰ চৰ্চ্চা বঢ়াবৰ অৰ্থে মিথিলাৰ পৰা অনেক সুব্ৰাহ্মণ-পণ্ডিত অনাই তেওঁ নিজে বহু সৎ শিক্ষা লাভ কৰিছিল, আৰু তেওঁৰ পাৰিষদবৰ্গকো শিক্ষা দিয়াইছিল। নীলধ্বজ ৰজাৰ ৰাজত্বৰ কালতে মছলমানে তলত লিখা প্ৰথম তিনিবাৰ অসম দেশ আক্ৰমণ কৰে।

**মছলমানৰ ১ম, আক্ৰমণ বা শিল-সাঁকোৰ ৰণ।**—দিল্লীৰ সম্ৰাট মহম্মদ গোৰীৰ তলে বঙ্গদেশৰ শাসনকৰ্ত্তা বক্তিয়াৰ খিলিজিয়ে খ্ৰীঃ ১২০৪ শকত কামৰূপ ৰাজ্য আক্ৰমণ কৰিবলৈ উজাই আহে। তেওঁ কামৰূপ জয় কৰিবলৈ দহ দিন উজাই আহি, এখন শিলৰ সাঁকোৰ দক্ষিণপাৰে পৰ্ব্বতৰ মাজত সোমোৱা মাত্ৰকে নীলধ্বজ ৰজাৰ প্ৰধান কৰ্ম্মচাৰীয়ে অলপীয়া সৈন্যেৰেই তেওঁক বিষমৰূপে আক্ৰমণ কৰিলে। বক্তিয়াৰে এই আক্ৰমণ সহিব নোৱাৰি পলাই ফাট মাৰিলে, আৰু তেওঁৰ সৈন্য-সামন্তৰ এভাগ অসমত বন্দী হৈ গল। এয়ে অসমত মছলমান বসতিৰ সূত্ৰপাত, আৰু ইবিলাক গৌৰ দেশৰপৰা অহাৰ কাৰণে, অথবা মহম্মদ গোৰীৰ মানুহ বুলি, অসমত মছলমানবিলাকক "গৰীয়া" বোলা হয়।

**মছলমানৰ ২য়, আক্ৰমণ।**—বক্তিয়াৰ খিলিজিৰ মৃত্যুৰ পাচত, বঙ্গদেশত চুবাদাৰৰ বিষয় লৈ এটা মহা গোলযোগ উপস্থিত হয়। সেই সময়ত কেইবাজনো চুবাদাৰক ভঙ্গা-পতা কৰাৰ পাচত গিয়াছুদ্দিন নামে এজনক চুবাদাৰ পতা হল। তেওঁ নিজক বক্তিয়াৰতকৈ কাজুৰা দেখুৱাবৰ অভিপ্ৰায়ে অসমদেশ দ্বিতীয় বাৰ আক্ৰমণ কৰেহি। এই আক্ৰমণত তেওঁ নীলধ্বজ ৰজাৰ তলতীয়া জনচেৰেক সৰু সৰু ৰজাক যুদ্ধত ঘটাই সিবিলাকৰপৰা কৰ আদায় কৰিছিল।

**মছলমানৰ ৩য়, আক্ৰমণ।**—গিয়াছুদ্দিনৰ পাচত, চাৰি জন চুবাদাৰ হৈ যোৱাৰ পাচে, ইখটীয়াউদ্দিন মল্লিক যুজ্‌বেক বঙ্গদেশৰ চুবাদাৰ হয়। ১২৫৬—৫৭ খ্ৰীষ্টাব্দত থৰালি তেওঁ অসম দেশ আক্ৰমণ কৰি, প্ৰাগ্‌জ্যোতিষত থকা নীলধ্বজ ৰজাৰ প্ৰতিনিধিক পৰ্ব্বতলৈ খেদি দিয়েহি, আৰু ৰাজধানীত এটা মছিদ ঘৰ তুলি নিজক কামৰূপৰ অধিপতি বুলি ঘোষণা কৰিলে। যেতিয়া বাৰিষা আহিল, তেতিয়া ব্ৰহ্মপুত্ৰ গড়াটাকি ৰাঢ়ি উঠিল, আৰু বাট-ঘাটবিলাক দুৰ্গম হল। খেদা-খোৱা প্ৰতিনিধিয়ে এই সুচলতে পৰ্ব্বতৰপৰা নামি আহি ৰাতিয়েই ব্ৰহ্মপুত্ৰৰ পাৰ কাটি দিলেহি; আৰু পাৰত শিবিৰ পাতি শুই থকা মছলমান সৈন্যবিলাক আৰু সিবিলাকৰ যুদ্ধৰ সঁজুলীবোৰ ব্ৰহ্মপুত্ৰৰ কোবাল সোঁতত উটি যাবলৈ ধৰিলে। মল্লিকৰ লগত যি অলপীয়া সৈন্য বল, সিহঁতো ভয়ত আতুৰ হৈ পৰিল। কামৰূপৰ সেনাপতিয়ে এনে ঠেকত পেলাই আক্ৰমণ কৰি মল্লিকক বিষম বিপদত পেলালে। অৱশেষত জনচেৰেক সৈন্যক মাথোন দেশলৈ এৰি দি, বাকীবিলাক সৈন্যৰে সৈতে তেওঁক বন্দী কৰি ৰখা হল। যুদ্ধত মল্লিকে বিষমৰূপে আঘাত পাইছিল; ১২৫৭ খ্ৰীষ্টাব্দত সেই আঘাতৰ বিকাৰতে তেওঁৰ মৃত্যু হয়।

**দুর্ল্লভনাৰায়ণ।**—নীলধ্বজৰ লোকান্তৰৰ পাচত তেওঁৰ পুতেক দুর্ল্লভনাৰায়ণ ১২৯৫ খ্রীষ্টাব্দত কমতাপুৰৰ ৰাজপাটত বহে। তেওঁৰ দিনতে অসমত শঙ্কৰদেৱৰ আদিপুৰুষ চণ্ডীবৰ প্রমুখ্যে ৭ ঘৰ কায়স্থ আৰু ৭ ঘৰ বামুণ কনৌজপুৰৰপৰা আহি কামৰূপত বসতি কৰেহি। তেওঁ অতিশয় ধার্ম্মিক আৰু বিদ্যানুৰাগী ৰজা আছিল।

**চক্রধ্বজ।**—দুর্ল্লভনাৰায়ণৰ লোকান্তৰৰ পাচত তেওঁৰ পুতেক আৰু নাতিয়েকে খ্রীঃ ১৩২০ চনৰপৰা ১৪২০ চনলৈকে ৰাজত্ব কৰাৰ পাচত সেই বংশৰে চক্রধ্বজ ৰজা হয়। তেওঁৰ দিনত মন্ত্রী আৰু বিষয়াসকলে পুৰুষানুক্রমিক বিষয় খোৱাৰ নিয়ম প্রচলন হয়। চক্রধ্বজৰ ৰাজত্বৰ কালতে অসমৰ মহাপুৰুষ ৺ শঙ্কৰদেৱে ১৪৪৯ খ্রীষ্টাব্দত জন্ম গ্রহণ কৰে।

**নীলাম্বৰ।**—চক্রধ্বজৰ লোকান্তৰৰ পিচত, ১৪৫৫ খ্রীষ্টাব্দত তেওঁৰ পুতেক নীলাম্বৰ কামৰূপৰ অধীশ্বৰ হয়। নীলাম্বৰ বৰ পৰাক্রমী ৰজা আছিল। ৰাজ্যভাৰ গ্রহণ কৰাৰ অলপ দিনৰ পাচতে তেওঁ নিজৰ পৰাক্রমেৰে পিতৃৰাজ্যৰ সীমা ভালেমান গুণে বঢ়ালে। আন কি, তেওঁ বঙ্গদেশৰ কোনো কোনো অংশ পর্য্যন্ত নিজৰ ৰাজ্যৰ ভিতৰ কৰি লৈছিল। নীলাম্বৰ যেনে পৰাক্রমী, তেনে এজন অতি উদ্যোগী পুৰুষ আছিল। তেওঁ নিজৰ ৰাজ্যৰ সুচলার্থে আৰু আন-আন ৰাজ্যৰে সৈতে চলাচলৰ সুচল কৰিবৰ অর্থে আলি, গড় প্রভৃতি বন্ধাই দেশৰ ভালেমান হিতকৰ কার্য্য কৰি অশেষ খ্যাতি লাভ কৰিছিল। নীলাম্বৰ ৰজাই তেওঁৰ ৰাজধানী কমতাপুৰৰপৰা ঘোঁৰাঘাটলৈকে এটি বিতোপন আলি বন্ধাই দিয়াইছিল; কোচবেহাৰ আৰু ভাটী ৰংপুৰৰ মাজত তাৰ কোনো কোনো অংশই এতিয়াও তেওঁৰ সেই হিতকর্ম্মৰ চিনাকি দিব লাগিছে।

**মছলমানৰ ৪র্থ, আক্রমণ।**—নীলাম্বৰ ৰজাৰ ৰাজত্বৰ কালত মছলমানে চতুৰ্থ বাৰ অসমদেশ আক্রমণ কৰে। মন্ত্রী শচীপাত্রৰ পুতেক মনোহৰক ৰজাই এদিন অসময়ত তেওঁৰ অন্তঃপুৰলৈ সোমোৱা দেখা পাই মনতে বেয়া কথাৰ আশঙ্কা কৰিবলৈ ধৰিলে। পিচে, সেই ভাব প্রবল হৈ উঠাত, নীলাম্বৰ ৰজাই, মনোহৰৰ অসৎ কাৰ্য্যৰ প্রতিশোধ লবৰ মনেৰে গোপনে তেওঁক বধ কৰালে, আৰু তেওঁৰ মাংস ৰন্ধাই পিতাকক নিমন্ত্রণ কৰি আনি খুৱালে। পাচত শচীপাত্রই এই কথাৰ সন্দেহ পাই মৰণান্তিক হল, আৰু ৰজাৰ এনে প্রতিশোধৰ প্রতিশোধ লবৰ অৰ্থে দৃঢ় সংকল্প কৰিলে। পাচে, মন্ত্রীয়ে পুতেকৰ অঘাইত পাপ খণ্ডাবলৈ বুলি গঙ্গাস্নানলৈ যোৱাৰ ছলেৰে গোপনে গৌৰ দেশৰ নবাব হোচেনচাহৰ শৰণাগত হলগৈ; আৰু নীলাম্বৰ ৰজাৰ মনৰ দুৰ্ব্বলতা আৰু ৰাজ্যৰ দুৰৱস্থা আদিৰ কথা বঢ়াই কৈ, অসমদেশ আক্রমণ কৰিবৰ নিমিত্তে তেওঁক বৰকৈ উদগাবলৈ ধৰিলে। হোচেনচাহে শচীপাত্রৰ কথাত প্রত্যয় মানি এজন সেনাপতিক, লগত ভালেমান সৈন্য দি, নীলাম্বৰ ৰজাৰ ৰাজ্য আক্রমণ কৰিবলৈ পঠিয়ালে। খ্রীঃ ১৪৯৮ চনত মছলমান সেনাৰে সৈতে লগলাগি শচীপাত্র নীলাম্বৰৰ ৰাজ্যৰ সীমাত উপস্থিত হলহি। দুয়োপক্ষৰে ঘোৰতৰ যুদ্ধ আৰম্ভ হল। মছলমান সেনাপতিয়ে ভালেমান দিন একেৰাহে যুদ্ধ কৰিও জিকিবৰ আন উপায় নেদেখি প্রবঞ্চনা কৰিবলৈ ফন্দি পাতিলে। এই অৰ্থে মছলমান সেনাপতিয়ে নীলাম্বৰ ৰজালৈ এনে ভাৱে বাতৰি পঠিয়ালে যে, তেওঁ ৰজাৰ ওচৰত পৰাজয় স্বীকাৰ কৰি নিজৰ দেশলৈ উলটিবলৈ ঠিক কৰিছে। কিন্তু, উলটি যোৱাৰ পূৰ্ব্বে ৰজাৰ মহিষীৰে সৈতে তেওঁৰ ভাৰ্য্যাই এবাৰ সাক্ষাৎ কৰি আহিবলৈ অনুমতি পালে তেওঁ পৰম বাধিত হব। নীলাম্বৰ ৰজাই এই কথাত পতিয়ন গৈ অনুমতি

দিয়াত, ৰজাৰ অন্তঃপুৰত গৈ তিৰুতাৰ বেশধাৰী মছলমান সৈন্যবিলাক ভৰি পৰিল, আৰু সিহঁতে তাতে ৰজাক অবাধে বন্দী কৰি দেশলৈ লৈ যাবৰ কাৰণে এটা লোৰ সজাত ভৰাই ৰাখিলে। পিচে, ৰাতি এটা বিশ্বাসী লগুৱাৰ সহায়ত নীলাম্বৰে বন্দী সজাৰপৰা মুকুলি হৈ পলাই গল। ৰজা পলাই যোৱাত, মছলমান সেনাপতিয়ে কমতাপুৰ দখল কৰি তাত অনেক সৈন্যসামন্তৰে সৈতে পুতেকক অধিপতি পাতি থৈ দেশলৈ উলটিল।

---

# ৬। আধ্যা।

## শিৰোমণি ভূঞা।

শঙ্কৰদেৱ।—এওঁ এজন অসমীয়া মহাকবি আৰু মহাপুৰুষ। অসমীয়া ভাষাত শঙ্কৰদেৱৰ কেইবাখানো জীৱন-চৰিত আছে। সেই বিলাক গ্ৰন্থৰপৰা তেওঁৰ অসাধাৰণ জীৱনী সম্বন্ধে বহুলকৈ জানিব পাৰি। তলত শঙ্কৰদেৱৰ বংশাৱলীৰ টোকা এটিৰে সৈতে তেওঁৰ জীৱন-চৰিত বিষয়ে চমুকৈ কোৱা গল।—

লণ্ডাদেৱ।
|
চণ্ডীবৰ।
|
ৰাজধৰ।
|
সূৰ্য্যবৰ, হলায়ুধ, জয়ন্ত, মাধৱ।
|
কুসুম্বৰ।
|
শঙ্কৰ, বনগঞাগিৰী।

## টাই জাতি বৌদ্ধধৰ্ম্মী মানুহ।

লণ্ডাদেৱ কনৌজৰ (কাণ্যকুব্জ) এজন ভূঞা বা মাটিগিৰী বা জমিদাৰ। তেওঁৰ অপৰ নাম ৰাণ্ডীদেৱ। লণ্ডাদেৱৰ পুতেক চণ্ডীবৰ। পিতাকৰ মৃত্যুৰ পাচত চণ্ডীবৰ পিতৃসম্পত্তিৰ গৰাকী হয়, আৰু অলপ দিনৰ ভিতৰতে প্ৰখ্যাত হৈ উঠে। কিন্তু, এই সময়তে চাহাবুদ্দিনে কনৌজ আক্ৰমণ কৰাত চণ্ডীবৰ প্ৰমুখ্যে ৭ ঘৰ কায়স্থ আৰু ৭ ঘৰ বামুণ তাৰপৰা বঙ্গদেশলৈ পলাই আহে। তাৰ পাচত, সিবিলাকে গৌৰেশ্বৰৰ আশ্ৰয়ত কিছুকাল বাস কৰেহি। সেই কালত গৌৰেশ্বৰ ধৰ্ম্মনাৰায়ণ আৰু কমতেশ্বৰ দুৰ্ল্লভনাৰায়ণৰ ভিতৰত বিশেষ বন্ধুতা আছিল। সেই সুযোগতে চণ্ডীবৰ প্ৰমুখ্যে সেই ১৪ চৈধ্য ঘৰ কনৌজীয়া মানুহে যথা সময়ত কমতেশ্বৰ দুৰ্ল্লভনাৰায়ণৰ ৰাজ্যত প্ৰতিপত্তি লাভ কৰেহি। চণ্ডীবৰ আৰু দুই-চাৰি জনত বাজে উক্ত ১৪ ঘৰ কনৌজীয়া মানুহৰ সকলো ভূঞা নাছিল যদিও, অসমত সিবিলাক আটাই কেইওঘৰ ভূঞা নামেই অভিহিত হল। সিবিলাকৰ ভিতৰত চণ্ডীবৰ সবাতকৈ চতুৰ আছিল কাৰণে, তেওঁক কমতেশ্বৰ দুৰ্ল্লভনাৰায়ণে শিৰোমণি ভূঞা খিতাপ দি বৰমুৰীয়া পাতিলে; আৰু লেঙ্গামাগুৰি নামে ঠাইত উত্তৰপাৰে কামৰূপত সিবিলাকক বসতি কৰিবলৈ দিহা লগাই দিলে। আৰু, তেতিয়াৰপৰা সিবিলাক শিৰোমণি ভূঞা নামে প্ৰখ্যাত হল। কিন্তু, তাত ভূটীয়াবিলাকৰ অত্যাচাৰ সহিব নোৱাৰি সেই নতুনকৈ বহা মানুহ কেইঘৰ অলপ দিনৰ ভিতৰতে থান-থান হৈ কোনোবা-কৰবালৈ গল। চণ্ডীবৰে দক্ষিণ পাৰলৈ আহি টেম্বুৱানী নামে এঠাইত বসতি কৰিলে। এই ঠাই বৰ্ত্তমান নগাওঁৰপৰা ১০ মাইলৰ ভাটীত। ইয়াতো তেওঁ বসতিৰ নিমিতে সুচল নাপাই, কিছুমান দিনৰ পাচত বৰদোৱা নামে ঠাইত থিতাপি হলগৈ। ইয়াতে সুচতুৰ চণ্ডীবৰে প্ৰজাবৰ্গৰ বল পাই শাসনসংক্ৰান্ত ক্ষমতাৰে সোনকালে

জিলিকি উঠিল। এই বৰদোৱাতে, ১৪৪৯ খ্ৰীষ্টাব্দত চণ্ডীবৰৰ প্ৰপৌত্ৰ কুসুমবৰে এটি অতি সুলক্ষণীয়া পুত্ৰ লাভ কৰে। তেওঁৱেই অসমৰ গৌৰৱৰ ধন শঙ্কৰদেৱ।

শঙ্কৰদেৱৰ সকতে পিতৃ-মাতৃ বিয়োগ হোৱাত, তেওঁ বুঢ়ীমাক খেৰসূতীৰ যত্নত ডাঙৰ-দীঘল হয়। শঙ্কৰদেৱে সৰুৰেপৰা বল, বুদ্ধি, সাহ, জ্ঞান ইত্যাদিত অসাধাৰণ প্ৰতিভাৰ চিন দেখুৱাইছিল। তেওঁ চেঙেৰা কালত খেদি গৈ বনৰ হৰিণা ধৰিছিল; ভাদমহীয়া ভৰপুৰ ব্ৰহ্মপুত্ৰ সাঁতৰি পাৰ হৈছিল। সজবুদ্ধি আৰু সৎসাহসতো তেওঁ সেই কালত অদ্বিতীয় আছিল। সকতে তেওঁৰ জ্ঞানৰ চিনাকি পাই সেই কালৰ লোকসকলে তেওঁক অৱতাৰী পুৰুষ বুলি মানিছিল। কালত শঙ্কৰদেৱৰ সেই অসাধাৰণ প্ৰতিভা ধৰ্ম্মৰ জ্যোতিৰে জিলিকি উঠিল। আজিও অসমীয়াৰ ঘৰে ঘৰে কীৰ্ত্তন-ভাগৱত আদি গ্ৰন্থই তাৰ চিনাকি দিব লাগিছে। অসমত নিৰ্ম্মল ভাগৱতী ধৰ্ম্ম প্ৰবৰ্ত্তোৱাই শঙ্কৰদেৱৰ জীৱনৰ মহাব্ৰত আছিল। কামৰূপ আৰু সৌমাৰৰ কিয়দংশত এই ধৰ্ম্ম বহুলৈকে প্ৰচাৰ কৰাৰ পাচত, তেওঁ ছুটীয়া ৰাজধানী ৰত্নপুৰলৈ যাত্ৰা কৰে। লগত তেওঁৰ প্ৰিয়শিষ্য অনিৰুদ্ধদেৱ, দামোদৰ দেৱ প্ৰভৃতি জনচেৰেক ধৰ্ম্মপ্ৰচাৰকো গৈছিল। সেই যাত্ৰাতে ভীষ্মক ৰজাৰ ৰাজধানী কুণ্ডিণ নগৰৰপৰা শঙ্কৰদেৱে বাসুদেৱৰ মূৰ্ত্তি এখনি লাভ কৰি আনে। উলটি ভটীয়াই আহোঁতে শঙ্কৰদেৱে দিহিঙৰ পাৰলৈ উঠি তাতে দিহিঙীয়া সত্ৰ স্থাপন কৰিলে। তাৰপৰা ভটীয়াই আহি, শালমৰামুখৰ পোনে উত্তৰপাৰলৈ উঠি তাতে দক্ষিণপাট নামে বামুণীয়া সত্ৰ এখন পাতি, দামোদৰদেৱক তাৰ অধিকাৰ পাতি থৈ আহে। তাৰপৰা আৰু ভটীয়াই আহি শঙ্কৰদেৱে উত্তৰপাৰে কমলাসুদৈৰ মাটিতে এসপ্তাহমান বাহৰ পাতি আছিল; আৰু তাতে তেওঁ

এখন শুদিবীয়া সত্ৰ স্থাপন কৰিবলৈ ইচ্ছা কৰিছিল। কিন্তু, শঙ্কৰদেৱৰ লোকান্তৰৰ পাচতহে তেওঁৰ প্ৰিয়শিষ্য মাধৱদেৱে তেওঁৰ সেই ইচ্ছা পূৰ্ণ কৰে। সেই কমলা মুদৈৰ মাটিতে মাধৱদেৱে কমলাবাৰী সত্ৰ স্থাপন কৰি, শঙ্কৰদেৱৰ বংশৰ পদ্মকান্ত ভূঞাক তাৰ অধিকাৰ পাতিলে। ইয়াত বাজেও শঙ্কৰদেৱৰ অক্ষয় কীৰ্ত্তি অলেখ আছে; বিস্তাৰিত জীবন-চৰিত্ৰত সেইবিলাক পোৱা যাব। শঙ্কৰদেৱে নিজৰ অসাধাৰণ প্ৰতিভাবে সৈতে অসমবাসীক মোহিত কৰিছিল। সেই বাবে তেওঁ অসমত আজিও অলেখ ভক্তবৃন্দৰপৰা পূজা পাব লাগিছে। অৱশেষত, জীৱনৰ মহাব্ৰত সাধন কৰি, কোচবেহাৰৰ ওচৰৰ ভেলাদাবা নামে ঠাইত ১৫৬৯ খ্ৰীষ্টাব্দত জীবন-লীলা সামৰি শঙ্কৰদেৱ স্বৰ্গী হল; কিন্তু তেওঁৰ নাম অসমত যাৱত্‌চন্দ্ৰদিবাকৰ অমৰ হৈ ৰল।

মাধৱদেৱ।—শঙ্কৰদেৱৰ শিষ্যবৰ্গৰ ভিতৰত মাধৱদেৱ সবাতকৈ প্ৰধান। এওঁৱো এজন অসমৰ মহাকবি আৰু মহাপুৰুষ। মাধৱদেৱ ৰচিত নামঘোষা, ভক্তিৰত্নাৱলী প্ৰভৃতি গ্ৰন্থাৱলীয়ে আজিও তেওঁক এজন মহাপণ্ডিত-কবি ৰূপে জীয়াই ৰাখিছে। মাধৱদেৱ পোনতে ঘোৰ শাক্ত আছিল; পাচে শঙ্কৰদেৱৰ লগত ধৰ্ম্মবাদত ঘাটি তেওঁ শঙ্কৰত শৰণ ভজি তেওঁৰ ভাগৱতী বৈষ্ণৱ ধৰ্ম্ম গ্ৰহণ কৰিলে। পাচলৈ মাধৱদেৱকো অৱতাৰী পুৰুষ ৰূপে ভক্তবৃন্দে পূজিবলৈ ধৰিলে। মাধৱদেৱে ১৫১৮ খ্ৰীষ্টাব্দত জন্মগ্ৰহণ কৰে, আৰু ১৫৯৬ খ্ৰীষ্টাব্দত তেওঁ স্বৰ্গী হয়। শঙ্কৰ-মাধৱত বাজেও, মাধৱ কন্দলি, অনন্ত কন্দলি, ৰামসৰস্বতী, ডাক প্ৰভৃতি অসমৰ ভালেমান জ্ঞানী পণ্ডিত কবি আছিল। ঠাইৰ নাটনিৰ বাবে ইয়াত সিবিলাকৰ চিনাকি দিব পৰা নহল।

---

# ৩। খণ্ড।

## অহম বা আহোম ৰাজত্ব।

## ১। আধ্যা।

টাই জাতি বৰ্ম্মাদেশৰ ভিতৰৰ শ্যান প্ৰদেশৰ মানুহ। আজিকালি সিবিলাকক অহম, বা আহম, কিম্বা আহোম নামে জানা যায়। ইবিলাক ইন্দ্ৰবংশী বুলি পৰিচিত, সেই কাৰণে এই জাতীয় ৰজাসকলক স্বৰ্গদেৱ বোলা যায়। খ্ৰীষ্টাব্দৰ-দশম শতিকাত এই জাতিৰ খুন্‌লুং আৰু খুন্‌লাই নামে দুজন ৰাজকুমাৰে দেশ জয় কৰিবৰ নিমিত্তে উত্তৰলৈ উজাই আহে। পিচে, বৰ্ত্তমান আসামৰ উত্তৰ-পূবে পাতকাই পৰ্ব্বতৰ সিপাৰে মুংৰিমুংৰাম নামে ঠাইত এখন ৰাজ্য পাতি তাতে দুয়ো কিছুকাল ৰাজত্ব কৰি আছিল। কালত দুই জনৰ ভিতৰত কন্দল লাগি উঠিল। তাতে, ককায়েক খুন্‌লুঙে খং কৰি উত্তৰৰ ফালে গুচি গল, আৰু খেহ দেশত (চীন) এখন সুকীয়া ৰাজ্য পাতি থাকিলগৈ। ইয়াৰ পাচত, খুন্‌লায়ে ৭০ বছৰ মুংৰিমুংৰামত ৰাজত্ব কৰিলে। তেওঁৰ লোকান্তৰৰ পাচত, তেওঁৰ ফৈদৰ ৰজাই ৪০ বছৰ ৰাজত্ব কৰি নিৰ্ব্বংশ হোৱাত, খেহ দেশৰপৰা খুন্‌লুঙৰ ফৈদৰ কোৱঁৰ আনি মুংৰিমুংৰামত ৰজা পতা হল। তেওঁৰপৰা ৪০ জন ৰজা হৈ যোৱাৰ পাচত, এই ফৈদৰ বিখ্যাত চুকাফা কোৱঁৰ ৰাজপাটত উঠে।

টাই জাতি বৌদ্ধধৰ্ম্মী মানুহ। ইবিলাকে ঈশ্বৰক "ফুৰা তাৰা আলং" অৰ্থাৎ জ্যোতিৰ্ম্ময় পূৰ্ণব্ৰহ্ম বুলি মানিছিল। টাই জাতিৰ আচল ধৰ্ম্মপুথি 'ফুৰালুং' আৰু 'মেমিমাঙ্গত' যি মূল ধৰ্ম্মশিক্ষা দিয়া আছে, সেই

মতে "অহিংসা পৰমোধৰ্ম্ম" এয়ে সিবিলাকৰ ধৰ্ম্মৰ মূলমন্ত্ৰ। কিন্তু, দেশ জয় কৰিবলৈ আহোঁতে, সৌমাৰৰ পাহাৰী জাতিবোৰ প্ৰথম প্ৰজাৰূপে লগ লগাত টাই বা আহোমসকলৰ বাহ্যিক ধৰ্ম্মভাবত সংসৰ্গ-দোষৰ ভাঁজ লাগিছিল।

টাই বা আহোম জাতিৰ স্বকীয়া আৰু চহকী ভাষা আছিল। দেওধাঁই, মহন, বাইলুং এই তিনি খেলৰ মানুহে আহোম লিখা-পঢ়াৰ চৰ্চ্চা ৰাখিছিল। টাই বা আহোম ভাষাত, বুৰঞ্জীত বাজে, প্ৰায় সমুদায় পুথি পয়াৰ ছন্দত লিখা, আৰু পুথিখনেপতি পাঠৰ স্বকীয়া সুৰ। এই ভাষাত স্বকীয়া জ্যোতিষ শাস্ত্ৰ আছিল; সেই মতে হে টাই জাতীয় লোকে বা আহোমসকলে জ্যোতিষ গণনা কৰিছিল। শিৱসাগৰ জিলাৰ ভিতৰৰ অভয়পুৰ, শিলাকুটী আদি মৌজাৰ দেওধাঁই, মহন আৰু বাইলুংসকলে এতিয়াও সেই শাস্ত্ৰ ব্যৱহাৰত ৰাখিছে। টাই ভাষাত সাধুকথাৰ পুথিও আছে, সেইবোৰ পয়াৰ ছন্দত লিখা। বুৰঞ্জী লিখাত টাই জাতি ৰৰ কাজুৱা আৰু পৃথিবীৰ ভিতৰত অগ্ৰগণ্য আছিল। "বুৰঞ্জী" শব্দৰ অৰ্থ (বু,—নজনা, ৰঞ্জ, জনোৱা; জী,—ভঁৰাল) নজনা কথা জনোৱাৰ ভঁৰাল। বৰ্ত্তমান "ইতিহাস" শব্দৰ ঠাইত অসমীয়া ভাষাত এই "বুৰঞ্জী" শব্দ ব্যৱহাৰ কৰা হৈছে।

টাই বা আহোম জাতি বৰ বলী, সাহসী আৰু যুঁজাৰু আছিল। ইবিলাকৰ আত্মসন্মান ভাব বৰ প্ৰৱল; ৰজাক ইবিলাকে দেৱতাৰ সন্মান দিছিল। টাই জাতি ৰণত বৰ পাৰ্গত; সিবিলাকে পাথৰকলাই হিলৈ, বৰটোপ, ঢাল, তৰোৱাল, কাঁৰ-ধেনু, যাঠী, বৰছা ইত্যাদি অস্ত্ৰেৰে ৰণ কৰিছিল। ইবিলাকে একেবাৰে সমুদায় ৰণুৱা লৈ গৈ কোনো শত্ৰুৰে সৈতে ৰণ নকৰিছিল। ঠায়ে ঠায়ে ৰণুৱা ৰখাৰ কোঁঠ

আছিল; সময়ত এটা কোঁঠৰ মানুহে যাতে আন কোঁঠৰ মানুহক সহজে সহায় কৰিবগৈ পাৰে, তাৰ নিমিত্তে ভাল উপায় কৰিছিল। এতিয়াৰ গুপ্তচৰৰ দৰে তেতিয়া চোৰাংচোৱা আছিল। ঘোঁৰাৰ ডাকেৰে ৰণৰ বাতৰি ৰজাক জনাই থকাৰ নিয়ম চলিছিল।

---

## সৌমাৰত অহম বা আহোম ৰজা।

চুকাফা।—চুকাফা স্বৰ্গদেৱে ১৮ বছৰ মুংৰিমুংৰামত ৰাজত্ব কৰাৰ পাচত, খ্ৰীঃ ১২২৯ শকত দেশ জয় কৰিবৰ উদ্দেশ্যে আহি, পাতকাই আৰু নগাপাহাৰে দি বাট লৈ সৌমাৰত উপস্থিত হয় হি। তেওঁ সৌমাৰত পোনেই সোমাওঁতে লগত থাওমুংক্লিংলুনমুং বুঢ়াগোহাঁই, থাওমুং কানঙ্গন বৰগোহাঁই প্ৰমুখ্যে ৮ জন বিষয়াৰে সৈতে ১০৮০ জন মাটি-ৰণুৱা, ৩০০ ঘোঁৰা-ৰণুৱা আৰু দুটা হাতী আনিছিল। পিচে, স্বৰ্গদেৱ চুকাফাই নিজ পৰাক্ৰমেৰে সৌমাৰৰ মটক, বৰাহী প্ৰভৃতি সৰু সৰু ৰজাবিলাকক পৰাভূত কৰি, নামৰূপ, টিপাম, অভয়পুৰ, হাবুং, লিগিৰীগাওঁ, শিমলুগুৰি, নামদাং প্ৰভৃতি ঠাই ঘূৰি, আৰু অৱশেষত চৰাইদেওত নগৰ পাতি লৈ তেওঁৰ ৰাজ্য ক্ৰমাৎ বঢ়াবলৈ ধৰিলে। অতি অলপ দিনৰ ভিতৰতে তেওঁৰ ক্ষমতা ইমান বাঢ়ি উঠিল যে, সৌমাৰত বাজেও কামৰূপৰ আন-আন খণ্ডৰ সৰু সৰু ৰজাবিলাক তেওঁৰ কৰতলীয়া হবলৈ বাধ্য হৈছিল। প্ৰবল প্ৰতাপী মহাৰাজ চুকাফাৰ কোনো আক্ৰমণেই বিফল হোৱা নাছিল। তেওঁ যেতিয়াই যি ৰাজ্য আক্ৰমণ কৰিছিল, তেতিয়াই সেই ৰাজ্যৰ ৰজাক বশ কৰি তেওঁৰ কৰতলীয়া কৰিছিল। তেওঁৰ পূৰ্ব্বে সৌমাৰত ইমান পৰাক্ৰমী ৰজা নাছিল; প্ৰতিকে, আন ৰজাসকলে স্বৰ্গদেৱ চুকাফাক অসম (যাৰ সমান নাই) বংশৰ অসম

প্ৰতাপী ৰজা বুলি মানিবলৈ ধৰিলে। আৰু, যিমানলৈকে তেওঁ আৰু তেওঁৰ বংশী ৰজাই ৰাজ্য বঢ়াইছিল, সিমানলৈকে তেওঁৰ নাম অনুসৰি "অসম দেশ" নাম হবলৈ ধৰিলে। এই "অসম" নামৰপৰাই এতিয়াৰ "আসাম" * নামৰ উৎপত্তি হৈছে; আৰু তাৰপৰাই আগৰ "টাই" জাতি মানুহক পাচলৈ "অসম" বা "অহম" বা "আহম" কিম্বা "আহোম" নামে জনা যায়।

আগৰ সৌমাৰ খণ্ডত এতিয়াৰ লক্ষীম্পুৰ আৰু শিৱসাগৰ জিলা পৰিছিল। টাই বা অহম জাতিৰ ৰাজত্বৰ পূৰ্ব্বে এই খণ্ড বৰাহী, মটক আৰু মৰাণ জাতিৰ দখলত আছিল। মহাৰাজ চুকাফাই সৌমাৰ দেশ সম্পূৰ্ণে আধিকাৰ কৰাত সেই দুই জাতি তেওঁত প্ৰজাৰূপে শৰণাগত হল।

মহাৰাজ চুকাফা এজন বৰ ৰাজনীতিজ্ঞ পুৰুষ আছিল। দেশ জয় কৰাত তেওঁ যেনে পাৰ্গত, শাসন কাৰ্য্যতো তেওঁ এজন তেনে পৈণত ৰজা আছিল। প্ৰজা-শাসনৰ সুচলাৰ্থে তেওঁ অসাধাৰণ ভাৱে স্বাৰ্থ ত্যাগ কৰিব পাৰিছিল। আন কি, ৰাজকাৰ্য্যৰ সুচলাৰ্থে তেওঁ নিজৰ ভাষাকো এৰিবলৈ কাতৰ নহৈছিল। অহম জাতি সৌমাৰত ৰাজত্ব কৰিবলৈ আহোঁতে সিবিলাকৰ লোকসংখ্যা প্ৰজাতকৈ ভালেমান গুণে তাকৰ আছিল; দেশ জয় কৰিবলৈ অহাৰ কাৰণে সিবিলাকৰ লগত তিৰুতাৰ সংখ্যাও নিচেই তাকৰ আহিছিল; অসম দেশৰ বাহিৰে আন দেশৰ লগত অহম বা আহোম ভাষাৰে সৈতে বা-বাতৰি চলাবলৈকো সুচল নহৈছিল; ইত্যাদি কাৰণত মহাৰজা চুকাফাই নিজৰ ভাষাৰ চৰ্চ্চা

* টাই জাতীয় অহমসকলে অসমদেশক পোনতে "মুংডুন্ চুন্খাম" (মুং=দেশ, ডুন=পূৰ্ণ, চুন্=বাগিছা, খাম=সোণ) অৰ্থাৎ মূল্যবান সুন্দৰ বাগিছাৰে সৈতে পৰিপূৰ্ণ দেশ বুলিছিল।

টিলাই দি, ৰাজকীয় কাৰ্য্যত প্ৰজাৰ ভাষা চলাবলৈ নিয়ম কৰিলে। তেতিয়াৰপৰা বুৰঞ্জী আৰু ধৰ্ম্মপুথিত মাথোন আহোম ভাষাৰ প্ৰচলন থাকিল, আন সমুদায় ৰজাঘৰীয়া কাৰ্য্যাদি প্ৰজাৰ ভাষাৰে সৈতে চলোৱা হল। এতিয়া, আহোম ভাষাৰ চৰ্চ্চা সমূলি নোহোৱাত, তাৰ নাম পৰ্য্যন্ত লুমাবলৈ ধৰিছে! চুকাফা স্বৰ্গদেৱৰ লগত অহা আহোম-সকলে সৌমাৰৰ আদিবাসী সকলৰো জায়াৰী বিয়া কৰাই বংশ বঢ়াবলৈ ধৰিলে।

মহাৰাজ চুকাফা সৌমাৰত প্ৰথম অহম বা আহোম ৰজা। তেওঁ ৪০ বছৰ কাল্ ইয়াত ৰাজত্ব কৰি, নিজৰ: অসম ক্ষমতাৰ অক্ষয় কীৰ্ত্তি ৰাখি, অতি বৃদ্ধ বয়সত, ১২৬৮ খ্ৰীষ্টাব্দত স্বৰ্গী হল।

চুতেউফা।—চুকাফা স্বৰ্গদেৱৰ তিনি জন কোৱঁৰ আছিল। সিবিলাকৰ ভিতৰৰ বৰ জন চুতেউফা কোৱঁৰে খ্ৰীঃ ১২৬৮ শকত ৰজা হৈ ১৩ বছৰ ৰাজত্ব কৰে। তেওঁৰ দিনত আগৰ বুঢ়াগোহাঁই ডাঙ্গৰীয়া আৰু বৰগোহাঁই ডাঙ্গীয়াৰ মৃত্যু হোৱাত, সিবিলাকৰ পুত্ৰ থাওকৰু আৰু চাওবিনক পিতৃৰ বিষয় দি নতুনকৈ ডাঙ্গৰীয়া পতা হয়। এই ৰাজত্বতে কছাৰিবিলাকে দিখৌ নৈৰ পূবৰ সমুদায় ৰাজ্য আহোম ৰজাক এৰি দিয়ে।

চুবিনফা।—চুতেউফা স্বৰ্গদেৱৰ পাচত, তেওঁৰ বৰপুত্ৰ চুবিনফা কোৱঁৰ খ্ৰীঃ ১২৮১ শকত ৰজা হয়। তেওঁ ১১ বছৰ মাথোন ৰাজত্ব কৰে। এই ৰাজত্বত থাওকৰু বুঢ়াগোহাঁই ডাঙ্গৰীয়াই ৰাজ্যৰ চাৰিওফালে ৰাজকীয় নিয়ম প্ৰচলন কৰি ফুৰিছিল। সবশেহত, তেওঁ মৰাণ-ৰাজ্যত বাহৰ পাতি ৰয়হি। আৰু, তাতে এগৰাকী অতি ৰূপৱতী মৰাণ-জীয়াৰীক বিয়া কৰাই বছৰচেৰেক বসতি কৰি থকাৰ পাচত ডাঙ্গৰীয়া নিৰুদ্দেশ হল।

চুখাংফা।—চুবিনফা স্বৰ্গদেৱৰ লোকান্তৰ হোৱাত, তেওঁৰ বৰপুত্ৰ চুখাংফা কোৱঁৰ খ্ৰীঃ ১২৯৩ শকত ৰজা হয়। এই জনা স্বৰ্গদেৱে কমতাপুৰৰ বিখ্যাত নীলধ্বজ ৰজাক যুদ্ধত ঘটাই, অৱশেষত তেওঁৰ ৰজনী নামে জীয়েকক বিয়া কৰাই থেন বংশী ৰজাৰে সৈতে মিতিৰ পাতিছিল। ইয়াত বাজেও, আন-আন ভালেমান ডাঙৰ বিষয়ৰ নিমিত্তে চুখাংফা স্বৰ্গদেৱৰ ৰাজত্ব বিশেষকৈ প্ৰখ্যাত। তেওঁৰ দিনত বহুকাল শূন্য হৈ কথা বুঢ়াগোহাঁই ডাঙৰীয়াৰ আসন আকৌ পূৰণ কৰা হয়। চুবিনফা স্বৰ্গদেৱৰ দিনতে নিৰুদ্দেশ হোৱা থাওৰুক বুঢ়াগোহাঁই ডাঙৰীয়া মৰাণ-ৰাজ্যত বাহৰ পাতি থাকোঁতে, তেওঁৰ সেই ৰূপৱতী ভাৰ্য্যাৰপৰা চাওফ্ৰংডাম আৰু কুন্‌কাই নামে দুটি পুত্ৰ লাভ হৈছিল। চুখাংফা স্বৰ্গদেৱৰ ৰাজত্বৰ শেহছোৱাত স্বৰ্গীয় ডাঙৰীয়াৰ সেই পুত্ৰ দুটিৰ চিনাকি পাই, স্বৰ্গদেৱে বৰটিক বুঢ়াগোহাঁই ডাঙৰীয়া আৰু সৰুটিক মৰাণৰ ওপৰত ডেকাবৰুৱা পাতিলে। তেওঁৰ দিনতে ৺ শঙ্কৰদেৱৰ পূৰ্ব্বপুৰুষ চণ্ডীবৰে কনৌজপুৰৰপৰা আহি পোন-প্ৰথমে অসমত বসতি কৰে। ৩৯ বছৰ সুখ্যাতিৰে ৰাজত্ব কৰাৰ পাচত, চুখ্ৰাংফা, চুতুফা, ত্যাওখাম্‌থি আৰু ৰজনী কুৱঁৰীৰ গৰ্ভজাত চাওপুলাই এই চাৰি-জন কোৱঁৰ ৰাখি, চুখাংফা স্বৰ্গদেৱ খ্ৰীঃ ১৩৩২ শকত স্বৰ্গী হল।

চুখ্ৰাংফা।—স্বৰ্গদেৱ চুখাংফাৰ পাচত, তেওঁৰ বৰপুত্ৰ চুখ্ৰাংফা কোৱঁৰে খ্ৰীঃ ১৩৩২ চনৰপৰা ১৩৬৪ চনলৈকে ৩২ বছৰ ৰাজত্ব কৰে। তেওঁৰ ৰাজত্বৰ আগছোৱাতে ভায়েক চাওপুলায়ে তেওঁৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিছিল। পিচে, তেওঁ ধৰা পৰাত মোমায়েক কমতাপুৰৰ ৰজাৰ সহায় ললেগৈ। অৱশেষত দুইৰো পুনঃ মিল হল, আৰু চাও-পুলাইক চাৰিঙ্গীয়া ৰজা পতা হল। আৰু, এই ষড়যন্ত্ৰত যোগ থকাৰ

প্ৰমাণত চাওবিনক বধ কৰি তেওঁৰ পুতেক তাফ্ৰিখিনক বৰগোহাঁই ডাঙৰীয়া পতা হয়।

চুতুফা।—চুখ্ৰাংফা স্বৰ্গদেৱ অপুত্ৰক হৈ স্বৰ্গী হোৱাত, খ্ৰীঃ ১৩৬৪ চনত ভায়েক চুতুফা কোৱঁৰ ৰজা হয়। তেওঁ পিতৃৰাজ্য বঢ়াবৰ মনেৰে চুটীয়া ৰজাৰ ৰাজ্য আক্ৰমণ কৰিছিল; কিন্তু এই আক্ৰমণত মন্ত্ৰীসকলৰ সম্মতিৰ বল নোপোৱাত, তেওঁ কৃতকাৰ্য্য হব নোৱাৰিলে। অৱশেষত, তেওঁ চুটীয়া ৰজাৰে সৈতে মিত্ৰতা কৰিবলৈ বাধ্য হয়, আৰু এই চুটীয়া ৰজায়ে খ্ৰীঃ ১৩৭৬ অব্দত তেওঁক চক্ৰাই নৈত চৰানাও খেলা-বলৈ নি চক্ৰান্ত কৰি বধ কৰে।

---

# ১ম, অৰাজকতা

চুতুফা স্বৰ্গদেৱে চুটীয়া ৰাজ্য আক্ৰমণ আৰু আন ভালেমান মন্ত্ৰী-সকলৰ ইচ্ছা-বিৰোধী কাৰ্য্য কৰি ৰাজ্যত অন্যায়-উপদ্ৰৱ কৰাৰ কাৰণে, মন্ত্ৰী আৰু বিষয়াসকল তেওঁৰ ওপৰত বৰকৈ অসন্তুষ্ট হৈছিল। সেই বাবে, ৰাজ-কোৱঁৰসকলৰ ক্ষমতাত আশঙ্কা মানি, সিবিলাকে চুতুফা স্বৰ্গদেৱৰ পাচত, খ্ৰীঃ ১৩৭৬ চনৰপৰা ১৩৮০ চনলৈকে ৰজা নপতাকৈ ৰাজ্য শাসন কৰিবলৈ যতন কৰিছিল। সেই চাৰি বছৰ ৰজাৰ ডঁৰি নথকাত, শাসনৰ বান্ধ ঢিলা হৈ, ৰাজ্যত বহু অসুখ-অশান্তি হৈছিল।

ত্যাওখামথি।—ওপৰত কোৱা চাৰি বছৰ কাল অৰাজক হৈ থকাৰ পাচত, মন্ত্ৰী আৰু আন-আন বিষয়া সকলোৱে মিল হৈ, চুখাংফা স্বৰ্গদেৱৰ সৰু-মাজিউ পুতেক ত্যাওখামথি কোৱঁৰক খ্ৰীঃ ১৩৮০ চনত ককায়েকৰ সিংহাসনত তুলি ৰজা পাতি লয়। পিচে, তেওঁ

## স্বৰ্গদেৱ স্বৰ্গনাৰায়ণে ৰৰপাত্ৰ ডাঙৰীয়াৰ বিষয় সৃষ্টি কৰে।

সিংহাসনত উঠাৰ বছৰচেৰেকেৰ পাচত, মন্ত্ৰী আৰু বিষয়াসকলৰ অসম্মতি থকাতো, ভাতৃ-বৈৰী ছুটীয়া ৰজাক প্ৰতিশোধ দিবৰ মনেৰে তেওঁৰ ৰাজ্য আক্ৰমণ কৰেগৈ। স্বৰ্গদেৱে এই আক্ৰমণলৈ যাওঁতে নিজৰ ৰাজ্যৰ শাসন-ভাৰ তেওঁৰ বৰ কুৱঁৰীৰ হাতত দি যায়। সেই সময়ত তেওঁৰ সৰু কুৱঁৰী সগৰ্ভা আছিল। বৰ কুৱঁৰী নিজে অপুত্ৰকা হোৱাৰ কাৰণে, সৰু কুৱঁৰীক পেটে-পেটে তেওঁ হিংসা কৰিছিল। পাচলৈ সতিনীৰ পুত্ৰ ৰজা হব, এই হিংসাত ৰজাৰ অনুপস্থিতত সুযোগ বুজি, সৰু কুৱঁৰীক মিছাকৈয়ে কোনো এটা ডাঙৰ অপৰাধত পেলাই বৰ কুৱঁৰীয়ে তেওঁৰ প্ৰাণদণ্ডৰ আজ্ঞা দিয়ে। পিচে, বধিবলৈ নিবৰ সময়ত সগৰ্ভা দেখি, বুঢ়াগোহাঁই ডাঙৰীয়াই গোপনে ভুৰত তুলি সৰু কুৱঁৰীক দিহিঙত উটাই দিলে। তেওঁ উটি উটি হাবুং পালেগৈ। তাতে এজন হাবুঙীয়া বামুণে তেওঁক তুলি নি কিছুকাল প্ৰতিপাল কৰি ৰখাৰ পাচত, তেওঁৰ ঘৰতে এটি সুলক্ষণীয়া পুত্ৰ প্ৰসৱ কৰি, প্ৰসূতা-ৰোগত কুৱঁৰী স্বৰ্গী হল। এই পুত্ৰটিয়েই পাচলৈ "বামুণী কোৱঁৰ" নামে জনাজাত হয়। স্বৰ্গদেৱ যুদ্ধত জয়লাভ কৰি আহি সৰু কুৱঁৰীৰ বেজাৰত মৰণান্তিক হলহি। ত্যাওথামথি স্বৰ্গদেৱৰ দিনত চাওফ্ৰংডাম বুঢ়াগোহাঁই আৰু তাক্ৰিথিন বৰগোহাঁই দুয়োজন ডাঙৰীয়াৰ মৃত্যু হোৱাত, সিবিলিকৰ পুত্ৰ চাওথাইথুম্ আৰু ত্যাতানবিঙ ক্ৰমে বুঢ়াগোহাঁই ডাঙৰীয়া আৰু বৰগোহাঁই ডাঙৰীয়া হয়। এই জনা স্বৰ্গদেৱ মন্ত্ৰী আৰু আন-আন বিষয়সকলৰ অপ্ৰিয় হোৱাত, খ্ৰীঃ ১৩৮৯ চনত তেওঁক মন্ত্ৰীসকলে চক্ৰান্ত কৰি বধ কৰায়।

---

## ২য়, অৰাজকতা।

স্বৰ্গদেৱ ত্যাওখামথি দেখাত অপুত্ৰক হৈ স্বৰ্গী হোৱাত, তেওঁৰ ভায়েক চাওপুলাই কোৱঁৰ ৰাজপাটত উঠিব লাগিছিল। কিন্তু, ইয়াৰ আগেয়ে তেওঁৰ ককায়েক দুজনাই মন্ত্ৰী আৰু বিষয়াসকলৰ ইচ্ছা-বিৰোধী কাৰ্য্য কৰি ৰাজ্যত অন্যায়-উপদ্ৰৱ আদি কৰাত, সিবিলাকে এওঁকো বিশ্বাস কৰিব নোৱাৰি ৰজা পাতিবলৈ অস্বীকাৰ কৰিলে। পিচে, মন্ত্ৰী আৰু বিষয়াসকলে ৰজা পাতিবৰ নিমিত্তে তলে-তলে আন এজন মনেবছা কোৱঁৰ বিচাৰোঁতেই, খ্ৰীঃ ১৩৮৯ চনৰপৰা ১৩৯৮ চনলৈকে ৯ বছৰ কাল আহোম ৰাজ্য অৰাজক অৱস্থাত থাকে।

চুডাংফা বা বামুণীকোৱঁৰ।—ডাঙ্গৰীয়া-বিষয়াসকলে ৯ বছৰ কাল উপযুক্ত কোৱঁৰ বিচৰাৰ পাচত, বামুণীকোৱঁৰৰ সন্ধেদ পোৱা গল। আৰু, ডাঙ্গৰীয়াসকলে তেওঁক অতি আদৰেৰে নগৰলৈ অনাই, খ্ৰীঃ ১৩৯৮ চনত পিতৃ-সিংহাসনত তুলি ৰজা পাতে। এই জনা কোৱঁৰ বুজন হৈ নুঠালৈকে তেওঁৰ পালক ব্ৰাহ্মণৰ ঘৰকে তেওঁ নিজৰ পৰিয়াল বুলি ভাবিছিল। সেই কাৰণে, ৰজা পাতিবলৈ অনাওঁতে অকলে আহিবলৈ তেওঁ অমান্তি হোৱাত, লগতে সেই বামুণৰ ঘৰোৱাহকে তুলি অনা হয়। বামুণৰ ঘৰত প্ৰতিপালিত হোৱাৰ কাৰণে, তেওঁক আৰু পালক ব্ৰাহ্মণৰ লৰাইতক পাচলৈ "বামুণী কোৱঁৰ" নামে জনা যায়। এওঁৰ দিনেৰপৰা আহোমৰ ৰাজ্যত বামুণৰ প্ৰতিপত্তি আৰম্ভ হয়।

চুডাংফা স্বৰ্গদেৱক ৰজা নৌ পাতোঁতেই সিফালে চাওপুলাই কোৱঁৰ, ৰাজ্যলাভৰ আশাত বিমুখ হৈ, নৰা ৰজাৰ ওচৰত সহায় বিচাৰি গল। নৰা ৰজাও আহোম ৰজাৰে একে বংশী আছিল। কিন্তু,

তেওঁক চাওপুলাই কোৱঁৰে এই দৰে বুজাই কলেগৈ যে, মন্ত্ৰীসকলে কুমন্ত্ৰণা কৰি সৌমাৰত আহোম বংশৰ ৰজা লোপ কৰি আন বংশৰ ৰজা পাতিবলৈ আয়োজন কৰিছে। এই কথাত বিষম পাই নৰা ৰজা চুকণফাই তেওঁৰ চিন্‌পৌ নামে বৰগোহাঁই ডাঙ্গৰীয়াক এজাক সৈন্য দি আহোম ৰাজ্য আক্ৰমণ কৰিবলৈ পঠিয়ায়। পিচে, তেওঁ অহাৰ বাতৰি পাই, ইফালৰপৰা চুডাংফা স্বৰ্গদেৱৰ বৰগোহাঁই ডাঙ্গৰীয়ায়ো সৈন্য-সামন্ত লৈ আগ বাঢ়ি পাতকাই পৰ্ব্বতৰ ওচৰতে নৰা ৰজাৰ ফলীয়া মানুহৰে সৈতে ভেটা-ভেটী হলগৈ। তাৰ পাচে, চিনপৌ বৰগোহাঁয়ে আহোম ৰজাৰ ফালৰ মানুহৰ মুখে চুডাংফা স্বৰ্গদেৱৰ সম্বন্ধে সকলো বৃত্তান্ত শুনিলে। আৰু, আহোম ৰাজপাটত আহোম ৰাজবংশৰ ৰজা বৰ্ত্তমান থকা জানি, তেওঁ যুদ্ধ দিবলৈ অমান্তি হল। গতিকে, খ্ৰীঃ ১৪০১ চনত দুয়ো জনা বৰগোহাঁই ডাঙ্গৰীয়াই পাতকাই পৰ্ব্বতকে দুই ৰাজ্যৰ মাজসীমা পাতি ভৱিষ্যতে কোনো পক্ষেই সেই সীমা পাৰ নহবলৈ অঙ্গীকাৰ কৰিলে। আৰু, সেই সন্ধিৰ চিন স্বৰূপে দুয়োজনা বৰগোহাঁইৰ দুটা শিলৰ প্ৰতিমূৰ্ত্তি কটাই তাতে স্থাপন কৰা হল। ইয়াৰ পাচত, কমতাপুৰ আক্ৰমণ কৰিবলৈ বৰগোহাঁইক সসৈন্যে পঠিওৱা হয়। কিন্তু, কমতেশ্বৰে স্বৰ্গদেৱ চুডাংফালৈ নিজৰ জীয়েক ভাজনী নামে কুমাৰীক বিয়া দি মিত্ৰতা কৰিলে। চুডাংফা স্বৰ্গদেৱেই চৰগুৱাত (১) নগৰ পাতি পোন-প্ৰথমে শিঙৰি ঘৰত উঠি আহোম বিধিমতে ৰজা হয়। তেওঁ মুঠতে ৯ বছৰ ৰাজত্ব কৰাৰ পাচত, নিজে পতা নতুন নগৰতে খ্ৰীঃ ১৪০৭ চনত স্বৰ্গী হল।

---

(১) চৰগুৱা শিৱসাগৰ জিলাৰ ৰাজমাইৰ ওচৰত ; শিৱসাগৰৰপৰা ১০ মাইল।

চুজাংফা।—স্বৰ্গদেৱ চুডাংফা বা বামুণীকোঁৱৰ স্বৰ্গী হোৱাত, তেওঁৰ পুতেক চুজাংফা কোঁৱৰ ৰজা হয়। তেওঁ খ্ৰীঃ ১৪০৭ চনৰপৰা ১৪২২ চনলৈকে ১৫ বছৰ ৰাজত্ব কৰি স্বৰ্গী হয়। তেওঁৰ ৰাজত্বৰ কালত উল্লেখযোগ্য কোনো ডাঙৰ ঘটনা হোৱা নাছিল। চুজাংফা স্বৰ্গদেৱৰ দিনত ত্যাতানবিঙৰ লোকান্তৰ হোৱাত তেওঁৰ পুতেক নাংচুখাম বৰগোহাঁই ডাঙৰীয়া হয়।

চুফাকৃফা।—চুজাংফা স্বৰ্গদেৱৰ পাচত তেওঁৰ পুতেক চুফাকৃফা কোঁৱৰ খ্ৰীঃ ১৪২২ চনত ৰজা হয়। তেওঁৰ দিনত খেনলুং আৰু নাওনিম ক্ৰমে বুঢ়াগোহাঁই ডাঙৰীয়া আৰু বৰগোহাঁই ডাঙৰীয়া হয়। তেওঁৰ ৰাজত্বৰ কালত বুৰঞ্জীত লিখিব লগীয়া ডাঙৰ ঘটনা হোৱা নাই। স্বৰ্গদেৱ চুফাকৃফা, ১৭ বছৰ ৰাজত্বৰ পাচত, খ্ৰীঃ ১৪৩৯ চনত স্বৰ্গী হল।

চুচেন্‌ফা।—চুফাকৃফা স্বৰ্গদেৱৰ লোকান্তৰ হোৱাত, তেওঁৰ পুত্ৰ চুচেনফা কোঁৱৰে খ্ৰীঃ ১৪৩৯ চনত পিতৃ-সিংহাসনত উঠে। তেওঁৰ দিনত টঙচু নগাবে সৈতে এখন ঘোৰতৰ যুদ্ধ লাগিছিল। নগাক যুদ্ধত ঘটাই আহোম সেনাবিলাকে সিহঁতৰ চাং পৰ্য্যন্ত খেদি গৈ অনেক বস্ত্ৰ-বস্তু লুটি আনে। তেওঁৰ দিনতে ১৪৪৯ খ্ৰীষ্টাব্দৰ আহিন মাহত অসমৰ মহাকবি মহাপুৰুষ শঙ্কৰদেৱে বৰদোৱাত জন্মগ্ৰহণ কৰে। স্বৰ্গদেৱ চুচেনফা, প্ৰায় আঠৈকুৰি বছৰ ৰাজত্বৰ পাচত, খ্ৰীঃ ১৪৮৮ চনত স্বৰ্গী হল।

চুহান্‌ফা। -- স্বৰ্গদেৱ চুচেনফাৰ পাচত, তেওঁৰ পুত্ৰ চুহানফা কোঁৱৰ খ্ৰীঃ ১৪৮৮ চনত ৰজা হয়। তেওঁৰ ৰাজত্বৰ কালত কোচ ৰজা বিশ্বসিংহই আহোমৰাজ্য আক্ৰমণ কৰেহি। কিন্তু, যুদ্ধত কোচ ৰজা ঘাটি নিজৰ দেশলৈ উলটি গল। এই যুদ্ধৰ পাচত, পুনৰ টঙচু নগাবে সৈতে দ্বিতীয় বাৰ যুদ্ধ হয়। প্ৰথম খেপত আহোম সেনাই

ছোঁহকা মৰাত, তাওকাংবানৰেক বৰগোহাঁই ৰণত পৰিল। কিন্তু, পাচৰ খেপত নতুনকৈ হোৱা নাঙ্গাৰাং বৰগোহাঁই ডাঙৰীয়াই নগাক যুদ্ধত ঘটাই সিহঁতক সম্পূৰ্ণে তলতীয়া কৰে; আৰু তাৰ চিন্ স্বৰূপে সেই চাঙ্গৰে কেইঘৰমান নগাক লগত ঘৰোৱাহীকৈ বন্দী কৰি লৈ আহে। এই যুদ্ধ শেষ হোৱাৰ অলপ দিনৰ পাচতে, ১৪৯০ খ্রীষ্টাব্দত এখন কছাৰিৰণত আহোম ৰজা পৰাস্ত হয়। খেনলুঙ বুঢ়াগোহাঁই ডাঙৰীয়াৰ চক্ৰান্ত মতে, খ্রীঃ ১৪৯৩ চনত লানতকণবান নামে এটা বমুৱা মানুহে স্বৰ্গদেৱ চুহানফাক জোঙলা বাঁহেৰে খুচি মাৰিলে।

চুপিমফা।—বুঢ়াগোহাঁই ডাঙৰীয়াৰ চক্ৰান্তমতে, চুহানফা স্বৰ্গদেৱক বধ কৰাৰ কথা জনাজাত হোৱাত, আনকেইজন ডাঙৰীয়াই মিল হৈ, বুঢ়াগোহাঁই ডাঙৰীয়াৰ ইচ্ছাৰ বিৰুদ্ধে মৃত ৰজাৰ পুত্ৰ চুপিমফা কোৱঁৰক খ্রীঃ ১৪৯৩ চনত ৰজা পাতে। তেওঁ সিংহাসনত উঠিয়েই পিতৃ-বৈৰী লানতকণবানক সবংশে শালত দিলে, আৰু খেনলুঙক ভাঙ্গি ফনলুঙথাম্‌পেঙক প্ৰধান মন্ত্ৰীৰ ৰাব দি বুঢ়াগোহাঁই ডাঙৰীয়া পাতিলে। চুপিমফা স্বৰ্গদেৱে এদিন নগাৰ খুনবাও এটাৰে সৈতে কিবা কথা-বাৰ্ত্তা পাতি আছিল। তেওঁৰ চমুৱা কুৱঁৰী এগৰাকীয়ে সেই খুনবাওটোক বৰ ৰূপহ দেখি, ৰজা অন্তঃপুৰলৈ আহিলত তেওঁৰ আগত তাৰ ৰূপৰ বিষয়ে কোৱা-মেলা কৰে। পিচে, ৰজাই পেটে-পেটে নগাৰ খুনবাওটোৰ প্ৰতি ৰাণীৰ আসক্তি হৈছে বুলি সন্দেহ কৰি তেওঁক তালৈকে এৰি দিলে। ৰাণী সেই সময়ত সগৰ্ভা আছিল। নগাৰ চাঙ্গত গৈ এটি সুলক্ষণীয়া পুত্ৰ প্ৰসৱ কৰি ৰাণী মৃত্যুৰ মুখত পৰিল। এই পুত্ৰটিৰ বিষয় যথাস্থানত বহলাই লিখা হব। স্বৰ্গদেৱ চুপিমফা, ৪ বছৰ মাথোন ৰাজত্ব কৰাৰ পাচত, খ্রীঃ ১৪৯৭ চনত স্বৰ্গী হল।

## ২। আধ্যা।

চুহুন্মুং বা স্বৰ্গনাৰায়ণ।—স্বৰ্গদেৱ চুপিম্‌ফাৰ পুত্ৰ চুহুন্মুং কোৱঁৰ খ্ৰীঃ ১৪৯৭ চনত চৰগুৱা নগৰত শিঙৰি ঘৰ উঠি ৰজা হয়। চুহুন্মুং স্বৰ্গদেৱ বৰ পৰাক্ৰমী ৰজা আছিল, আৰু তেওঁৰ ৰাজত্বৰ কালত ভালেমান ডাঙ্গৰ ডাঙ্গৰ ঘটনা হৈছিল। দিহিঙ্গীয়া ফৈদৰ কোৱঁৰ বিলাকৰ ভিতৰত তেওঁৱেই সবাতকৈ প্ৰধান হৈ উঠিছিল কাৰণে, তেওঁক দিহিঙ্গীয়া ৰজা বুলিছিল, আৰু হিন্দুমতে তেওঁক স্বৰ্গনাৰায়ণ নামেও জনা যায়।

বৰপাত্ৰ গোহাঁইৰ সৃষ্টি।—ইয়াৰ আগেয়ে উল্লেখ কৰা হৈছে যে, চুপিমফা স্বৰ্গদেৱে তেওঁৰ চমুৱা কুৱঁৰী এগৰাকীক সগৰ্ভা অৱস্থাত নগাৰ খুনবাও এটালৈ এৰি দিয়ে, আৰু নগাৰ চাঙ্গত গৈ কুৱঁৰীয়ে এটি পুত্ৰ প্ৰসব কৰে। কালত সেই পুত্ৰটি চুপিমফা স্বৰ্গদেৱৰ ঔৰসজাত ৰাজকোৱঁৰ বুলি জনাজাত হোৱাত, চুহুন্মুং স্বৰ্গদেৱে তেওঁক কনচেং নাম দি বৰপাত্ৰগোহাঁই ডাঙ্গৰীয়া পাতিলে। তেতিয়াৰেপৰা তেওঁৰে সৈতে তিনিজনা ডাঙ্গৰীয়া ৰাজমন্ত্ৰী হোৱাৰ নিয়ম চলিত হয়।

স্বৰ্গদেৱ চুহুন্মুঙে ৰাজ্যৰ শাসনভাৰ নিজৰ হাতলৈ লোৱাৰ পাচত, সমাজৰ উন্নতি সাধিবৰ মনেৰে তেওঁ তাৰ পূৰ্ব্বৰ গঢ়গতি অলপ লৰচৰ কৰে। সেই উদ্দেশ্যেই তিপমীয়া আৰু চাৰিঙ্গীয়া নামে দুখন নতুনকৈ মেল পতা হয়। ৰজাৰ কোৱঁৰসকলক চাৰি ফৈদে ভগাই দিহিঙ্গীয়া, তিপমীয়া, চাৰিঙ্গীয়া আৰু তুঙ্গখুঙ্গীয়া নাম দিয়া হয়। খেল আৰু যোগ্যতা অনুসৰি কেইবা বিধৰো বৰুৱা, ফুকন, হুৱৰা, ৰাজখোৱা, ইত্যাদি বিষয়াই পুৰুষানুক্ৰমিক বিষয় খাবলৈ নিয়ম প্ৰচলন কৰা হয়। স্বৰ্গদেৱ স্বৰ্গনাৰায়ণৰ ৰাজত্বৰ কালতে অসমত পোন-প্ৰথমে শকাদিত্যৰ

শক চলাবলৈ আৰম্ভ কৰা হয়। এই জনা স্বৰ্গদেৱেই চৰগুৱাৰপৰা তুলি আনি পোন-প্ৰথমে বকটাত নগৰ পাতেহি। স্বৰ্গনাৰায়ণ স্বৰ্গ-দেৱৰ দিনত কেইবাখনো ৰণ লাগিছিল; তলত তাৰ প্ৰধান-প্ৰধান কেইখনৰ সংক্ষিপ্ত বিৱৰণ দিয়া গল।

( ১ ) আইতনীয়া বিদ্ৰোহ।—স্বৰ্গদেৱ চুহুমুঙ্গে ৰাজ্যভাৰ লোৱাৰ সাত বছৰৰ পাচত, ১৫০৪ খ্ৰীষ্টাব্দত পূৰ্ব্বে চুকাফা স্বৰ্গদেৱৰ দিনত তলতীয়া হোৱা আইতনীয়া নগা আৰু পানীনৰাবিলাকে বিদ্ৰোহ উপস্থিত কৰে। স্বৰ্গদেৱে বৰগোহাঁই আৰু বুঢ়াগোহাঁই ডাঙ্গৰীয়াক পঠিয়াই অনায়াসে সেই বিদ্ৰোহ থমালে; আৰু বৰকাঁহ, জাংফাই, নৰা-দা প্ৰভৃতি কৰ শোধাই পালসেৱা কৰি থাকিবলৈ নিয়ম বান্ধি দি, সিহঁতক পুনৰ তলতীয়া কৰিলে।

(২) ছুটীয়া ৰাজ্য দখল।—চুহুমুং স্বৰ্গদেৱৰ ৰাজত্বৰ কালতে ছুটীয়া ৰজা নীতিপালৰ ৰাজ্য আহোম সেনাই আক্ৰমণ কৰে গৈ। আহোম ৰজাই কেইবাবছৰৰ আগৰেপৰা নীতিপালৰ অন্যায় শাসনত ছুটীয়া ৰাজ্যৰ দুৰৱস্থাৰ কথা শুনি আহিছিল। খ্ৰীঃ ১৫১৩ চনত ছুটীয়া ৰজাৰ সেনাপতিয়ে লগত কিছুমান সৈন্যসামন্ত লৈ শদিয়াৰপৰা ৰাজকীয় কাৰ্য্যত ব্ৰহ্মপুত্ৰই দি ভটীয়াই আহোঁতে, দিখৌমুখত কনচেং বৰপাত্ৰ গোহাঁই ডাঙ্গৰীয়াই লগ পায়। বিনা অনুমতিতে যুদ্ধৰ আয়োজনেৰে পৰৰ ৰাজ্যত সোমোৱাৰ বাবে ছুটীয়া ৰজাৰ সেনাপতিক ধৰি আনিবলৈ স্বৰ্গদেৱে আদেশ দিলে। তাতে দুয়োপক্ষৰ চুৰচুৰীয়াকৈ এখন ৰণ লাগিছিল, আৰু তাৰ ফল স্বৰূপ ছুটীয়া ৰজাৰ অধিকাৰৰ মুংখ্ৰাং আৰু নামদাং এই দুই ঠাই আহোম ৰজাৰ দখলত পৰিল। তাৰ পাচত, ১৫২৩ খ্ৰীষ্টাব্দত আহোম সেনাপতি কনচেং বৰপাত্ৰ গোহাঁই ডাঙ্গৰীয়াই উক্ত মুংখ্ৰাং দুৰ্গ ৰক্ষা কৰিবলৈ গৈ, ছুটীয়া ৰাজ্য আক্ৰমণ কৰিলে।

১৫২৩ চনত ছুটীয়া ৰাজ্য অধিকাৰ কৰি “শদিয়া-খোৱা গোহাঁই”ৰ বিষয় পতা হয়।

নীতিপালে এই আক্ৰমণ সহিব নোৱাৰি, তেওঁৰ মন্ত্ৰীক ৰাজ্যৰথীয়া পাতি চন্দনগিৰি নামে পৰ্ব্বতত ঠাই ললেগৈ। তাৰে পৰা তেওঁ দুজন সেনাপতিক কটকী পঠিয়াই আহোম সেনাপতিৰ ওচৰত শান্তি ভিক্ষা কৰে; আৰু আহোম ৰজাৰ কৰতলীয়া হৈ থাকিবৰ নিমিত্তে তেওঁ প্ৰস্তাৱ কৰিলে। তাৰ উত্তৰত আহোম সেনাপতিয়ে এই সমিধান দিলে যে, ১২টা হাতী ‘কুবেৰ দত্ত’ সম্পত্তি আৰু সাধনী ৰাণীক সমৰ্পণ নকৰে মানে, কোনো প্ৰকাৰৰ সন্ধি হব নোৱাৰে। ছুটীয়া ৰজা এই প্ৰস্তাৱত মান্তি হব নোৱৰাত, আহোম সেনাই চন্দনগিৰিলৈকে খেদি গৈ, তাতে তেওঁক আৰু তেওঁৰ মন্ত্ৰীক বধ কৰি ছুটীয়া ৰাজ্য দখল কৰে, আৰু সাধনী ৰাণীয়ে কুবেৰদত্ত সম্পত্তি বুকুত বান্ধিলৈ চন্দনগিৰিৰ টিঙ্গৰপৰা তলৰ কুণ্ডলৈ জাপ দি দেহত্যাগ কৰে। তাৰ পাচত, চুহুন্মুং স্বৰ্গদেৱে ছুটীয়া ৰাজ্য হস্তগত কৰি, ছুটীয়াবিলাকক আকৌ লগ লাগিব নোৱাৰাকৈ অসমদেশৰ চাৰিওফালে সিঁচৰিতকৈ বসতি কৰিবলৈ দিলে। স্বৰ্গদেৱে ভাবিলে যে, ইবিলাকক একে ঠাইতে থলে আকৌ কেতিয়াবা মূৰ জোকাৰি উঠিব পাৰে; সেই কাৰণে, ইমানতে তেওঁ সেই আশঙ্কাৰ বীজ মাৰি পেলালে। ইয়াৰ পাচত, স্বৰ্গদেৱে ছুটীয়া ৰজাৰ পো-ভাইবিলাকক পাকৰিগুৰি আৰু ভৈৰবীৰ পূবে বিশ্বনাথৰ ওচৰত (১) আঁতৰাই পাতি, শদিয়াত বুঢ়াগোহাঁই ফৈদৰ “শদিয়াখোৱা গোহাঁই” থিতাপেৰে এজন প্ৰতিনিধি পাতে। আৰু তেতিয়াৰে পৰা এই নামে এজন শাসনকৰ্ত্তা শদিয়াত নিগাজীকৈ ৰখাৰ নিয়ম বন্ধা হয়।

(১) সেই ঠাই এতিয়া দৰং জিলাৰ ভিতৰ। ছুটীয়া জাতিৰ নামে এতিয়া তাৰ নাম ‘চুটীয়া’ বা ‘চটীয়া’ হৈছে।

(৩) মহুঙ্গৰ লোণ-পুং অধিকাৰ।—ছুটীয়া ৰজাৰ দেশ আক্ৰমণ কৰাৰ পাচত, নগাহঁতে আকৌ বিদ্ৰোহ উপস্থিত কৰে। স্বৰ্গদেৱ চুহুম্মুঙ্গে সিহঁতক যুদ্ধত ঘটাই এইবাৰ মহুঙ্গৰ (২) লোণ-পুং হস্তগত কৰিলে।

(৪) মছলমানৰ ৫ম, আক্ৰমণ বা কলিয়াবৰৰ ১ম, ৰণ। খ্ৰীঃ ১৫২৭ চনত নবাব মছলখাঁৰ সেনাপতি পাঠান তুৰবক অসমদেশ আক্ৰমণ কৰিবলৈ আহে। সেই সময়ত স্বৰ্গদেৱ চুহুম্মুঙ্গে আন-আন যুদ্ধত লাগি থকাৰ কাৰণে, এই ফালে বৰকৈ মন-কাণ দিব নোৱাৰাত, মছলমানে এইবাৰ নিৰ্ব্বিঘ্নে কলিয়াবৰলৈকে অসমদেশ জয় কৰি যায়হি। কলিয়াবৰতে আহোমৰজাৰ সেনাৰ লগত তেওঁলোকৰ এখন ৰণ লাগিছিল। ইয়াত আহোম ৰজাৰ ফালৰ ফুনলুং থামপেঙ বুঢ়াগোহাঁই, ফাচেঙমুঙ বৰগোহাঁই প্ৰভৃতি আঁঠজন সেনাপতি ৰণত পৰিল। পাচে, তাওচাং বুঢ়াগোহাঁই আৰু কিলিংথাম বৰগোহাঁই এই দুজনক নতুনকৈ সেনাপতি পাতি পুনৰ ৰণলৈ পঠোৱা হয়। ইবিলাকে ৰজাৰ আদেশৰ বিপৰীতে গোপনে শত্ৰুপক্ষৰে সৈতে মিত্ৰতা কৰিব খোজাত, দুয়োকো ভাঙ্গি লাঙিধুপুৰা বুঢ়াগোহাঁই আৰু তন্‌থাম বৰগোহাঁইক আকৌ নতুনকৈ ডাঙ্গৰীয়া পতা হয়। ইফালে এই সুযোগতে তুৰবক ৰণত জিকি নিজৰ দেশলৈ উলটিল।

কছাৰি-ৰণ।—১৫৩১ খ্রীষ্টাব্দত আহোম ৰজাই মৰঙ্গিত এটা কোঁঠ বন্ধায়। এই কথাত অসন্তুষ্ট হৈ, কছাৰি ৰজা খুনখৰাই কোঁঠ ভাঙ্গি আহোমক তাৰপৰা খেদি দিবৰ কাৰণে ভায়েক ডেচ্ছক সসৈন্যে পঠিয়ায়। মৰঙ্গিত দুয়োপক্ষৰ ঘোৰতৰ যুদ্ধ হোৱাৰ পাচত, কছাৰি-

(২) মহুঙ্গ শিৱসাগৰ জিলাৰ বকৰাশালিৰ ওচৰত।

বিলাক ৰণত ঘাটি পলাবলৈ ধৰিলে। আহোম সেনাই সিবিলাকক খেদি নি কছাৰি ৰাজধানী ডিমাপুৰ সোমালগৈ। তাতো এখন ডাঙৰ ৰণ লাগিছিল। কছাৰি ৰজা খুনখৰা এই ৰণত ঘাটি পলাল, আৰু আহোম সেনাপতিয়ে ডেটচুং নামে এজন কছাৰি কোৱঁৰক ডিমাপুৰত ৰজা পাতি তেওঁৰে সৈতে মিত্ৰতা কৰি উলটিল।

(৫) মছলমানৰ ৬ষ্ঠ, আক্ৰমণ বা দিকৰাইমুখৰ ৰণ।

যোৱা বাৰত জয়ী হৈ মন বঢ়াত, তুৰবকে খ্ৰীঃ ১৫৩২ চনত আকৌ অসমদেশ আক্ৰমণ কৰিবলৈ কলিয়াবৰলৈকে উজাই আহে। এই বাৰ পতি-বৈৰীক প্ৰতিশোধ দিবৰ প্ৰতিজ্ঞাৰে বৰগোহাঁই ডাঙৰীয়াৰ বিধবা ডাঙৰীয়ানী নিজে ৰণলৈ ওলাল। মছলমানে ডাঙৰীয়ানীৰ সাহ আৰু ৰণ-কৌশল দেখি স্তম্ভিত হৈছিল। অৱশেষত তেওঁ সেই ৰণতে প্ৰাণ দি মনৰ হেঁপাহ পূৰালে; আৰু তেওঁৰ জ্বলন্ত উৎসাহৰ পটন্তৰে আহোম সেনাক চতুৰ্গুণে উৎসাহিত কৰিলে। স্বৰ্গদেৱেও এইবাৰ যুদ্ধৰ ফালে ভালকৈ মন দিলে। আৰু, নতুনকৈ পতা কনচেং বৰপাত্ৰ ডাঙৰীয়াক এজাক তেজী সৈন্যৰ সেনাপতি পাতি মছলমানৰ লগত ৰণ দিবলৈ পঠোৱা হল। দিকৰাইমুখতে দুয়োদলৰ ভেটাভেটী হল, আৰু তাতে কনচেং ডাঙৰীয়াৰে সৈতে পাঠানহঁতৰ ঘোৰতৰ ৰণ লাগিল। তুৰবকে ভাবিছিল যে, আগৰ দৰে এই বাৰো আহোম সেনাপতিয়ে ভয়ত মূৰ দোৱাব। কিন্তু, কনচেং ডাঙৰীয়াৰ ওচৰত সেই আশা পূৰণ নহল। যুদ্ধ-নিপুণ পাঠানহঁতে নানা কৌশলেৰে আহোম সেনাক আক্ৰমণ কৰিবলৈ ধৰিলে। নতুনকৈ ডাঙৰ বিষয়ৰ ভাৰ পোৱা উচ্চাকাঙ্ক্ষী কনচেং ডাঙৰীয়ায়ো বিষম বিক্ৰমেৰে মূৰপুতি লাগিল। দুয়োপক্ষৰ ভিতৰত ঘোৰতৰ ৰণ চলিল। মছলমান সেনাই কনচেং ডাঙৰীয়াৰ বিক্ৰমৰ আগত সৰহ পৰ ঠাৰৰিব নোৱাৰি,

ফিৰিঙ্গতি ওফৰাদি উফৰি পলাবলৈ ধৰিলে। অৱশেষত, ডাঙ্গৰীয়াই নিজ হাতৰ অস্ত্ৰেৰে তুৰবকৰ মূৰ কাটি হাতত ললে, আৰু পাঠানবিলাকক কৰতোৱা পাৰ কৰি খেদি থলেগৈ। মছলমানৰ বহুত হাতী, ঘোঁৰা, বন্দুক আদি যুদ্ধৰ আহিলা-পাতি আহোম সেনাই হাত কৰিলে। এয়ে অসমলৈ বন্দুকৰ প্ৰথম আমদানি। পলাব নোৱৰা এহেজাৰমান পাঠান সেনা আহোম সেনাৰ হাতত বন্দী হল। কনচেং ডাঙ্গৰীয়াই কৰতোৱাতে অস্ত্ৰ ধুই যুদ্ধত জয়ী হোৱাৰ চিন স্বৰূপে সেই নৈৰ পাৰত দৌল আৰু পুখুৰী কৰালে। ইয়াৰ পাচত, স্বৰ্গদেৱে নিজৰ পিতৃবীৰ্য্যৰ কনচেং ডাঙ্গৰীয়াৰ বীৰোচিত কাৰ্য্যত বৰ সন্তুষ্ট হৈ, তেওঁক অতি আদৰেৰে প্ৰধান মন্ত্ৰী পাতিলে।

মৰীয়া।— ওপৰত কোৱা মছলমানৰ ৬ষ্ঠ, আক্ৰমণৰ যুদ্ধত বন্দী কৰি অনা পাঠানবিলাকক পোন-প্ৰথমে ৰজাৰ হাতী-ঘাঁহী পতা হয়। ইহঁতে আগেয়ে হাতী নেদেখাৰ কাৰণে নে কি, হাতীক নেগুৰৰ ফালৰ পৰা ঘাঁহ গুজিবলৈ ধৰে। পিচে, হাতীৰ কাম নাজানে বুলি, ঘাঁহীৰপৰা নি ইহঁতক ৰজাৰ খাটিত কাম কৰিবলৈ লগোৱা হয়। তাতো ইহঁতে নিলগৰপৰা বোকা আনি কঠীয়াৰ গুৰিত দি এবছৰ খেতি কৰে। সেই বছৰৰ ভিতৰত ন-শ মানুহৰ খেতিত ছ-শ পুৰা মাথোন ধান পোৱা গল। অৱশেষত, ৰজাই ইহঁতক একেবাৰে অকামিলা ভাবি এৰি দিলে। আৰু পাচলৈ ইহঁতে পিতলৰ লোটা, কলহ, আদি সাজি ভাত মোকলাবলৈ ধৰিলে। আসাম দেশৰ 'মৰীয়া' জাতিৰ আদিপুৰুষ ইহঁতেই।

ওপৰত কোৱাৰ দৰে প্ৰবল প্ৰতাপেৰে ৪২ বছৰ ৰাজত্ব কৰাৰ পাচত, স্বৰ্গদেৱ চুহুন্মুং বা স্বৰ্গনাৰায়ণ খ্ৰীঃ ১৫৩৯ চনত স্বৰ্গী হয়। বাস্তৱতে, এইজনা স্বৰ্গদেৱৰ সুদীৰ্ঘ ৰাজত্বৰ কাল নানা ঘটনাপূৰ্ণ

আছিল, আৰু তেওঁৰ ৰাজত্বৰ কালত আহোম ৰাজ্যৰ গড় ভাগেমান উন্নত হয়।

চুক্লেম্মুং বা গড়গঞা ৰজা।—স্বৰ্গদেৱ চুহুমুঙ্গৰ পাচত তেওঁৰ পুত্ৰ চুক্লেম্মুং কোৱঁৰ খ্ৰীঃ ১৫৩৯ চনত ৰজা হয়। এওঁৱেই ১৫৪০ খ্ৰীষ্টাব্দত গড়গাওঁ নগৰ স্থাপন কৰি আৰু তাত শিঙৰি ঘৰ সজাই আহোমৰ ৰীতিমতে ৰজা হয়। সেই কাৰণে, এওঁক গড়গঞা ৰজা নামেও জনা যায়। এওঁৰ দিনত আইথেক বুঢ়াগোহাঁই, তনথাম বৰগোহাঁই আৰু কনচেং ডাঙ্গৰীয়াৰ পুতেক কনজাং বৰপাত্ৰগোহাঁই এই কেইজনা ডাঙ্গৰীয়া হয়।

কোচৰ ১ম, আক্ৰমণ বা পিছলাপৰীয়া ৰণ।—১৫৪৬ খ্ৰীষ্টাব্দত কোচ ৰজা নৰনাৰায়ণৰ আদেশমতে, বিখ্যাত সেনাপতি যুৱৰাজ চিলাৰায়ে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে দিকৰাই নৈলৈকে উজাই আহি আহোম ৰাজ্য আক্ৰমণ কৰে। ইয়াতে এখন চুৰচুৰীয়াকৈ যুদ্ধ হয়, আৰু আহোম সেনা ৰণত ঘাটি পলাই যায়। বাকী আহোম সেনাবিলাক ব্ৰহ্মপুত্ৰ পাৰ হৈ কলিয়াবৰত বলগৈ। কোচ সেনাপতিয়ে খেদি গৈ তাতো এখন ৰণ পাতিলে, আৰু এই ৰণতো আহোম সেনা ঘাটিল। তাৰ পাচত, আহোম সেনাই চলা নামে ঠাইত আকৌ ফেৰ পাতি ধৰিলেগৈ। কোচ সেনাপতি চিলাৰায়ে সেই ঠাইকো অধিকাৰ কৰি, কেইবা জনো আহোম সেনাপতিক ৰণত পেলালে। ইয়াৰ পাচত, কিছুকাল আহোমসকল নিটাল মাৰি থাকিল। আৰু সেই অৱসৰতে কোচসকলে নতুনকৈ জয় কৰা ৰাজ্য নিজৰ দখললৈ আনি ব্ৰহ্মপুত্ৰ উত্তৰপাৰে, ৰাজধানী কোচবিহাৰৰপৰা নাৰায়ণপুৰলৈকে এটা আলি বন্ধাই লৈ, নাৰায়ণপুৰত কোঁঠ মাৰি বহিল গৈ। এই আলিয়েই আগেয়ে কৈ অহা গোহাঁইকমলা আলি। এই দৰে কোচ সেনাই ক্ৰমাৎ আহোম ৰাজ্যৰ ভিতৰলৈ সোমাই যোৱাত,

ওচৰ-ভবিষ্যৎ আহোমৰ পক্ষে ঘোৰ আন্ধাৰ হ'ল। সেই কাৰণে, স্বৰ্গদেৱে সৈন্য-সামন্ত গোটাই লৈ নিজে কোচ সেনাক আগ ভেটি ধৰি পিছলা নৈৰ পাৰত কোঁঠ মাৰিলেহি। চিলাৰায়ে তাতে গৈ আহোম ৰজাক আক্ৰমণ কৰিলে। কিন্তু, এইবাৰ তেওঁৰ আক্ৰোশ নৰজিল; স্বৰ্গদেৱ চুক্লেনমুঙৰ হাতত চিলাৰায় সম্পূৰ্ণে ঘাটি স্বদেশলৈ উলটিব লগা হ'ল। আৰু, এই একেখন ৰণত জয় লাভৰ দ্বাৰাই চুক্লেনমুং স্বৰ্গদেৱে আগৰ কেই-খন ৰণত হেৰোৱা নিজৰ ৰাজ্য সমুদায় পুনঃ উদ্ধাৰ কৰিলে।

**১৫৪৮ খ্ৰীষ্টাব্দৰ ভূমিকম্প।**—স্বৰ্গদেৱ চুক্লেনমুঙৰ ৰাজত্বত, ১৫৪৯ খ্ৰীষ্টাব্দত এটা ভয়ঙ্কৰ ভূমিকম্প হৈছিল। ইয়াৰ জোকাৰণিত মাটি ফাটি তলৰ ধাতুগুৰি, গন্ধকাদি ওলাইছিল। ইয়াৰ আগেয়ে আৰু পিচে ১৮৯৭ খ্ৰীষ্টাব্দৰ আগলৈকে এনে ভূমিকম্প অসমত হোৱা নাছিল।

চুক্লেনমুং স্বৰ্গদেৱে গড়গাওঁ নগৰ, নগা-আলি, গড়গাৱঁৰ পুখুৰী, কাঁহীকুটীৰ আৰু চাঙ্গিনীমুখৰ মঠাউৰি প্ৰভৃতি সৎকৰ্ম্ম সাধন কৰে। তেওঁ ১৫৭২ খ্ৰীষ্টাব্দত স্বৰ্গী হয়।

**চুখামফা বা খোৰা ৰজা।**—স্বৰ্গদেৱ চুক্লেন্মুঙৰ পুত্ৰ চুখামফা কোৱঁৰ খ্ৰীঃ ১৫৫২ চনত ৰজা হয়। হাতীৰপৰা পৰি খোৰা হোৱাত, তেওঁক খোৰা-ৰজা নামেও জনা যায়।

**নাহৰ।**—খোৰা-ৰজাৰ সোণাৰি বংশী দুগৰাকী উত্তৰপৰীয়া কুৱঁৰী আছিল। দুয়ো গৰাকী কুৱঁৰী অপুত্ৰকা হোৱাত, সিবিলাকে ৰজাৰ অনুমতি অনুসাৰে নিজৰ বংশৰ নাহৰ নামে এজন ডেকাক তোলনীয়া পুত্ৰ কৰি লৈছিল। কালত নাহৰে কুৱঁৰীসকলৰ বলত বলী হৈ, ৰাজক্ষমতাৰে সৈতে ভালেমান শকত কাৰ্য্য কৰাই লৈছিল।

তেওঁৰ নামে ভালেমান আলি, পুখুৰী আদি কৰোৱা হৈছিল। তাৰ চিন এতিয়াও উত্তৰ-লক্ষীমপুৰ মহকুমাত দেখিবলৈ পোৱা যায় (১)। অৱশেষত, ডাঙৰীয়াসকলে নাহৰৰ অযথা ক্ষমতা সহিব নোৱাৰি, চক্রান্ত কৰি তেওঁক বধ কৰালে। এই আপাহতে ৰজাৰ জুয়ো গৰাকী কুঁৱৰী আত্মঘাতিনী হল। ইয়াৰ পাচত, স্বৰ্গদেৱে নৰাৰজাৰ বৰগোহাঁইৰ গাভৰুক বিয়া কৰায়, আৰু তেওঁৰেপৰা স্বৰ্গদেৱ চুখামফাই তিনিটি পুত্র লাভ কৰে।

**সলাল গোহাঁইৰ বিষয়ৰ সৃষ্টি।**—স্বৰ্গদেৱ চুখামফাৰ ৰাজত্বত আইখোৱা বুঢ়াগোহাঁই আৰু বলিয়া বৰপাত্ৰগোহাঁই হয়। আৰু এই জনা স্বৰ্গদেৱেই "সলাল গোহাঁই" বিষয় সৃষ্টি কৰি, বৰগোহাঁই পৰিয়ালৰ লেচাইডাং সলাল গোহাঁইক পোন প্রথমে দৰঙ্গৰ শাসনকৰ্ত্তা পাতে।

**কোচৰ ২য়, আৰু ৩য়, আক্রমণ বা নাৰায়ণপুৰৰ কোঁঠ স্থাপন।**—চুখামফা স্বৰ্গদেৱৰ দিনত কোচ ৰাজ্যৰ যুবৰাজ বিখ্যাত চিলাৰায়ে খ্রীঃ ১৫৬২ আৰু ১৫৬৩ চনত দুবাৰ আহোম ৰাজ্য আক্রমণ কৰে। আগৰ বাৰত স্বৰ্গদেৱৰ সেনাপতিয়ে তেওঁৰ সেনাবিলাকক লগুণ পিন্ধাই ৰণলৈ পঠোৱাত, চিলাৰায়ে ব্ৰহ্মবধৰ পাপলৈ ভয় কৰি ৰণ নিদি উলটি যায়। আহোম ৰজাৰ এই ছদ্মবেশী ব্ৰাহ্মণ সেনাবিলাকৰ কোনো-কোনোৱে পাচতো লগুণ নথৈ ব্ৰাহ্মণৰ বেশেৰেই থাকে। সেই কেইঘৰ বামুণৰ নামৰ শেহত "আল" লগাই চিন থোৱা হল মাথোন। চিলাৰায়ে নিজৰ দেশলৈ উলটি

(১) উত্তৰ-লক্ষীমপুৰত ন-কাৰী মৌজাৰ ন-কাৰী গাৰ্'ৰ আগফালৰ পথাৰত "নাহৰ-পুখুৰী", আৰু ছুটীয়াকাৰী মৌজাত জেঠায়েকৰনামে খনোৱা "জেঠী" পুখুৰী এতিয়াও আছে।

যোৱাৰ পাচত, আহোম ৰজাৰ সেনাপতিয়ে ভুৱা দিয়া বুজিব পাৰি, পুনৰায় তেওঁ ৰাজ্য আক্ৰমণ কৰিবলৈ আহে। এইবাৰ যুদ্ধত ঘাটি, স্বৰ্গদেৱ পৰ্ব্বতত উঠিলগৈ। পাচে, চিলাৰায়ৰ প্ৰস্তাৱমতে স্বৰ্গদেৱে সন্ধি কৰিবলৈ মান্তি হোৱাত, তেওঁ নাৰায়ণপুৰত কোঁঠ পাতি নিজৰ দেশলৈ উলটিল, আৰু আহোম ৰজায়ো পৰ্ব্বতৰপৰা নামি আহি নগৰ সোমালেহি। ইয়াৰ পাচত, খ্ৰীঃ ১৫৮৫ চনত লক্ষ্মীনাৰায়ণ ৰজাই সঙ্কলা নামে জীয়েকক চুখামফা স্বৰ্গদেৱলৈ বিয়া দি মিতিৰ পাতে।

স্বৰ্গদেৱ চুখামফাৰ দিনতে সিফালে কোচ ৰজা নৰনাৰায়ণৰ ৰাজ্যত মছলমানৰ ৭ম, আৰু ৮ম, বাৰৰ আক্ৰমণ হয়। সেই সময়তে, প্ৰায় তিনিকুৰি বছৰ নাম জপাই ৰাজত্ব কৰাৰ পাচত, খ্ৰীঃ ১৬১১ * চনত চুখামফা স্বৰ্গদেৱ অতি বুঢ়া বয়সত স্বৰ্গী হল।

ওপৰত কোৱাৰ উপৰিও, স্বৰ্গদেৱ চুখামফাৰ ৫৯ বছৰীয়া সুদীৰ্ঘ ৰাজত্ব নানা অশান্তিজনক আৰু অমঙ্গলীয়া ঘটনাপূৰ্ণ আছিল। তাৰ ভিতৰত ১৫৬৩ আৰু ১৫৭২ খ্ৰীষ্টাব্দৰ চুটীয়া বিদ্ৰোহ, ১৫৬৩ খ্ৰীষ্টাব্দত আহোম ৰাজকোৱঁৰৰ লগ হৈ তোলা ঢেকেৰীৰ বিদ্ৰোহ, ১৫৬২ খ্ৰীষ্টাব্দত কোচ সেনাপতি টিপুৰ আক্ৰমণ, ১৫৬৯ খ্ৰীষ্টাব্দত মহাপুৰুষ শঙ্কৰদেৱৰ তিৰোভাব, ১৫৭৪ খ্ৰীষ্টাব্দত ৰাজ্যজুৰি বসন্ত ৰোগৰ উৎপাত, ১৫৭৬ খ্ৰীষ্টাব্দত নৰা ৰজাৰ আক্ৰমণ, ১৫৯৬ খ্ৰীষ্টাব্দৰ ভয়ঙ্কৰ ভূমিকম্প এই বিলাকেই প্ৰধান। ইয়াত বাজেও স্বৰ্গদেৱৰ সাংসাৰিক জীৱনত সততে অসুখ-অশান্তি দুগুচিছিল।

* মিষ্টাৰ গেইটৰ মতে, এই চন ১৬০৩ হব লাগে। আৰু, সেইমতে তেওঁ খোৰা ৰজাৰ ৰাজত্ব ৫১ বছৰীয়া কৰি, জয়ধ্বজ সিংহৰ ৰাজত্বলৈকে মাজৰ ৰজাসকলৰ ৰাজত্ব আঁঠ বছৰকৈ কম কৰি ধৰিছে। কিন্তু সেইটো মত আনবিলাক বুৰঞ্জীয়ে সমৰ্থন নকৰে।

**চুচেংফা বা বুদ্ধিস্বৰ্গনাৰায়ণ বা প্ৰতাপসিংহ।**—স্বৰ্গদেৱ চুখামফাৰ পাচত, তেওঁৰ ৰবপুত্ৰ চুচেংফা কোৱঁৰ খ্ৰীঃ ১৬১১ চনত আহোম ৰাজসিংহাসনত উঠে। তেওঁ মহা বুদ্ধিমন্ত ৰজা আছিল কাৰণে, হিন্দুমতে তেওঁক বুদ্ধিস্বৰ্গনাৰায়ণ নাম দিয়া হৈছিল। তেওঁৰ ৰাজত্বৰ কালত থকুবকু বুঢ়াগোহাঁই আৰু মৰাণডেকাবৰুৱা বংশৰ লাকু বৰপাত্ৰ-গোহাঁই ডাঙ্গৰীয়াই ক্ৰমান্বয়ে প্ৰধান মন্ত্ৰীৰ বাব পাইছিল।

**মছলমানৰ ৯ম, আৰু ১০ম. আক্ৰমণ**—বুদ্ধিস্বৰ্গনাৰায়ণ স্বৰ্গদেৱৰ ৰাজত্বৰ কালতে মছলমানৰ ৯ম, আৰু ১০ম, আক্ৰমণ হয়। এই দুই আক্ৰমণে কেনেকৈ কোচ ৰাজ্যত তোলপাৰ লগাইছিল, আৰু অসমীয়া সেনাই মছলমানক যুদ্ধত ঘটাই কেনেকৈ কৰতোৱালৈকে ৰাজ্য বিস্তাৰ কৰি, কোচ ৰজা বলিতনাৰায়ণক ধৰ্ম্মনাৰায়ণ নাম দি আহোম ৰজাৰ কৰতলীয়া ৰজা পাতে, আৰু ভায়েক গজনাৰায়ণক বেলতলাৰ ৰজা পাতি থয়, তাৰ সবিশেষ বৃত্তান্ত কোচ ৰজাৰ ৰাজত্বৰ বিৱৰণৰ লগত বহলাই লিখা হৈছে। ইয়াত বাজেও, এই ৰাজত্বত মছলমানৰ লগত ভালেমান যুদ্ধ-বিগ্ৰহ হৈ, অৱশেষত ব্ৰহ্মপুত্ৰৰ উত্তৰে বৰনদী আৰু দক্ষিণে অসুৰৰ আলিক আহোম আৰু মছলমান ৰাজ্যৰ মাজসীমা পাতি সন্ধি স্থাপন কৰা হয়।

**কছাৰি-ৰণ।**—জয়ন্তীয়া ৰজা যশমাণিকৰ জীয়েকক বিয়া কৰোৱা প্ৰসঙ্গত কছাৰি ৰজাৰে সৈতে আহোম ৰজাৰ মনোবাদ উপস্থিত হয়। তাৰ পাচত, কছাৰি ৰজা প্ৰতাপনাৰায়ণে আগধৰি আহোমৰ ৰাজ্য আক্ৰমণ কৰাত অতিকৈ কুপিত হৈ, ১৬০৬ খ্ৰীষ্টাব্দত স্বৰ্গদেৱ চুচেংফাই কলং নৈয়েদি উজাই বহালৈ সৈন্য পঠিয়াই তাতে এখন ঘোৰতৰ ৰণ পাতে। কছাৰিবিলাক ৰণত ঘাটি মায়বঙ্গলৈ পলাই গল। স্বৰ্গদেৱে ৰহাৰ ওচৰত কছাৰি ৰাজ্য দখল কৰি তাত সোন্দৰ

গোহাঁইক শাসনকৰ্ত্তা পাতি থৈ আছিল। কিছুকালৰ পাচত, সোন্দৰ গোহাঁইৰ কাৰ্য্য-শিথিলতা দোষত কছাৰিবিলাকে সাহ পাই, ভীমদৰ্পক সেনাপতি লৈ, আকৌ আহোম ৰাজ্য আক্ৰমণ কৰেহি। এই সময়তে মছলমানৰো আক্ৰমণৰ আগন্তুক জানি, আহোম ৰজাই ভীমদৰ্পক এগৰাকী আহোম গাভৰু বিয়া দি মিত্ৰতা কৰিলে।

**কোচ ৰজাৰ লগত সম্বন্ধ।**—কছাৰি-ৰণ অন্ত পৰাৰ পাচতে, মছলমানৰ আক্ৰমণত সহায় পাবৰ আশাৰে, ১৬০৮ খ্ৰীষ্টাব্দত কোচ ৰজা পৰীক্ষিত নাৰায়ণে তেওঁৰ মঙ্গলদৈ নামে জীয়েকক চুচেংফা স্বৰ্গদেৱলৈ বিয়া দি মিত্ৰতা কৰে।

বুদ্ধিস্বৰ্গনাৰায়ণৰ ৰাজত্বতে আহোম ৰজাৰ নামে "ৰজা ৰূপ" আৰু সোণৰ মোহৰ পোন-প্ৰথমে সাঁচত মৰোৱা হয়। আহোম ৰজা আঁঠ-চুকীয়া সোমাৰ দেশৰ অধিপতি আছিল কাৰণে, এই ৰূপ আৰু মোহৰ আঁঠচুকীয়াকৈ সাঁচত মৰা হৈছিল। ইয়াত বাজেও, স্বৰ্গদেৱে নিজৰ বুদ্ধি আৰু পৰাক্ৰমৰ বলত নতুন বিষয়াদি পাতি আৰু ভালেমান লাগ-তিয়াল আলি, গড়, দ'ল, পুখুৰী আদি কৰাই সমাজ আৰু ৰাজ্যৰ অশেষ উন্নতি সাধি চিৰস্মৰণীয় কীৰ্ত্তি ৰাখিলে। তলত তাৰ প্ৰধান-প্ৰধান কেইটাৰ বিষয়ে চমুকৈ লিখা গল।

**নতুন বিষয়া।**—আহোম কটকী হোজা কাৰণে, বিদেশলৈ ৰাজবাতৰি নিয়া-অনাৰ সুচল কৰিবৰ অৰ্থে বামুণৰ কটকী পাতিবলৈ নিয়ম বন্ধা হয়, আৰু সেই সময়তে "নঙ্গঠা বৰাগীৰ খেল" বুলি নতুনকৈ এটা খেল পতা হল। নিলগৰ আক্ৰমণৰপৰা দেশ ৰক্ষা কৰিবৰ নিমিত্তে ১৬২৫ খ্ৰীষ্টাব্দৰপৰা গুৱাহাটীত "বৰফুকন" নামে শাসনকৰ্ত্তা নিগাজীকৈ ৰখাৰ নিয়ম কৰা হয়। ৰাণী ৰজাৰে সৈতে লুকি, বকো, বনগঞা, ছয়গঞা, বগাই, পানতলীয়া, বৰতুৰবীয়া, ভোলাগঞা, আৰু মকৰা

পুৰীয়া এই ৯ ঘৰক "ৰজাপোৱালি" নাম দিয়া হয়। বিখ্যাত মোমাই-তামুলিক বৰবৰুৱা পতাত, তেতিয়াৰেপৰা নতুনকৈ "বৰবৰুৱা" বিষয়ৰ সৃষ্টি হয়। ৰাজভঁড়ালৰ তত্বাবধান কৰিবলৈ "ভঁড়ালি বৰুৱা" পতা হয়। আবৰ, মিৰি, ডফলা আদি পৰ্ব্বতীয়া জাতিবিলাকক বৰাই ৰাখিবৰ নিমিত্তে ঠায়ে-ঠায়ে বহতা, কটকী আদি ৰাখিবলৈ নিয়ম কৰা হয়। কোচ আৰু আহোম ৰজাৰ সীমা ৰক্ষা কৰিবৰ নিমিত্তে মৰঙ্গিত "মৰঙ্গিখোৱা গোহাঁই" বিষয়া পতা হয়। পূৰ্ব্বৰ বামুণী কোৱঁৰবিলাকক আন আন কোৱঁৰবিলাকৰে সৈতে একে লগ কৰি "হিলৈদাৰী" নামে এটা নতুন খেল পতা হয়। ৰহাত কোচৰজাৰ ফালৰ বাতৰি জনাই থাকিবলৈ এজন "ৰহিয়াল বৰুৱা" জয়ন্তীয়াৰ বাতৰি জনাই থাকিবলৈ জাগিত "জাগিয়াল গোহাঁই," আৰু কাজলীত জয়ন্তীয়া আৰু ডিমৰুৱাৰ বাতৰি জনাই থাকিবলৈ দুজন "কাজলীমুখীয়া গোহাঁই" নামে বিষয়া ৰখাৰ নিয়ম কৰা হয়।

প্ৰধান প্ৰধান আলি।—গড়গাৱঁৰপৰা শিঙৰি ঘৰলৈ যোৱা বৰআলি, গজপুৰৰপৰা গড়গাৱলৈকে "বৰআলি," চতাই আলি, জৰকাৰ আলি, বকটাৰ আলি, পৰ্ব্বতীয়া আলি, হাবিপৰা আলি ইত্যাদি।

প্ৰধান প্ৰধান গড়।—মহঙ্গৰ গড়, চিনাতলী গড়, কটাৰি খানৰ গড়, চামধৰা গড়, ৰাজগড়, লাহদৈ গড়, কোটোহা গড়, মেড়া গড়, চোৱাতল গড়, দুমলী গড়, ৰাঙ্গলী গড় ইত্যাদি।

দ'ল, পুখুৰী ইত্যাদি।—তাওকাকৰ পুখুৰী; ৰূপহী পুখুৰী; ডেৰগাওঁ দেৱালয়ৰ দ'ল; দলৌগুৰি বাহৰ, দুমলী বাহৰ, ৰাঙলু বাহৰ; তাওকাক নগৰ, ৰূপহী নগৰ ইত্যাদি।

বুদ্ধিস্বৰ্গনাৰায়ণ স্বৰ্গদেৱৰ দিনতে দেৱোত্তৰ আৰু ব্ৰহ্মোত্তৰ মাটি

দিয়াৰ নিয়ম পোন-প্ৰথমে চলোৱা হয়। চমুকৈ কবলৈ গলে, এইজনা স্বৰ্গদেৱৰ ৰাজত্বৰ কাল অসংখ্য ডাঙ্গৰ ডাঙ্গৰ ঘটনাপূৰ্ণ। ওপৰন্ত কোৱাৰ বাহিৰেও ভালেমান সৎকৰ্ম্মৰ দ্বাৰাই ৰাজ্যৰ ভিতৰুৱা অৱস্থা আৰু সমাজৰ বহুল উন্নতি সাধি, স্বৰ্গদেৱে প্ৰতাপসিংহ নাম লৈ, খ্ৰীঃ ১৬৪৯ চনত মানৱলীলা সামৰিলে।

চুৰমফা আৰু চুত্যিংফা।—স্বৰ্গদেৱ চুচেংফাৰ বৰপুত্ৰ চুৰমফা কোৱঁৰ ১৬৪৯ চনত ৰজা হয়। এওঁৰ ৰাজত্বৰ আৰম্ভণতে প্ৰধান ৰাজনীতিজ্ঞ পুৰুষ বিখ্যাত মোমাইতামুলি বৰবৰুৱাৰ মৃত্যু হোৱাত, মৰাণ-ডেকাবৰুৱা ফৈদৰ লাকু বৰপাত্ৰগোহাঁই ডাঙ্গৰীয়াৰ পুতেক লাহো গোহাঁইদেৱক বৰবৰুৱা পতা হয়। চুৰমফা স্বৰ্গদেৱ বৰ তিৰোতা-সেকুৱা লোক আছিল। তেওঁ নিজৰ কুৰঁৰীৰ কথামতে ৰাজ্যত ভালেমান অন্যায়-উপদ্ৰৱ কৰাত, ডাঙ্গৰীয়াসকলে তেওঁক ভাঙ্গি পুতেক চুত্যিংফা কোৱঁৰক ৰজা পাতে, আৰু সেই কাৰণে চুৰমফা স্বৰ্গদেৱক ভগা-ৰজা নামেও জনা যায়। চুৰমফা স্বৰ্গদেৱে তিনি বছৰ মাথোন ৰাজত্ব কৰে। এই দৰে ৰজা ভগাৰ পাচতো কেনেবাকৈ বিদ্ৰোহ ঘটাই বুলি, ডাঙ্গৰীয়াসকলে তেওঁক চক্ৰান্ত কৰি বধ কৰালে। চুত্যিংফা স্বৰ্গদেৱৰ দিনত কেইবাজনো ডাঙ্গৰীয়াৰ ভঙ্গা-পতা হয়। সেই কথাত ডাঙ্গৰীয়াসকল তেওঁৰ ওচৰত বৰ অসন্তুষ্ট আছিল। পাচে, তেওঁৰ নিজৰ পুতেক চুতামলা কোৱঁৰে শুকুলা বুঢ়াগোহাঁই ডাঙ্গৰীয়াৰে সৈতে মন্ত্ৰণা কৰি, দুবছৰ মাথোন ৰাজত্ব কৰোতেই, ১৬৫৪ চনত তেওঁক ভাঙ্গি নিজে ৰজা হয়। আৰু ৰজা ভগাৰ পাচত; ভবিষ্যতে বিদ্ৰোহ ঘটোৱাৰ আশঙ্কা কৰি, ডাঙ্গৰীয়াসকলে তেওঁক চক্ৰান্ত কৰি বধ কৰে।

ডফলা-ৰণ।—চুত্যিংফা স্বৰ্গদেৱৰ ৰাজত্বত কেইবাথনো চুৰ-চুৰীয়া ৰণ আৰু বিদ্ৰোহ উপস্থিত হৈছিল; তাৰ ভিতৰত ডফলা-ৰণেই

প্ৰধান। ১৬৪৬ খৃষ্টাব্দত দিক্ৰং নৈয়েদি উজাই স্বৰ্গদেৱে সৈন্য-সামন্ত দি বুঢ়াগোহাঁই ডাঙ্গৰীয়া আৰু বৰপাত্ৰগোহাঁই ডাঙ্গৰীয়াক ডফলা পৰ্ব্বত দখল কৰিবলৈ পঠিয়াইছিল। পিচে, ডফলাইঁতে ঠেকত পেলাই বহুত অসমীয়া সেনা বধ কৰি ডাঙ্গৰীয়াসকলক উলটি আহিবলৈ বাধ্য কৰিলে। তাতে স্বৰ্গদেৱে অসন্তুষ্ট হৈ ডাঙ্গৰীয়া দুজনক ভাঙ্গি নতুন সেনাপতি পাতি আকৌ ডফলাইঁতক আক্ৰমণ কৰিবলৈ পঠিয়ালে। ডফলাইঁতেও মিৰিহঁতৰে সৈতে লগ লাগি ফেৰ পাতি ধৰিছিল; কিন্তু এইবাৰ ঠাৱৰিব নোৱাৰি ডফলা আৰু মিৰিহঁত আহোম ৰজাৰ শৰণাগত হল।

নগা-ৰণ।—১৬৫০ খ্ৰীষ্টাব্দত লক্ষমা: নগাবিলাকে বিদ্ৰোহ উপস্থিত কৰাত সিহঁতক দমাবলৈ আহোম ফৌজ যাব লগা হৈছিল। তাৰ পাচত নগাইঁতে আগধৰি আহি আহোমৰ ৰাজ্যত উৎপাত ঘটাবলৈ ধৰিলে। এই বাৰো সিহঁতক অসমীয়া সেনাই দমাই থৈ আহিল গৈ। কিন্তু, নগাইঁতে ইমানতো দাঁতি-কাষৰৰ আহোম. ৰাজ্যত অন্যায়-উপদ্ৰৱ কৰিবলৈ নেৰিলে। সেই কাৰণে, স্বৰ্গদেৱে এইবাৰ ডফলা যুঁজাৰু লগত দি অসমীয়া সেনাপতিক নগাপাহাৰ আক্ৰমণ কৰিবলৈ পঠিয়ালে। এই ৰণত নগাহঁত ঘাটি পলাল। আৰু, নগাৰ গাম, বা ৰজা, কিম্বা শাসনকৰ্ত্তা বিলাক আহোম ৰজাৰ শৰণাগত হলহি।

চুতামলা বা জয়ধ্বজসিংহ।—চুতামলা স্বৰ্গদেৱে সিংহাসনত উঠিয়েই হিন্দুমতে জয়ধ্বজসিংহ নাম লয়। আৰু তামৰ ফলিত লিখি বহুত দেৱোত্তৰ আৰু ব্ৰহ্মোত্তৰ মাটি দান কৰি, তেওঁ নিৰঞ্জন বাপুত শৰণ লয়। আহোম ৰজাৰ এওঁৱেই পোন-প্ৰথমে হিন্দুমতে শৰণ লয়, আৰু এওঁৰ দিনৰেপৰা তামৰ ফলি চলিত হয়। এওঁৰ ৰাজত্বৰ কালত কেইবাজনো ডাঙ্গৰীয়াৰ ভঙ্গা-পতা হোৱাৰ পাচে, বুঢ়াগোহাঁই পৰিয়া-

লৰ নাওবৈচা ফুকন ৰাজমন্ত্ৰী, লাঙ্গিচং বৰগোহাঁই আৰু ভগা বৰপাত্ৰ-গোহাঁই এই কেইজনা নতুনকৈ ডাঙ্গৰীয়া হয়। জয়ধ্বজসিংহৰ দিনৰ-পৰা আহোমৰ ৰাজ্যত বামুণৰ প্ৰতিপত্তি আৰু এদোপ চৰিল।

স্বৰ্গদেৱ জয়ধ্বজসিংহই কিছুমান সৎকাৰ্য্যও কৰিছিল। তাৰ ভিতৰত কেৰিমেৰি গড়, মাছখোৱা গড়, ভোমোৰাগুৰি আলি আৰু চেউনীবচা আলি এই কেইটাই প্ৰধান। এওঁৰ ৰাজত্বৰ কালত সৰু-বৰ কেইবাথনো ৰণ লাগিছিল; তাৰ ভিতৰত মিৰজুম্লাৰ আক্ৰমণেই সবাতকৈ প্ৰধান।

**মছলমানৰ ১১শ, আক্ৰমণ।**—নবম আৰু দশম বাৰৰ আক্ৰমণৰ ফল জানিব পাৰি, দিল্লীৰ সম্ৰাট আওৰেঙ্গেবৰ সেনাপতি মিৰজুম্লাই ১৬৬১ চনত আহোম ৰাজ্য আক্ৰমণ কৰিবলৈ আহে। মছলমান সেনাপতিয়ে বহু কষ্ট সহি সৈন্য-সামন্তৰে সৈতে উজাই সুমলী-গড় পালেহি। তাতে আহোম ৰজাৰ এটা কোঁঠ আছিল। মোগল সেনাক চমু চাপিবৰ দেখি, এই কোঁঠ ৰখীয়া ২০০০ অসমীয়া সেনা ৰাতিয়েই পলাই ফাট মাৰিলে। মিৰজুম্লাই ৰণ নকৰাকৈয়ে এই কোঁঠ হস্তগত কৰি গড়গাৱঁলৈ উজাই গল। মছলমান সেনা নগৰ সোমালত, জয়ধ্বজসিংহ স্বৰ্গদেৱ চৰাইখোৰোং পৰ্ব্বতলৈ পলাই যায়। ৰাজ্যৰপৰা ভাগি যোৱাৰ কাৰণে তেওঁক ভগনীয়া-ৰজা নামেও জনা যায়। গতিকে, মিৰজুম্লাই অবাধে নগৰ অধিকাৰ কৰি তাতে বাহৰ পাতি ৰল। খ্ৰীঃ ১৬৬২ চনত যেতিয়া বাৰিষাই ঘোৰ মূৰ্ত্তিৰে দেখা দিলেহি, তেতিয়া মছলমান সেনাক নানা-তৰহৰ অসুবিধাই বেৰি ধৰিলে। তাৰ উপৰিও, জহনী ৰোগত ভালেমান মোগল সেনাৰ মৃত্যু হয়। এই সুযোগতে জয়ধ্বজসিংহ স্বৰ্গদেৱে কিছুমান সৈন্য লগত লৈ মছলমান সেনাক বেৰি ধৰিলেহি। ৰমিজুম্লাই বিষম সঙ্কটত পৰি সন্ধিৰ প্ৰস্তাৱ কৰিলে।

স্বৰ্গদেৱে তেওঁৰ প্ৰস্তাৱত মান্তি হৈ, ১০০ বন্দী, ১০০ বেটী, ৩০টা হাতী, কুৰি হেজাৰ তোলা সোণ, তাৰ ছ-গুণ ৰূপ, ছজন বিষয়াৰ লৰা, এই বিলাক যৌতুক দি, ৰমণী গাভৰুক সালঙ্কতাকৈ বাদচাহত বিয়া দিবলৈ পঠিয়ালে; আৰু বছৰি ২০ টা হাতী আৰু পেচকচৰ বাবে তিনি লাখ টকা আৰু ৯০ টা হাতী চই শোধাবলৈ গাত ললে। মিৰজুম্লাই তাতে সন্তুষ্ট হৈ, তেওঁ অধিকাৰ কৰা কোঁঠ আৰু ৰাজ্য এৰি দি আহোম ৰজাৰে সৈতে মিতিৰ পাতি নিজৰ দেশলৈ উলটি গল।

স্বৰ্গদেৱ জয়ধ্বজসিংহ, মুঠেই ৯ বছৰ কাল ৰাজত্ব কৰাৰ পাচে, খ্ৰীঃ ১৬৬৩ চনত স্বৰ্গী হল।

**চুপুঙমুং বা চক্ৰধ্বজসিংহ।**—স্বৰ্গদেৱ জয়ধ্বজসিংহৰ পাচত, তেওঁৰ পুতেকসকলৰ চৰিত্ৰ ভাল নেদেখি, ডাঙ্গৰীয়াসকলে সিবিলাকৰ এজনকো ৰজা মনোনীত নকৰিলে। সেই কাৰণে, দেওৰজাৰ নাতি চুপুঙমুং কোৱঁৰক খ্ৰীঃ ১৬৬৩ চনত ৰজা পতা হয়। আহোম ৰাজসিংহাসনত উঠাৰ পাচত, তেওঁ হিন্দুমতে চক্ৰধ্বজসিংহ নাম লয়। তেওঁৰ ৰাজত্বৰ কালত নাওবৈচা ফুকনক মাৰি আতন বুঢ়াগোহাঁইক ৰাজমন্ত্ৰী পতা হয়, আৰু লাচি বৰপাত্ৰগোহাঁই হয়।

**নগা আৰু মিৰি বিদ্ৰোহ।**—১৬৬৫ খ্ৰীষ্টাব্দত বানচঙ্গীয়া নগাই বানপৰীয়া নগাক আক্ৰমণ কৰেহি। বানপৰীয়াবিলাকে সেই আক্ৰমণ সহিব নোৱাৰি আহোম ৰজাত সহায় ভিক্ষা কৰিলে। সেইমতে এদল অসমীয়া সেনা উলটি অহাৰ পাচতে সিহঁতে পুনঃ বানপৰীয়াক আক্ৰমণ কৰিলেহি। এইবাৰ বানচঙ্গীয়াহঁতক একেবাৰে তলতীয়া কৰি সিহঁতৰ চাং দখল কৰিবৰ নিমিত্তে অসমীয়া সেনা পঠিওৱা হল। সিফালে নগাহঁতেও বিশেষ আয়োজন কৰি লৈ ফেৰ পাতি

ধৰিলে। অৱশেষত, নগাহঁত ৰণত ঘাটি শৰণাগত হল, আৰু তেতিয়াৰ-পৰা বানপৰীয়া আৰু বানচঙ্গীয়া নগা সম্পূৰ্ণে আহোম ৰজাৰ তলতীয়া হল। এই উৎপাত থমাবলৈ আহোম ৰজা ব্যস্ত থকাত সুবিধা যেন ভাবি, মিৰিহঁতেও ডফলা আৰু ছুটীয়াবিলাকেৰে লগলাগি এটা বিদ্রোহ তুলিছিল। কিন্তু তাৰ জোখাই ইফালে আহোমৰজাৰো আয়োজন কৰা দেখি, ৰণ-বিগ্ৰহ নকৰাকৈয়ে সেই বিদ্রোহ আপুনি থামিল।

মছলমানৰ ১২শ, আক্ৰমণ বা শৰাইঘাটৰ ৰণ।— স্বৰ্গদেৱ জয়ধ্বজসিংহই মিৰজুম্লাৰ লগত যুদ্ধত ঘাটি গড়গাৱঁত কৰা সন্ধি মতে, ৰমণী গাভৰুক যৌতকত দিয়া ধন-বস্তুত বাজেও বছৰি ২০টা হাতী শোধোৱাৰ উপৰিও পেচকচৰ বাবে তিনি লাখ টকা চই দিবলৈ স্থিৰ হৈছিল। পিচে, স্বৰ্গদেৱে তেতিয়াই পেচকচ আৰু চই সমুদায় আদাই কৰি দিব নোৱাৰাত ১৯০০০৲ টকা আৰু ৫০টা হাতী বাকী থাকে। স্বৰ্গদেৱ চক্ৰধ্বজসিংহৰ দিনত এই বাকী থকা পেচকচ সাধি গুৱাহাটীৰপৰা মছলমান ফৌজদাৰ ফিৰুজখাঁই কটকীৰ মুখে আহোম ৰজালৈ টানকথা কৈ পঠিয়ালে। চক্ৰধ্বজসিংহ ৰৰ সাহসী আৰু অভিমানী ৰজা আছিল; তেওঁ মছলমানৰ বৰকথা সহিব নোৱাৰি, বাকী থকা চই নিদিওঁ বুলি, যুদ্ধ দিবলৈ প্ৰস্তুত হল। এই কথাত অত্যন্ত কুপিত হৈ, দিল্লীশ্বৰ আওৰেঞ্জেব বাদছাই আহোম ৰজাৰ যুদ্ধৰ প্ৰস্তাব তৎক্ষণাৎ গ্ৰহণ কৰিলে। এই যুদ্ধ দুবাৰ হয়। প্ৰথম বাৰত চৈয়দ চানা আৰু চৈয়দ ফিৰুজ সেনাপতিৰ তলে মছল-মানে বাঁহবাড়ী, কাজলিমুখ, ইটাখলি, বৰনদীৰ মুখ, আৰু গুৱাহাটী এই পাঁচ ঠাইত যুদ্ধ দিয়ে। এই আটাইকেইথন যুদ্ধতে আহোমৰ হাতত মছলমান বিষমৰূপে ঘাটিল; আৰু লাছিত বৰফুকনে মছল-

মানক মানাহাৰ মুখলৈকে খেদি নি তাৰপৰা চৈয়দ চানা আৰু চৈয়দ ফিৰুজক বন্দী কৰি গড়গাৱঁলৈ পঠিয়ালে, আৰু তাতে দুইকো বধ কৰা হল। মছলমানৰ সকলো অস্ত্ৰ-শস্ত্ৰ বৰফুকনৰ হাতত পৰিল। ১৬৬৮ খ্ৰীষ্টাব্দত এই যুদ্ধৰ সামৰণি পৰে আৰু গুৱাহাটী পুনঃ আহোমৰজাৰ দখললৈ আহে। এই সংবাদত মহা অভিমানী আওৰেঙ্গেব বাদছাহ অগ্নি-ৱত জ্বলি উঠিল, আৰু ৰাজা ৰামসিংহক ৩০০০ ঘোঁৰাৰণুৱা, ১৮০০০ মাটি ৰণুৱা, ১৫০০০ কোচবিহাৰৰ কাঁড়ী সৈন্য দি, আৰু নচৰত খাঁ, ৰঘুনাথ-সিংহ, ৰচিত খাঁ প্ৰভৃতি কেইবাজনো সেনাপতিৰ ওপৰত তেওঁক প্ৰধান সেনাপতি পাতি বিপুল আয়োজনেৰে অসম দেশ আক্ৰমণ কৰিবলৈ পঠিয়ালে। ইফালে স্বৰ্গদেৱ চক্ৰধ্বজসিংহই বাছি বাছি কাজুৱা সেনাপতি সকলৰে সৈতে বিস্তৰ সৈন্য-সামন্তৰ ওপৰত লাছিত বৰফুকনক প্ৰধান সেনাপতি পাতি মছলমানৰ আক্ৰমণ ওফৰাবলৈ গুৱাহাটীত সাজু কৰি ৰাখিলে। বৰফুকনেও শৰাইঘাটত এটা ভালকৈ কোঁঠ মৰাই সৈন্য-সামন্ত লৈ মছলমানৰ প্ৰতীক্ষাত ৰল। ৰামসিংহ সসৈন্যে গুৱাহাটীৰ সীমা পালেহি! ইয়াৰ পাচত দুয়ো পক্ষৰ সম্মুখ সংগ্ৰাম আৰম্ভ হল। ক্ৰমান্বয়ে প্ৰায় ছমাহ মাটি-যুদ্ধ, পানী-যুদ্ধ, ঘোঁৰা-যুদ্ধ ঘোৰতৰ ৰূপে চলিবলৈ ধৰিলে,—ক্ৰমাৎ মছলমানৰ ৰণবল ক্ষয় হৈ আহিল। মছলমানৰ সেনাপতি এজন-এজনকৈ ৰণত পৰিবলৈ ধৰিলে, আৰু সিহঁতৰ বহুত খাৰ, বন্দুক, তোপ, যুদ্ধৰ নাও আহোমৰ হাতত পৰিল। অৱশেষত ৰামসিংহই আহোমৰ পৰাক্ৰম সহিব নোৱাৰি লাজ আৰু অপমানত জঁয় পৰি ভটীয়াই পলালে। উলটি যাবৰ সময়ত অসমীয়া সৈন্যক ৰামসিংহে এই দৰে শলাগিছিল— "প্ৰত্যেক অসমীয়া সেনাই নাও বাব পাৰে, কাঁড় মাৰিব পাৰে, মাটি কাটিব পাৰে, বন্দুক মাৰিব পাৰে। এনেকুৱা সকলো কামত নিপুণ

সেনা মই ভাৰতবৰ্ষৰ আন কোনো ঠাইত দেখা নাছিলোঁ।" ইয়াৰ পাচত, লাছিত বৰফুকনে মানাহালৈকে আহোম ৰাজ্য বহলাই অত চকি আৰু ঘাট পাতি, ১৬৬৯ খ্ৰীষ্টাব্দত শৰাইঘাটৰ ৰণৰ সামৰণি মাৰে।

চুন্যতফা, চুক্লনফা, চুহুং, গোবৰ কোঁৱৰ আৰু চুজিনফা।—স্বৰ্গদেৱ চক্ৰধ্বজসিংহৰ পাচত, তেওঁৰ ভায়েক চুন্যতফা কোঁৱৰ খ্ৰীঃ ১৬৭০ চনত ৰজা হয়। তেওঁ শিঙৰিঘৰ উঠাৰ পাচত হিন্দুমতে উদয়াদিত্য নাম লয়। তেওঁৰ ৰাজত্বত ১৬৭১ খ্ৰীষ্টাব্দত মছলমান সেনাপতি ৰামসিংহ আহোম ৰাজ্য আক্ৰমণ কৰিবলৈ আহি আকৌ বিষমৰূপে ঘাটে। চুন্যতফা স্বৰ্গদেৱে গুৱাহাটীত ৰামগড়, পানীগড় আৰু উজনিত বৰাগী আলি প্ৰভৃতি কৰাই কিছুমান কীৰ্ত্তি-চিন ৰাখে। তেওঁৰ দিনত চপা বৰপাত্ৰগোহাঁই; দেবেৰা বৰবৰুৱা আৰু লালুকসোলা বৰফুকন হয়। বৰবৰুৱাই ডফলা আক্ৰমণলৈ গৈ বিষমৰূপে ঘাটি অহাত, তেওঁক ৰজাই বৰ লাজ দিয়ে; এই আপাহতে ছবছৰ মাথোন ৰাজত্ব কৰাৰ পাচত, খ্ৰীঃ ১৬৭২ অব্দত, দেবেৰা বৰবৰুৱাই ৰজাক বিহ পান কৰাই মাৰে। তেওঁৰ লোকান্তৰৰ পাচত, ভায়েক চুক্লনফা কোঁৱৰক খ্ৰীঃ ১৬৭২ চনত ৰজা পতা হয়। হিন্দুমতে তেওঁক ৰামধ্বজ নামেও জনা যায়। তেওঁৰ ৰাজত্বত দেউৰী-চুটীয়া আৰু মিছিমিৰ বিদ্ৰোহ উঠিছিল। এই ৰাজত্বত চেঙমুং বৰগোহাঁই হয়। দুবছৰ মাথোন ৰাজত্ব কৰাৰ পাচত, নৰিয়া পৰি স্বৰ্গদেৱ চুক্লনফা স্বৰ্গী হল। তেওঁ স্বৰ্গী হোৱাত, চামগুৰীয়া ফৈদৰ চুহুং কোঁৱৰক খ্ৰীঃ ১৬৭৪ চনত ৰজা পতা হয়। চুহুং স্বৰ্গদেৱে দেবেৰা বৰবৰুৱাৰ অন্যায় কৰ্ম্ম দেখি তেওঁক বধিবৰ উপায় কৰিছিল; কিন্তু সেই কথাৰ সন্দেহ পাই স্বৰ্গদেৱে তেৰ মাহ মাথোন ৰাজত্ব কৰোঁতেই, দেবেৰা বৰবৰুৱাই উলটি তেওঁক হে বিহ খুৱাই মাৰে। তেওঁৰ

অপমৃত্যুৰ পাচত, তুঙখুঙ্গীয়া ফৈদৰ দেওৰজাৰ নাতি গোবৰ কোঁৱৰক খ্ৰীঃ ১৭৭৪ চনত ৰজা পতা হয়। তেওঁ ২০ দিন মাথোন ৰাজপাট খাওঁতেই দেবেৰা বৰবৰুৱা আৰু লালুক বৰফুকনে চক্ৰান্ত কৰি তেওঁক বধ কৰে। পিচে, দেবেৰা বৰবৰুৱাৰ ষড়যন্ত্ৰত অকালত ৰজাসকলৰ প্ৰাণহানি হোৱাটো জনাজাত হোৱাত, বৰগোহাঁই, বুঢ়াগোহাঁই আৰু বৰফুকন লগ লাগি বৰবৰুৱাক বধ কৰালে। গোবৰ ৰজাৰ অকাল-মৃত্যুৰ পাচত, সেই চনতে দিহিঙ্গীয়া ফৈদৰ চুজিনফা কোঁৱৰক ৰজা পতা হল। তেওঁৰ দিনত সন্মুৰৈ বুঢ়াগোহাঁই আৰু লালুক বৰগোহাঁই হয়। তেওঁ তিনি বছৰমান ৰাজত্ব কৰোঁতেই অন্যান্য ডাঙৰীয়া-বিষয়াসকলেৰে যোগ হৈ বুঢ়াগোহাঁই ডাঙৰীয়াই তেওঁক চকু কঢ়াই ঘুণীয়া কৰাত স্বৰ্গদেৱে মনৰ ধিক্কাৰত আপুনি শিলত মূৰ আফালি খ্ৰীঃ ১৬৭৭ চনত আত্মঘাতী হল। এই সময়ত ডাঙৰীয়া আৰু বিষয়া-সকলৰ ভিতৰত অমিল থকাৰ কাৰণেই ৰাজকোঁৱৰ সকলৰ এই দৰে অপমৃত্যু ঘটিছিল।

চুদৈফা।— চুজিনফা স্বৰ্গদেৱ আত্মঘাতী হোৱাত, পৰ্ব্বতীয়া ফৈদৰ চুদৈফা কোঁৱৰক খ্ৰীঃ ১৬৭৭ চনত ৰজা পতা হয়। তেওঁৰ ৰাজত্বৰ কালত দীঘলা বুঢ়াগোহাঁই, মেচাগড়ীয়া সেন বৰগোহাঁই আৰু লাচামকলা বুৰপাত্ৰগোহাঁই হয়। এই ৰাজত্বতে সিফালে গুৱাহাটীত লালুক বৰফুকন হয়। লালুক বৰফুকনেই খ্ৰীঃ ১৬৭৯ চনত বঙ্গদেশৰ নবাবক আক্ৰমণ কৰিবলৈ অসমীয়া সেনা পঠিয়াই মছলমানক পুনৰ জোকাই লয়। অৱশেষত, গা সৰোৱা টান দেখি, নিজে ভয়ত ৰঙ্গা-মাটিৰ নবাবৰে সৈতে গোপনে আহোম ৰজাৰ বিপক্ষে ষড়যন্ত্ৰ কৰে। সেই কথা জনাজাত হোৱাত, ভবিষ্যতে তাৰপৰা বিপদৰ আশঙ্কা কৰি দুৰছৰ মাথোন ৰাজত্ব কৰোঁতেই, স্বৰ্গদেৱক তেওঁ

অন্যান্য বিষয়াসকলেৰে লগ লাগি প্ৰকাশ্যে নগৰতে আক্ৰমণ কৰি বধ কৰে।

চুলিক্ফা বা লৰা-ৰজা—চুদৈফা স্বৰ্গদেৱৰ লোকান্তৰৰ পাচত, চামগুৰীয়া ফৈদৰ চুলিক্ফা কোঁৱৰক খ্ৰীঃ ১৬৭৯ চনত ৰজা পতা হয়। তেওঁ লৰাকালতে ৰজা হৈছিল কাৰণে, তেওঁক লৰা-ৰজা নামেও জনা যায়। এই ৰাজত্বত লাইথেপেনা বৰগোহাঁই আৰু বন্দৰ বৰফুকন হয়।

মছলমানৰ ১৩শ, আক্ৰমণ বা ৰঙ্গামাটিৰ ৰণ।—স্বৰ্গদেৱ চুদৈফাৰ ৰাজত্বৰ কালত মছলমানৰে সৈতে যি বিবাদ লাগে, সি চেঁচা হবলৈ নৌ পাওঁতেই ইফালে এজন ৰজাৰ অপমৃত্যুত আন এজন সিংহাসনত উঠাৰ উৎপাত উঠে। এনে সুযোগতে মছলমানে আকৌ আহোম ৰাজ্য আক্ৰমণ কৰেহি। ইফালে লালুকসোলা বৰফুকনে ৰঙ্গামাটিৰ আজমতৰা নবাবক গুৱাহাটীৰ স্বত্ব এৰি দি আহি, চক্ৰান্ত কৰি চুদৈফা স্বৰ্গদেৱক বধ কৰাত, আন সকলো ডাঙ্গৰীয়া অসন্তুষ্ট হৈ, তেওঁকো তেনে চক্ৰান্তৰেই বধ কৰালে। এনে অৱস্থাত ভাৰধৰাক নতুনকৈ বৰফুকন পাতি মছলমানৰ লগত যুঁজিবলৈ পঠোৱা হৈছিল। পিচে, তেওঁ মছলমানক খেদিবলৈ অক্ষম হোৱাত তেওঁকো ভাঙ্গি বন্দৰক বৰফুকন পতা হল। বন্দৰ বৰফুকন এজন বৰ বাহুবলী আৰু যুদ্ধ বিখ্যাত পৈনত পুৰুষ আছিল। তেওঁ বিষম বিক্ৰমেৰে মছলমানৰে সৈতে ৰঙ্গামাটিত ৰণ দিলেগৈ। আৰু, বন্দৰ বৰফুকনৰ পৰাক্ৰম সহিব নোৱাৰি মছলমান সেনা কামৰূপ এৰি পলাবলৈ বাধ্য হল। বন্দৰ ফুকনে এই ৰণত সম্পূৰ্ণৰূপে জয় লাভ কৰি, গুৱাহাটীত নিগাজীকৈ বৰফুকন হৈ থাকিল।

জয়মতী কুঁৱৰী।—স্বৰ্গদেৱ চুলিকফা বা লৰা-ৰজাক যদিও

জয়মতী কুঁৱৰী জগতৰ এগৰাকী আদৰ্শ সতী।

একলো ডাঙৰীয়া-বিষয়াৰ বাছনিমতে ৰজা পতা হয়, তথাপি তেওঁৰ আগেয়ে হৈ যোৱা ৰজাসকলৰ ভাগ্যফল স্মৰণ কৰি, তেওঁ সদাই নিজৰ জীৱনৰ নিমিত্তে আশঙ্কিত আছিল। আৰু এই সময়ত ৰজা হব পৰা ফৈদবিলাকত বহুত কোৱঁৰ আছিল। গতিকে মন্ত্ৰীসকলে তেওঁলোকৰ খাটনি এৰাব নোৱাৰি এজনক বধি আন এজনক ৰজা পাতিছিল। যোৱা ৯ বছৰৰ ভিতৰত এই দৰেই কেইবাজনো কোৱঁৰৰ অকাল-মৃত্যু হয়। সেই কাৰণে, লৰা-ৰজাই এনে আশঙ্কাৰ সচ মাৰিবৰ নিমিত্তে ৰজা হবৰ যোগ্য কোৱঁৰবিলাকক গুপ্তচৰ লগাই ঘূণীয়া কৰি ৰজাৰ অযোগ্য কৰিবলৈ ধৰিলে। তুঙখুঙীয়া ফৈদৰ গোবৰ ৰজাৰ লাঙি-গদাপাণি নামে এজন বৰ বাহুবলী কোৱঁৰ আছিল। আন-আন ফৈদৰ কোৱঁৰৰ কঠীয়া মাৰি লৰা-ৰজাই গদাপাণিত চকু দিলে। তেওঁৰ ওচৰত কিন্তু গুপ্তচৰৰ কৌশল নৰজিল। তেওঁ এনে বাহুবলী আছিল যে, দুজন-চাৰিজনে তেওঁৰ কাষ চপাই টান। এই কথাত লৰা-ৰজা আৰু আশঙ্কিত হৈ গদাপাণিক ধৰিবলৈ সৰহঁকৈ মানুহ পাচিলে। পিচে, গদাপাণিয়ে নিজৰ ভাৰ্য্যা জয়মতী আৰু আত্মীয়-কুটুম্বাদিৰ অনুৰোধত অগত্যা দেশ এৰি আঁতৰিবলৈ বাধ্য হল। পোনতে কেদিন-মান তেওঁ মেটেকাৰ বগী বৰপোহাৰীৰ ঘৰত ৰৈছিলগৈ; তাৰ পাচে, সহায় বিচাৰি তেওঁ নগা পাহাৰৰ ফালে গলগৈ। বৰগোহাঁই ফৈদৰ জয়মতী নামে তেওঁৰ এগৰাকী ভাৰ্য্যা আৰু তেওঁৰ গৰ্ভজাত লাই আৰু লেচাই নামে দুটি কোৱঁৰ আছিল। গদাপাণি আঁতৰি যাওঁতে, তেওঁ সেই পুত্ৰ-ভাৰ্য্যাক এৰি গৈছিল। গদাপাণিৰ সন্ধান-বাতৰি নাপাই লৰা-ৰজা ভয়ত বিহ্বল হল; আৰু তেওঁৰ ভাৰ্য্যাই অৱশ্যে সেই সন্ধান জানে বুলি, তেওঁক শাস্তি কৰি গদাপাণিৰ বাতৰি উলিয়াবলৈ আজ্ঞা দিলে। পিচে, জয়মতীয়ে স্বামীৰ সন্ধান দিবলৈ সদৰ্পে অস্বীকাৰ

কৰাত, কুকুৰাচোৱা চাওদাঙ্গে তেওঁক, বৰ্ত্তমান জয়সাগৰ পুখুৰীৰ যুত নাগ বহুৱাইছে তাতে বান্ধি, নানা শাস্তি কৰি গদাপাণিৰ বাতৰি সোধে। কিন্তু, জয়মতীয়ে নীৰৱে সকলো যন্ত্ৰণা সহি থাকিল, তথাপি নিজৰ স্বামীৰ সম্পৰ্কে এবাৰো এটি কথাকে নকলে। নিতে ন ন শাস্তি উলিয়াই চাওদাঙ্গে জয়মতীক ছয়-সাত দিন একেৰাহে শাস্তি কৰিও তেওঁৰপৰা গদাপাণিৰ বাতৰি উলিয়াব পৰা নাই,—জয়মতীয়ে গদা-পাণিৰ কথা নকয়। এই বাতৰি লাহে লাহে নগাপৰ্ব্বতত আঁতৰি থকা গদাপাণিৰ কাণত পৰিলগৈ। তেওঁ নিজৰ পতিব্ৰতা ভাৰ্য্যাই এনে লাঞ্ছনা ভুঞ্জা সহিব নোৱাৰি, মনৰ বেগত ছদ্মবেশেৰে জয়মতীৰ কাষ চাপিলেহি। গদাপাণিয়ে চিনাকি নিদি কেইবাবাৰো কলে, "হেৰ মানুহজনি, তই কিয় যন্ত্ৰণা ভুঞ্জি মৰিছ, গিৰিয়েৰৰ কথা কৈ নিদিয় কিয়?" জয়মতীয়ে এনে মৰমৰ উপদেশ দিওঁতালৈ কটাহিকে নকৰিলে। সাধ্বী জয়মতীয়ে পৰমেশ্বৰ আৰু স্বামী-গুৰুৰ চৰণ চিন্তি বেতৰ কোব, ডোম চোৰাত, চমটা একোতে কেৰেপ নকৰি, সতীত্ব তেজেৰে তেজস্বিনী হৈ, লৰা-ৰজাৰ নৰঘাতী পাষণ্ডবিলাকৰ মনত বিস্ময় জন্মায়ে থাকিল, কিন্তু গদাপাণিৰ প্ৰাণে নসলে। তেওঁ আকৌ কাষ চাপি কবলৈ ধৰিলে, "মানুহজনি! তই গিৰিয়েৰৰ বাতৰি কৈ ৰক্ষা পৰ" এইবাৰ জয়মতীয়ে তেওঁক চিনি পালে। যাৰ নিমিত্তে তেওঁ এনে যন্ত্ৰণালৈকো কাণ নকৰি নিজৰ জীৱন উছৰ্গা কৰিছে, তেওঁ এতিয়া নিজে ধৰা দি সকলো নাশ কৰে!—এই ভাবি, জয়মতীয়ে মিছা ক্ৰোধ দেখুৱাই উত্তৰ দিলে, "মোৰ গৃহস্থৰ কথা মই নকওঁ, ইবিলাকৰ কি হৈছে? ইবিলাকক ইয়ালৈ কোনে মাতিছে? গুচি বা নেযায় কিয়?" মুখৰ কথাতকৈয়ো জয়মতীৰ চকুৰ কাতৰ ভাবৰ সঙ্কেতে গদাপাণিক বেচিকৈ টলালে। গদাপাণিয়ে অগত্যা চন্দ্ৰ-সূৰ্য্যাদি দেৱতাক সাক্ষী

কৰি, ভাৰ্য্যাৰ উদ্ধাৰৰ নিমিত্তে সহায় বিচাৰি তাৰপৰা আঁতৰ হল। ইয়াৰ পাচতো চাওদাঙ্গে জয়মতীক ১৫।১৬ দিন শাস্তি কৰে; কিন্তু স্বামীৰ কুশল চিন্তাই তেওঁৰ সকলো যন্ত্ৰণাৰ ওপৰত যেন শান্তি-পানী ঢালি দিয়ে,—জয়মতীয়ে কোনো প্ৰকাৰৰ আকাৰ-ইঙ্গিতেৰেও স্বামীৰ সন্ধান নিদিবলৈ দৃঢ়কৈ হে মন বান্ধিলে। সবশেহত স্বামী-গুৰুৰ চৰণ চিন্তি, জয়মতীয়ে এদিন লৰা-ৰজাৰ নৰৰূপী দানৱ চাওদাঙ্গৰ হাতত নশ্বৰ



জয়সাগৰ আৰু জয়দৌল।

দেহা এৰি, অমৰণ পৱিত্ৰ নামৰ গৌৰৱেৰে আহোমসকলৰ নাম ধন্য কৰি, পৃথিবীত নাৰীসকললৈ পতিপ্ৰাণতাৰ জলন্ত পটন্তৰ ৰাখি, দময়ন্তী আৰু সাবিত্ৰীৰ শাৰীত আসন লবলৈ বৈকুণ্ঠ-প্ৰয়াণ কৰিলে। এতিয়াও



মহাৰাজ গদাধৰসিংহ স্বৰ্গদেৱৰ বৰচ'ৰা ।

শিৱসাগৰত "জয়সাগৰ" আৰু "জয়দৌলে" জয়মতীৰ সতীত্বৰ চিনাকি দিব লাগিছে।

চুপাতফা বা গদাধৰসিংহ।—পত্নী বিয়োগৰ পাচত, গদাপাণিৰ মন উদাস হোৱাত, তেওঁ বিপদৰ ভয় এৰি য'তে ত'তে ফুৰি ফুৰি শেহত গুৱাহাটী ওলালগৈ। তাতে বন্দৰ বৰফুকনে তেওঁক লগ পায়। বৰফুকন ইয়াৰ পূৰ্ব্বৰেপৰা লৰা-ৰজাৰ অত্যাচাৰৰ বাতৰিত বিৰক্ত হৈ আছিল। গতিকে, গদাপাণিক লগ পোৱা মাত্ৰকে, নিজে সহায় হৈ, তেওঁক ৰজাৰ নগৰলৈ সসৈন্যে লৈ আহিল। পিচে, বন্দৰ বৰফুকনৰ লগতে ডাঙ্গৰীয়া-সকলেও যোগ হৈ, খ্ৰীঃ ১৬৮১ চনত লৰা-ৰজাক ভাঙ্গি গদাপাণি কোঁৱৰক আহোম ৰাজপাটত বহুৱাই ৰজা পাতিলে।

গদাপাণি কোঁৱৰক খ্ৰীঃ ১৬৮১ চনত ৰজা পতাৰ পিচ-বছৰতে জন-চেৰেক বিষয়াই তলে তলে পুনৰ লৰা-ৰজাৰ ফলীয়া হৈ উঠে। লৰা-ৰজাই সিবিলাকৰ বল পাই, আকৌ ৰাজ্যলাভ কৰিবৰ অৰ্থে গোপনে কাৰবাৰ কৰিলে। স্বৰ্গদেৱে ইয়াৰ সন্তেদ পাই ষড়যন্ত্ৰকাৰীবিলাকক সমুচিত দণ্ড বিহিলে, আৰু লৰা-ৰজাক বধ কৰাই ভবিষ্যত আশঙ্কাৰ বীজ মাৰি ললে। ইয়াৰ পাচত, তেওঁ বৰকলাত নগৰ পাতি, তাতে শিঙৰিঘৰ উঠি, আহোমৰ ৰীতি অনুসৰি চুপাতফা নাম গ্ৰহণ কৰিলে। হিন্দুমতে তেওঁ গদাধৰসিংহ নাম ললে। গদাধৰসিংহ স্বৰ্গদেৱ যেনে বাহুবলী, শাসন-কাৰ্য্যতো তেওঁ তেনে এজন টানমুখীয়া ৰজা আছিল। তেওঁ যদিও ডাঙ্গৰীয়া কেইজন আৰু আন বৰমুৰীয়া বিষয়াসকলৰ অনুগ্ৰহত হে ৰাজ্য লাভ কৰে, তথাপি লৰা-ৰজা বৰ্ত্তমান থাকোঁতেই যিবিলাক বিষয়াই গদাপাণিক ৰজা পতা কাৰ্য্যত যোগ দিছিল, সিবি-লাকক ৰাজদ্ৰোহী বিবেচনা কৰি ৰাজধৰ্ম্মমতে দণ্ড বিহিবলৈ তেওঁ অলপো

কাতৰ নহল। গদাধৰসিংহ স্বৰ্গদেৱে সিবিলাকক আগত থাকি শালত দিয়ালে। আৰু সেই ঠাইক আজিকালিও "শালমৰামুখ" বুলি জনা যায়। আন কি, তেওঁক নিৰাশ্ৰয় অৱস্থাত আশ্ৰয় দি উপকাৰ কৰোঁতা ভিনিহিয়েক বন্দৰ বৰফুকনক, প্ৰাণে মাথোন এৰি দি, বিষয়া ভাঙ্গি ৰাজ্যৰ-পৰা ৰাহিৰ কৰি খেদি দিয়ে। ইয়াৰ পাচত, তেওঁ নিজৰ বাছনিমতে লক্ষকীয়াৰ থাম্পেঙ্গক বুঢ়াগোঁহাঁই, আচুকক বৰপাত্ৰগোহাঁই আৰু সন্দিকৈ ফুকনক বৰফুকন পাতিলে। স্বৰ্গদেৱ গদাধৰসিংহই দেখিলে যে, হিন্দুধৰ্ম্ম প্ৰবৰ্ত্তক মহন্তসকলৰ ভিতৰত বহুতৰ ভণ্ডামি আৰু কুটীল ভাবৰ দোষত ৰাজ্যত ধৰ্ম্মৰ সলনি অধৰ্ম্ম, আৰু অন্যায়-উপদ্ৰৱ আদি হে বাঢ়িছে ; সেই কাৰণে, তেওঁ ভালেমান মহন্তক ৰাজ্যৰপৰা বাহিৰ কৰি, চেউনীবচা আদি ঠাইত নিলগ কৰি পাতিলে।

মছলমানৰ ১৪শ, বা শেহ আক্ৰমণ বা ইটাখলিৰ ৰণ।—ইয়াৰ আগবাৰত বন্দৰ বৰফুকনৰ খেদা খোৱাৰ প্ৰতিশোধ দিবৰ মনেৰে, ৰঙ্গামাটিৰ নবাব মঙ্গলখাঁই গদাধৰসিংহ স্বৰ্গদেৱ ৰজা হোৱাৰ দুবছৰৰ পাচত, খ্ৰীঃ ১৬৮৩ চনত আহোমৰ ৰাজ্য আক্ৰমণ কৰিবলৈ আহে। সেই সময়ত গুৱাহাটীত নতুনকৈ হোৱা সন্দিকৈ বৰফুকন শাসনকৰ্ত্তা আছিল। ইফালে মহাতেজী গদাধৰসিংহ স্বৰ্গদেৱে তেওঁৰ বিষয়াবিলাকৰ কাৰ্য্যৰ ওপৰত চোকা-দৃষ্টি ৰাখিছে, সিফালে নতুনকৈ হোৱা সন্দিকৈ বৰফুকনে নিজৰ পৰাক্ৰম দেখুৱাবলৈ সুযোগ বিচাৰিব লাগিছে, এনে সময়ত মছলমান সেনা পোনেই গুৱাহাটীৰ শুক্ৰেশ্বৰলৈকে আহে। বৰফুকনেও ইফালে সৈন্যসামন্ত লৈ সাজু হৈ আছিল। শুক্ৰেশ্বৰৰ ওচৰত ইটাখলি নামে ঠাইত দুয়ো পক্ষৰ ঘোৰতৰ যুদ্ধ হয়। এই যুদ্ধতে মছলমানবিলাক সমূলি মূৰ তুলিব নোৱাৰাকৈ ঘাটিল। সন্দিকৈ বৰফুকনেও শত্ৰুপক্ষক হেঁপাহ পলুৱাই এপালি দি, ৰঙ্গামাটি-

লৈকে সিবিলাকক খেদি নি, আকৌ পূৰ্ব্বৰ দৰে মানাহ্‌ নৈকে ছুই ৰাজ্যৰ মাজসীমা পাতিলে। এয়ে মছলমানৰো অসমত শেহ আক্ৰমণ; ইয়াৰ পাচত আৰু সিবিলাকে আহোমৰজাক জোকাবলৈ সাহ কৰিব পৰা নাই। এই যুদ্ধৰ সামৰণিত মছলমানৰ বহুত সম্পত্তি আৰু বন্দুক, ৰণতোপ আদি আহোমৰজাই লাভ কৰে।

মিৰি-আক্ৰমণ।—১৬৮৫ খ্ৰীষ্টাব্দত মিৰিহঁতে ৰাতি শদিয়া আক্ৰমণ কৰি, শদিয়াখোৱা গোহাঁইৰ ঘৰত জুই দিয়ে। সেই অপৰাধত গদাধৰসিংহ স্বৰ্গদেৱে এদল অসমীয়া সেনা পঠিয়াই মিৰি-চাং আক্ৰমণ কৰায়। পিচে, মিৰিহঁত ৰণত ঘাটি শৰণাগত হল, আৰু ভবিষ্যতৰ উৎপাত গুচাবৰ অভিপ্ৰায়ে মিৰি-চাঙ্গত ছুটা কোঁঠ মৰাই ব্ৰহ্মপুত্ৰৰপৰা সেই কোঁঠলৈকে ছুটা বাট বন্ধোৱা হল।

নগা-আক্ৰমণ।—১৬৮৬ খ্ৰীষ্টাব্দত নগাহঁতে দৈয়াঙ্গৰ গাওঁ-বিলাকত উপদ্ৰব কৰেহি। পিচে, মহাৰাজ গদাধৰসিংহই সিহঁতক সমুচিত শাস্তি দিয়াৰ পাচত, ক্ষতিপূৰণ লৈ সেইবাৰলৈ ক্ষমা কৰিলে। ইয়াৰ অলপৰ পাচতে নামচাঙ্গৰ নগাবিলাকেও বিদ্ৰোহ তুলিছিল। কিন্তু, স্বৰ্গদেৱে সিহঁতৰ প্ৰধান প্ৰধান নেতাবিলাকক ধৰাই আনি বধ কৰোৱাত সকলো উৎপাত থামি গল।

স্বৰ্গদেৱ গদাধৰসিংহই শাসনকাৰ্য্যত যেনে সুখ্যাতি লাভ কৰিছিল, সেই দৰে তেওঁ ভালেমান সৎকৰ্ম্ম সাধন কৰি কীৰ্ত্তি-চিনো ৰাখিছিল। তেওঁৰ ৰাজত্বৰ কালত গোটেই দৰং ৰাজ্যৰ মাটি পীয়ল কৰোৱা হয়, আৰু তাৰেপৰা আসামত মাটি-পীয়ল কৰাৰ নিয়ম চলে। গদাধৰসিংহ স্বৰ্গদেৱে সেই সময়তে, খ্ৰীঃ ১৬৮৫ চনত, বিশ্বনাথৰ দ'ল বন্ধায়, আৰু ভালেমান আলি, পুখুৰি, দ'ল আদি কৰাইছিল। তাৰ ভিতৰত ধোদৰ আলি, আঁকাৰ আলি, বৰবৰুৱা আলি, ফুকনৰ আলি, বৰদৈ আলি,

ৰহদৈ দ'ল, খঁৰা গড়, গোটা দল, দিজৈৰ শিলৰ সাঁকো, বগী দ'ল আৰু পুখুৰি, ৰহদৈত শিলৰ সাঁকো, উমানন্দ দ'ল এইবিলাকেই প্ৰধান। স্বৰ্গদেৱ গদাধৰসিংহই বিষয়াসকলৰ অন্যায়-উপদ্ৰৱ গুচাই দেশত শান্তি বিস্তাৰ কৰে, আৰু তেতিয়াৰপৰা আকৌ ৰজাৰ ৰাজক্ষমতা বাঢ়িবলৈ ধৰে। এই দৰে ১৪ বছৰ সুখ্যাতিৰে ৰাজত্ব কৰি, খ্ৰীঃ ১৬৮৫ চনত মহাৰাজ গদাধৰসিংহ স্বৰ্গী হয়।

গদাধৰসিংহ স্বৰ্গদেৱ বৰ বলী আৰু আচৰিত ধৰণৰ মানুহ আছিল। কথিত আছে যে, স্বৰ্গদেৱে বৰ বলবন্ত বলিয়া হাতীটোক লৰি আহোঁতে দাঁতত ধৰি ঘূৰাই দিব পাৰিছিল। তেওঁৰ খোৱা-লোৱাও সেই অনুসাৰে চলিছিল। এই জনা স্বৰ্গদেৱৰ নৈতিক চৰিত্ৰও অতি উত্তম আছিল বুলি প্ৰমাণ পোৱা যায়। তেওঁৰ আগেয়ে তেওঁৰ নিচিনা প্ৰতাপী আৰু চৰিত্ৰবান কোনো ৰজাই আসামত ৰাজত্ব কৰা নাছিল। তেওঁ ৰাজদ্ৰোহীবুলি জানি নিজক সহায় কৰা সত্ত্বেও, লৰা-ৰজাৰ বিৰুদ্ধে উঠা বিদ্ৰোহী সকলক সমুচিত দণ্ড বিহিলে। এই কৰ্ম্মটি যদিও এপিনে ভাবিলে অকৃতজ্ঞতাৰ চিনস্বৰূপ, তথাপি ই মনৰ ধৈৰ্য্য আৰু ৰাজোপযুক্ত দৃঢ়সঙ্কল্পতাৰ পৰিচায়ক। আৰু, প্ৰকৃতপক্ষে স্বৰ্গ-দেৱক অকৃতজ্ঞ বুলিব নোৱাৰি; কাৰণ লৰা-ৰজাৰ উপদ্ৰৱৰ সময়ত তেওঁক যি যি মানুহে সহায় কৰিছিল, ৰাজপাটত উঠি তেওঁ সিবিলাকক উপযুক্ত পুৰস্কাৰ দি, বা আন বিষয় আদি দি নিজৰ কৃতজ্ঞতা আৰু মহৎ হৃদয়ৰ পৰিচয় দিছিল। গদাধৰসিংহ স্বৰ্গদেৱৰ জীৱনত বহু অপায়-অমঙ্গল গল বুলিও, তেওঁ আনবিলাক ৰজাতকৈ ভাগ্যৱন্ত আছিল। তেওঁৰ ভাৰ্য্যা জয়মতী কুৱঁৰীৰ কথা ওপৰত বহলাই কোৱা হৈছে; যাৰ জয়মতীৰ নিচিনা ভাৰ্য্যা, তেওঁৰ সৌভাগ্যৰ কথা আৰু বঢ়াই কব নালাগে। তাত বাজেও, তেওঁ বহুত ষড়যন্ত্ৰী কুমন্ত্ৰীৰ বিপদ-জাল

কাটি সুচাৰুৰূপে ৰাজকাৰ্য্য নিৰ্ব্বাহ কৰি আহোম ৰজাসকলৰ ভিতৰত সৰ্ব্বোচ্চ স্থান অধিকাৰ কৰিছিল।

---

# ৩। আধা।

চুখ্ৰুংফা বা ৰুদ্ৰসিংহ।—ইয়াৰ আগেয়ে উল্লেখ কৰা গৈছে যে, লৰা-ৰজাৰ অত্যাচাৰত গদাপাণি কোঁৱৰে, ৰাজ্য এৰি যাওঁতে, লাই আৰু লেচাই নামে তেওঁৰ পুত্ৰ দুটিক সিবিলাকৰ মাতৃ জয়মতী কুঁৱৰীৰ লগত এৰি গৈছিল। মহাৰাজ গদাধৰসিংহ স্বৰ্গী হোৱাত, তেওঁৰ বৰপুত্ৰ লাই গোহাঁইদেৱ খ্ৰীঃ ১৬৯৫ চনত ৰাজপাটত উঠে। তেওঁ গড়গাওঁ নগৰত শিঙ্গৰিঘৰ উঠি আহোম প্ৰথামতে চুখ্ৰুংফা আৰু হিন্দুমতে ৰুদ্ৰসিংহ নাম লয়। তেওঁৰ ৰাজত্বৰ কালত লাইচেং আৰু খাম্পাত্ বুঢ়াগোহাঁই, চেঙ্গকং বৰপাত্ৰগোহাঁই আৰু পাতৰ বৰফুকন হয়।

লাই গোহাঁইদেৱৰ সৰুৰেপৰা হিন্দুধৰ্ম্মত বৰ আসক্তি আছিল। তেওঁ যেতিয়া ৰুদ্ৰসিংহ নামে আহোম ৰাজপাটত উঠি দুপৰ সূৰ্য্যৰ দৰে ৰাজ্যৰ চাৰিওফালে ৰাজকীয় ক্ষমতাৰ পোহৰ পেলায়, তেতিয়া তেওঁৰ অন্তৰৰ দুপতীয়া ধৰ্ম্মভাবৰ পুলিটিয়েও সেই দীপ্তিৰ প্ৰভাৱত ঠন ধৰি উঠিল। তেওঁৰ ৰাজ্যত কেনেকৈ হিন্দুধৰ্ম্মৰ চৰ্চ্চা বাঢ়ি প্ৰজা-সকলৰ মনৰপৰা অন্যায়, অধৰ্ম্ম, ভণ্ডামি আদি কু-ভাব আঁতৰ হয়, তাৰে তেওঁ উপায় চিন্তিবলৈ ধৰিলে। সেই অৰ্থে, স্বৰ্গদেৱ গদাধৰ-সিংহই চেউনীবচা আদি ঠাইলৈ নিলগাই খেদি দিয়া মহন্তসকলক তেওঁ চপাই আনি পুনৰ পূৰ্ব্বৰ ঠায়ে ঠায়ে থাপিলেহি। তাৰ পাচত,

তেওঁ নিজে শান্তিপুৰৰপৰা শুদ্ধ ভট্টাচাৰ্য্য গোসাঁই অনাই তেওঁত শৰণ ললে।

ৰুদ্ৰসিংহ স্বৰ্গদেৱ যেনে ধাৰ্ম্মিক, তেওঁৰ শাসনকাৰ্য্যও তেনে নিখুঁত আছিল। তেওঁৰ ৰাজত্বৰ কালত ৰাজ্যত কতো একো ব্যাঘাত নাই, ভিতৰত অশান্তি নাই, বাহিৰত উপদ্ৰৱ নাই। ৰজা আৰু ৰাইজ সকলোৱে খ্ৰীঃ ১৬৯৫ চনৰপৰা ১৭১৪ চনলৈকে এই উনৈশ বছৰ নিৰাপদে কটালে। স্বৰ্গদেৱে ধৰ্ম্ম-কৰ্ম্ম আৰু সুশাসনৰ লগে-লগে, ভালেমান দেশহিতকৰ কাৰ্য্যৰ দ্বাৰাই তেওঁৰ কীৰ্ত্তিচিন ৰাখি চলিছিল। তেওঁৰ মাতৃ জয়মতী কুৱঁৰীৰ সতীত্বৰ কীৰ্ত্তিচিন যুগমীয়া কৰিবৰ অৰ্থে, তেওঁক য'তে বান্ধি শাস্তি দিছিল, ত'তে নাগ বহুৱাই ১৭০০ চনত 'জয়সাগৰ' নামে পুখুৰী খনাই পাৰত 'জয়দৌল' নামে দৌল বন্ধালে। তাত বাজেও, মেটেকাত ৰংপুৰ নগৰ, কাৰেংঘৰ, ৰংনাথৰ দ'ল, ফাকুৱা দ'ল, নামদাঙৰ শিলৰ সাঁকো, খৰিকটীয়া আলি, ঢুবৰীয়নী আলি, মেটেকাৰ আলি এইবোৰ তেওঁৰ সজ কৰ্ম্মৰ ঘাই কীৰ্ত্তিচিন।

ঘনশ্যাম খনিকৰ।—ভাল ইটাৰ পকীঘৰ আৰু নগৰ সজাবলৈ আগ্ৰহ কৰি, মহাৰাজ ৰুদ্ৰসিংহ স্বৰ্গদেৱে কোচবিহাৰৰপৰা ঘনশ্যাম নামে এজন সুনিপুণ খনিকৰ অনাই ৰংপুৰত নতুনকৈ ইটা তৈয়াৰ কৰাই পৰিপাটিকৈ নগৰ পাতে। স্বৰ্গদেৱে ঘনশ্যামৰ হাতৰ উত্তম কাৰ্য্য দেখি সন্তুষ্ট হৈ তেওঁক সমুচিত বটা দি বিদায় দিয়ে। কিন্তু ৰংপুৰ এৰি যাবৰ সময়ত ঘনশ্যামৰ হাতত এখন গুপ্ত অভি-সন্ধিৰ পত্ৰ পোৱা গল। তাত আহোমৰজাৰ নগৰৰ চিত্ৰপট আৰু প্ৰজাবিলাকৰ ভিতৰুৱা কথাৰ বিষয়ে বিস্তাৰিত বৰ্ণনা লিখা আছিল। বিশেষ অনুসন্ধানৰ দ্বাৰা জনা গল যে, মছলমান ৰজাৰ দ্বাৰাই আহোম ৰাজ্য পুনঃ আক্ৰমণ কৰাবলৈ তেওঁ এইবিলাক গুপুত কৰি

লৈছিল। এই অপৰাধৰ বাবে ঘনশ্যামক বন্দী কৰি থৈ পাচত বধ কৰা হয়।

কছাৰি আৰু জয়ন্তীয়া ৰাজ্য দখল।—মহাৰাজ ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ ৰাজত্বতে কছাৰি আৰু জয়ন্তীয়া ৰাজ্য আক্ৰমণ কৰিবৰ কাৰণে বৰবৰুৱা আৰু পানীফুকনক সসৈন্যে পঠোৱা হয়। এই দুই আক্ৰমণৰ বিষয়ে কছাৰি আৰু জয়ন্তীয়া ৰাজত্বৰ বৰ্ণনাত বহুলকৈ কোৱা হৈছে। কছাৰি ৰজা তাম্ৰধ্বজ আৰু জয়ন্তীয়া ৰজা ৰামসিংহক যুদ্ধত ঘটাই দুইকো বন্দী কৰি আনি স্বৰ্গদেৱৰ আগত থিয় কৰোৱাহি হয়। তাৰ পাচত, ১৭০৮ খ্ৰীষ্টাব্দত কছাৰি আৰু জয়ন্তীয়া ৰাজ্য আহোম ৰাজ্যৰ চামিল কৰি, তেতিয়াৰপৰা তাত বৰবৰুৱা আৰু বৰফুকনৰ অধীনে দুটা কোঁঠ পাতি, তাম্ৰধ্বজ আৰু ৰামসিংহক তলতীয়া শাসনকৰ্ত্তা ৰূপে ৰখা হয়।

জয়ন্তীয়া বিদ্ৰোহ।—১৭০৮ খ্ৰীষ্টাব্দত জয়ন্তীয়া ৰাজ্য আহোম ৰাজ্যৰ চামিল হোৱাৰ পাচত, খৈৰামৰ ৰজাক নেতাৰূপে লৈ জয়ন্তীয়াৰ প্ৰধান প্ৰধান বিষয়াবিলাকে এটা বৰ ডাঙৰ বিদ্ৰোহ উপস্থিত কৰে। জয়ন্তীয়াবিলাকে বৰবৰুৱা আৰু বৰফুকনৰ কোঁঠ আক্ৰমণ কৰি সিবিলাকক এক প্ৰকাৰ পৰাস্ত কৰিছিল; এনে সময়তে স্বৰ্গদেৱে সসৈন্যে বুঢ়াগোহাঁই ডাঙৰীয়াক সহায় পঠিওৱাত, তিনিওজন আহোম সেনাপতিয়ে গোট খাই বহু প্ৰবন্ধেৰে বিদ্ৰোহ থমাই আহোমৰজাৰ প্ৰভুত্ব বাহাল ৰাখিলে।

ৰুদ্ৰসিংহ স্বৰ্গদেৱ অতি ধীৰ স্বভাৱৰ দূৰদৰ্শী ৰজা আছিল। তেওঁ নিজৰ বিবেচনাৰে সঁচা বা মিছা ঠাৱৰ নকৰাকৈ আনৰ লগনীয়া কোনো কথাত পতিয়ন নগৈছিল। স্বৰ্গদেৱৰ ভায়েক লেচাই গোহাঁই-দেৱৰ বিপক্ষে পাত্ৰ-মন্ত্ৰীসকলৰ অনেকে অনেক প্ৰকাৰে তেওঁক লগাই

ছিল; কিন্তু স্বৰ্গদেৱে সিবিলাকৰ কথাত পতিয়ন নগৈ, ভায়েকক মান-মৰ্য্যাদাৰে সৈতে নামৰূপত নামৰূপীয়া ৰজা পাতি ৰাখিলে। ৰুদ্ৰসিংহ মহাৰজাৰ দিনত বামুনৰ প্ৰতিপত্তি বিশেষকৈ বাঢ়ি উঠিল, আৰু যদ্যপি তেওঁ নিজে এজন প্ৰতাপী ৰজা আছিল, ধৰ্ম্ম-কাৰ্য্যত ৰজাৰ মনোযোগ প্ৰবল হোৱাত পাচলৈ ৰাজকাৰ্য্য শিথিল হবলৈ ধৰিলে, আৰু আহোম ক্ষমতা পতনৰ ইও এটা কাৰণ।

স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ তিনি গৰাকী কুৱঁৰীবপৰা শিৱসিংহ, প্ৰমতসিংহ, মোহনমালাদেৱ, ৰাজেশ্বৰসিংহ আৰু লক্ষ্মীসিংহ নামে পাঁচ জনা কোৱঁৰ আছিল। স্বৰ্গদেৱে বৰপুত্ৰ শিৱসিংহক যুবৰাজ পাতি থৈ, গঙ্গানদীক ভিতৰ কৰি নিজৰ ৰাজ্য বঢ়াবৰ অৰ্থে ভটীয়াই গৈছিল। পিচে, বাটতে নৰিয়া পৰি, গুৱাহাটীত ১৭১৮ চনত তেওঁ স্বৰ্গী হল। বৰ্ত্তমান গুৱাহাটীত যি ৰুদ্ৰেশ্বৰ শিৱমন্দিৰ আছে, সেই মন্দিৰ ৰুদ্ৰসিংহ মহাৰাজৰ সোৱঁৰণি ৰখাৰ উপলক্ষে পুতেক প্ৰমতসিংহৰ দিনত তাত-প্ৰতিষ্ঠিত হয়।

চুতনফা বা শিৱসিংহ।—মহাৰাজ ৰুদ্ৰসিংহ স্বৰ্গী হোৱাত, তেওঁৰ বৰপুত্ৰ স্বৰ্গদেৱ শিৱসিংহই খ্ৰীঃ ১৭১৪ চনত শিঙৰিঘৰ উঠি আহোম প্ৰথামতে চুতনফা নাম লয়। তেওঁৰ ৰাজত্বৰ কালত বায়ণ, ডোমাই আৰু চেনমুং বুঢ়াগোহাঁই; হৰিনাথ আৰু ঠাকুনাথ বৰগোহাঁই, ৰমানন্দ আৰু হৰিনাথ বৰপাত্ৰগোহাঁই; আৰু ধিজয়, দেবেৰা আৰু ডেকাদুৱৰা বৰফুকন হয়।

পিতৃৰ দৰেই স্বৰ্গদেৱ শিৱসিংহৰ হিন্দুধৰ্ম্মত বৰ আসক্তি আছিল। সদাই দীক্ষা-মন্ত্ৰ জপোঁতেই তেওঁ বহুত সময় নিয়াইছিল। বাস্তৱতে, শিৱসিংহ স্বৰ্গদেৱ এজন ঘোৰ শাক্ত ৰজা আছিল। পিতৃ-আজ্ঞা অনুসৰি তেওঁ শান্তিপুৰৰ কৃষ্ণৰাম ন্যায়বাগীশ ভট্টাচাৰ্য্যত শৰণ লয়।

এই জনা গোসাঁইক উজনিত আৰু কামৰূপত ভালেমান ব্ৰহ্মোত্তৰ মাটি দান কৰি স্বৰ্গদেৱে তেওঁৰ মনস্থ মতে গুৱাহাটীৰ নীলাচলত ঘৰ-বাৰী কৰাই দি বসতি কৰিবলৈ দিয়ে; সেই কাৰণেই, তেওঁক পৰ্ব্বতীয়া গোসাঁই বোলে, আৰু তেতিয়াৰেপৰা অসমত পৰ্ব্বতীয়া গোসাঁইৰ শিষ্য বাঢ়িবলৈ ধৰে।

শিৱসিংহ স্বৰ্গদেৱে ছমাহমান ৰাজত্ব কৰোঁতেই গণক আৰু জ্যোতিষীয়া পণ্ডিতসকলে তেওঁৰ ছত্ৰভঙ্গ যুগ পৰিছে বুলি কোৱাত, দৈবিক যুগৰ হাত এৰাবৰ মনেৰে স্বৰ্গদেৱে দেৱীদেৱালয়ত আৰু ব্ৰাহ্মণ মহন্তসকলক দান-দক্ষিণাদি দিবলৈ ধৰিলে; অৱশেষত তেওঁ ৰাজ্যভাৰ এৰি, তেওঁৰ পাটমাদৈ বা ফুলেশ্বৰী কুৱঁৰীক সিংহাসনত বহুৱাই মহাৰাণী পাতি, নিজে মুকলিমূৰীয়া হৈ থাকিল। এই গৰাকী কুৱঁৰীক প্ৰমতেশ্বৰী নামেও জনা যায়। আৰু, এওঁৰ দুয়ো নামে টকা আৰু মোহৰ মৰোৱা হৈছিল। এওঁৰ সময়ত ধাইআলি, গৌৰী-সাগৰ দৌল আৰু পুখুৰী, আৰু কালুগাওঁত দৌল আৰু পুখুৰী কৰোৱা হয়।

ডফলাৰ বিৰুদ্ধে যাত্ৰা।—১৭১৭ খ্ৰীষ্টাব্দত ডফলাবিলাকে আকৌ ওচৰৰ গাওঁবোৰত উপদ্ৰৱ কৰে, আৰু আহোমৰজাৰ অধীনতা নমনা হয়। সেই কাৰণে, ডফলাৰ বিৰুদ্ধে অসমীয়া সেনা পঠিয়াই সিহঁতক আকৌ বশ কৰি, এইবাৰ পৰ্ব্বতৰ দাঁতিয়েদি এটা গড় মৰোৱা হয়। এই গড় মৰোৱাৰপৰা ডফলাহঁতৰ উপদ্ৰৱলৈ আৰু সুবিধা নাথাকিল।

মাটি-পীয়ল।—স্বৰ্গদেৱ শিৱসিংহৰ ৰাজত্বত কামৰূপ আৰু ৰকটাত মাটি-পীয়ল হয়। তেতিয়াৰপৰাই মাটিৰ জমাবন্দী আৰু পেৰাৰকাকত ৰখাৰ নিয়ম প্ৰচলিত হয়। এই কাকতত বস্তীত বাজে

সকলো বিধৰ আবাদী আৰু নিষ্কৰ মাটিৰ কালিয়ে সৈতে বিস্তাৰিত বৰ্ণনা লিখা হৈছিল।

মোৱাঁমৰীয়া-বিদ্ৰোহৰ সূত্ৰপাত।—ওপৰত কোৱা শাক্ত গোসাঁইৰ প্ৰতি ৰাণী ফুলেশ্বৰী কুৱঁৰীৰ বৰ ভক্তি আছিল। ইফালে মোৱামৰীয়া বৈষ্ণৱসকলে আকৌ গোসাঁনী নামানে। এই কথাত ফুলেশ্বৰী কুৱঁৰী বৰ অসন্তুষ্ট হৈছিল; ৰজাই যি ধৰ্ম্ম গ্ৰহণ কৰে, প্ৰজায়ো তাকে গ্ৰহণ কৰা উচিত; এই ভাবি, তেওঁএবাৰ দুৰ্গোৎসৱ পূজা পাতি



শিৱদৌল।

শূদ্ৰ মহাজনসকলক তালৈ নিমন্ত্ৰণ কৰালে। ৰাজ-আজ্ঞা শিৰোধাৰ্য্য মানি পূজালৈ সকলো আহিল। তাতে ফুলেশ্বৰী কুৱঁৰীয়ে গোসাঁই-

নমনা বৈষ্ণৱবিলাকৰ কপালত বলিকটা ম'হ-ছাগলীৰ তেজৰ ফোঁট দিয়ালে, আৰু সকলোকে গোসাঁনী-সেৱা কৰাই গোসাঁনীৰ প্ৰসাদ কটিয়াই নগুৰশাস্তি কৰালে। এই কথা মহন্তসকলৰ পক্ষে অতি অসহনীয় হল। আৰু, কেনেকৈ ইয়াৰ প্ৰতিশোধ দিব পাৰে, মোৱাঁমৰীয়া মহন্তই ভিতৰি তাৰ আলচ পাতিবলৈ ধৰিলে। মোৱাঁমৰীয়া বিদ্ৰোহৰ এয়ে সূত্ৰপাত (খ্ৰীঃ ১৭১৬ চন)।

ওপৰত কোৱা বিদ্ৰোহৰ সূত্ৰপাত হোৱাৰ পাচতে, ১৭৭১ খ্ৰীষ্টাব্দত ফুলেশ্বৰী কুৱঁৰীৰ পৰলোক হোৱাত, স্বৰ্গদেৱে তেওঁৰ ভনীয়েক দ্ৰৌপদীক বিয়া কৰায়, আৰু তেওঁক মদাম্বিকা নাম দি বায়েকৰ দৰে মহাৰাণী পাতে। তেওঁৰ নামেও ৰূপ আৰু মোহৰ মৰোৱা হৈছিল। বায়েকৰ আদৰ্শেৰেই মদাম্বিকা কুৱঁৰীয়েও, খ্ৰীঃ ১৭২০ চনত শিৱসাগৰৰ দৌল আৰু পুখুৰী কৰাই তাত দেৱালয় স্থাপন কৰালে।

মদাম্বিকা কুৱঁৰীৰো ১৭৪১ খ্ৰীষ্টাব্দত পৰলোক হোৱাত, স্বৰ্গদেৱে সলালগোহাঁইৰ জীয়েক অনাদৰীক বিয়া কৰালে; আৰু তেওঁক সৰ্ব্বেশ্বৰী নাম দি, আগৰ দুই ৰাণীৰ দৰে মহাৰাণী পাতিলে। তেওঁৰ নামেও ৰূপ আৰু মোহৰ মৰোৱা হৈছিল। সৰ্ব্বেশ্বৰী কুৱঁৰীৰ সময়ত কেৰি ৰাজমাও দৌল সজোৱা হয়।

ওপৰত কোৱাৰ দৰে নিজৰ কুৱঁৰীসকলক মহাৰাণী নাম দি, ডেৰ কুৰি বছৰ ৰাজত্ব কৰাৰ পাচত, ১৭৪৪ চনত মহাৰাজ শিৱসিংহ স্বৰ্গী হয়। তেওঁৰ দিনৰ্পৰাই পূজা-সেৱা আদি ধৰ্ম্মকৰ্ম্মৰ প্ৰভুত্ব চৰি উঠাত অহোমৰ ৰাজকীয় ক্ষমতা ক্ৰমাৎ পৰি আহিবলৈ সূত্ৰপাত হয়।

চুনেনফা বা প্ৰমতসিংহ ;—স্বৰ্গদেৱ শিৱসিংহৰ পাচত, মহাৰাজ ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ পূৰ্ব্বৰ আদেশ অনুসৰি, ৰজাৰ পুতেক ৰজা হৰ নোৱাৰিলে, ভায়েক প্ৰমতসিংহ হে ৰজা হল। এওঁ ১৭৪৪ খ্ৰীষ্টাব্দত

**ৰংপুৰৰ ৰংঘৰ ১৭৪৬ খ্ৰীষ্টাব্দত প্ৰমত্তসিংহ স্বৰ্গদেৱে সজায়।**

শিৱবিঘৰ উঠি আহোম প্ৰথামতে চুনেনফা নাম লয়। স্বৰ্গদেৱ প্ৰমত্ত-সিংহৰ ৰাজত্বত সোণাই বৰগোহাঁই, খামচেঙ্গ বুঢ়াগোহাঁই আৰু মৃত্যুঞ্জয় বৰপাত্ৰগোহাঁই হয়। এওঁৰ দিনত কেইবাটাও দোল আৰু পকীঘৰ বন্ধোৱা হৈছিল। তাৰ ভিতৰত, খ্ৰীঃ ১৭৩৬ৰ পৰা ১৭৫০ চনলৈকে এই সময়ত কৰোৱা ৰংপুৰৰ ৰংঘৰ, গড়গাওঁ নগৰৰ পকী দুৱাৰ, গুৱা-হাটীত শুক্ৰেশ্বৰৰ দোল, মহাৰাজ ৰুদ্ৰসিংহ স্বৰ্গী হোৱা ঠাইত 'ৰুদ্ৰেশ্বৰ' শিৱমন্দিৰ এই বিলাকেই প্ৰধান। এই ৰাজত্বতে আহোম ৰাজ্যত মানুহপীয়লৰ আৰম্ভণ হয়।



ৰংঘৰ।

চুৰেমফা বা ৰাজেশ্বৰসিংহ।—খ্ৰীঃ ১৭৫১ চনত প্ৰমত্তসিংহ

স্বর্গদেৱ ৰাজেশ্বৰ সিংহ আহোমৰ শেষ ডাঙৰ ৰজা।

স্বৰ্গদেৱৰ লোকান্তৰ হোৱাত ভায়েক ৰাজেশ্বৰসিংহ ৰজা হয়। তেওঁ শিঙৰিঘৰ উঠি আহোম প্ৰথামতে চুৰেমফা নাম লয়। তেওঁৰ ৰাজত্বত চাঙমাইৰ কলীয়া আৰু ভগী বুঢ়াগোহাঁই, নুমলি বৰগোহাঁই, লচেঙীয়া বৰপাত্ৰগোহাঁই, কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা আৰু তামুলি বৰফুকন হয়। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ পূৰ্ব্বৰ আদেশ অনুসৰি, প্ৰমতসিংহ স্বৰ্গদেৱৰ পাচত তেওঁৰ পাচৰ ভায়েক মোহনমালা কোৱঁৰে সিংহাসন পাব লাগিছিল; কিন্তু সকতে বসন্ত ৰোগত তেওঁ ঘুণীয়া হোৱাৰ গতিকে, তেওঁক ছাট পেলাই সৰু-ভায়েক ৰাজেশ্বৰসিংহক ৰজা পতা হয়। আৰু, পাচলৈ এই কথাত বিৰক্ত হৈ কিবা বিদ্ৰোহ আচৰে বুলি, মন্ত্ৰীসকলৰ মন্ত্ৰণা-মতে স্বৰ্গদেৱে ককায়েক মোহনমালাক ৰাজ্যৰপৰা আঁতৰাই থেদিলে। মোহনমালা কোৱঁৰে সেই বেজাৰতে মোৱাঁমৰীয়াহঁতৰ লগত যোগ দিলেগৈ।

ডফলাৰ উপদ্ৰৱ।—১৭৫৮ খ্ৰীষ্টাব্দত ডফলাহঁতে আকৌ ঘিলাধাৰীৰ প্ৰজাবিলাকৰ ওপৰত উপদ্ৰৱ কৰেহি। স্বৰ্গদেৱ ৰাজেশ্বৰ-সিংহই এইবাৰ ডফলাহঁতক একেবাৰে নিলগ কৰিবৰ অভিপ্ৰায়ে ডফলা-দুৱাৰবিলাকত কেইবাটাও কোঁঠ মৰালে, আৰু তেতিয়াৰপৰা ডফলাহঁতক ভৈয়ামলৈ নামিব নিদিয়া কৰিলে। ইয়াতে ডফলাহঁত মহা অসুবিধাত পৰি বহু উপহাৰেৰে সৈতে আহোমৰজাৰ শৰণাগত হলহি। পিচে, স্বৰ্গদেৱে ডাঙৰীয়াসকলৰে সৈতে আলোচনা কৰি এই স্থিৰ কৰিলে যে, ভবিষ্যতে কোনো উপদ্ৰৱ নকৰে যদি, ডফলাহঁতে পৰ্ব্বতৰ নামনিবাসী আৰু ডফলাদুৱাৰৰ ওচৰৰ প্ৰতিঘৰ ৰায়তৰপৰা বছৰি এপুৰা ধান আৰু ৩২০৲ কড়ি পাব পাৰিব। ডফলাহঁত তাতে মান্তি হল।

মিকিৰ-দমন।—মিকিৰবিলাকে ভালেমান দিনৰপৰা মাজে

মাজে ভৈয়ামৰ প্ৰজাবিলাকৰ ওপৰত উপদ্ৰৱ কৰেহি। সেই কাৰণে সিহঁতক দমাবৰ নিমিত্তে ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে ১৭৬৫ খ্ৰীষ্টাব্দত দুফালৰ পৰা দুজাক অসমীয়া সেনা পঠিয়াই মিকিৰ পাহাৰ আক্ৰমণ কৰে। মিকিৰবিলাক বিষমৰূপে ঘাটি আহোম ৰজাৰ শৰণাগত হলহি। আৰু তেতিয়াৰপৰা সিহঁতে আহোম ৰজাক কৰ শোধাবলৈ গাত ললে।

**লতাকটা ৰণ।**—বৰ্ম্মাদেশৰ ৰজাৰ সেনাপতি মানতৰাই খ্ৰীঃ ১৭৬০ চনত মণিপুৰ দেশ আক্ৰমণ কৰেগৈ। সেই আক্ৰমণ সহিব নোৱাৰি, মণিপুৰৰ ৰজা জয়সিংহই সপৰিয়ালে কছাৰি ৰজাৰ সাহায্য ভিক্ষা কৰি কটকী পঠিয়ালে। স্বৰ্গদেৱে ১৭৬৭ খ্ৰীষ্টাব্দত হৰনাথ ভিতৰুৱাল ফুকনক সেনাপতি পাতি, মণিপুৰ ৰাজ্য উদ্ধাৰ কৰিবৰ নিমিত্তে এজাক সৈন্য পঠিয়ালে। আহোম সেনাপতিয়ে বিস্তৰ হাবি-লতা কাটি নগা-পৰ্ব্বতে দি পোনাই যাওঁতে-যাওঁতেই, বাটতে আহাৰ-পাতিৰ নাটনি পৰাত ভালেমান সৈন্যৰ মৃত্যু হল। এই বাতৰি পাই, স্বৰ্গদেৱে হৰনাথ ফুকনক উলটি আহিবলৈ আদেশ দি, ১৭৬৮ খ্ৰীষ্টাব্দত বকতিয়ালৰ কীৰ্ত্তি-চন্দ্ৰক বৰবৰুৱা পাতি যুদ্ধলৈ পঠিয়ালে। সিফালে মানতৰাই আহোমৰ অসংখ্য সেনা আহিছে বুলি ভাবি ভয়ত দেশ এৰি গুচি গল। পিচে, প্ৰকৃতপক্ষে যদিও যুদ্ধ নহল, তথাপি ইয়াকে ‘লতাকটা ৰণ’ বোলা যায়। মণিপুৰৰ ৰজাই ইয়াতে সন্তুষ্ট হৈ, নিজৰ জীয়েক কুৰঙ্গনয়নীক ৰাজযোগ্য যৌতকৰে সৈতে সালঙ্কৃতাকৈ স্বৰ্গদেৱলৈ বিয়া দি, তেওঁৰে সৈতে মিতিৰ পাতে আৰু খ্ৰীঃ ১৭৬৯ চনত তেওঁ নিজৰ দেশলৈ উলটিল।

**কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা।**—এওঁ এজন বৰ বুদ্ধিমান আৰু ৰাজ-নীতিজ্ঞ পুৰুষ আছিল। কীৰ্ত্তিচন্দ্ৰই নিজৰ বিচক্ষণ বুদ্ধি-কৌশলৰ বলতে প্ৰকৃতপক্ষে কাৰ্য্যত হাত নিদিয়াকৈয়ো ভালেমান মহৎকাৰ্য্য সাধন

রংপুৰৰ তলাতল ঘৰ ১৭৬৫ খ্ৰীষ্টাব্দত সজোৱা হয়।

কৰাইছি। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই যুদ্ধক্ষেত্ৰত উপস্থিত নোহোৱাকৈয়ে 'লটা-কটা' ৰণত জয়লাভ কৰি যশস্যা লাভ কৰে। আৰু, স্বৰ্গদেৱে মণিপুৰীয়া কুঁৱৰীক বিয়া কৰাওঁতে তেওঁ কটকীৰ কাৰ্য্য কৰি, আহোম আৰু মণিপুৰীয়া ৰজাৰ বৰ বিশ্বাসী মিত্ৰ হৈ উঠিছিল। এনে বিধৰ আৰু ভালেমান কাৰ্য্য কৰি, তেওঁ স্বৰ্গদেৱৰ বৰ প্ৰিয়পাত্ৰ হৈ উঠাত, তেওঁৰ ৰাজকীয় ক্ষমতাও দিনকদিনে বাঢ়িবলৈ ধৰিলে। এই কথাত ডাঙৰীয়াসকল আৰু আন-আন বিষয়াসকল পেটে পেটে অসন্তুষ্ট হৈ



তলাতল ঘৰ।

উঠিল। পিচে, এই আপাহতে বৰগোহাঁই ডাঙৰীয়াই 'চকৰিফেটী' নামে এখন বুৰঞ্জী উলিয়াই, বকতিয়ালৰ ঘৰ 'জলমবটা' বুলি প্ৰকাশ কৰে। তাতে কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই অপমান বোধ কৰি ৰাজ-আজ্ঞাৰে

সৈতে যাৰ ঘৰত যি বুৰঞ্জী আছিল, সকলোবোৰ অনাই গোটাই লৈ ভালেমান লাগতিয়াল বুৰঞ্জী পুথি ছাই কৰিলে! কীৰ্ত্তিচন্দ্ৰৰ এই কুকীৰ্ত্তিৰ চিন স্বৰূপ ভালেমান লাগতিয়াল বুৰঞ্জীৰ চিন মাত্ৰকো পাবলৈ টান হোৱাত, আজি আসামত "আসাম বুৰঞ্জী"ৰ কোনো-কোনো ভাগ কিম্বদন্তীমূলক। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা যদিও এজন আচল ৰাজপুৰুষ আছিল, আৰু যদিও তেওঁৰ ৰাজনীতিৰ অভিজ্ঞতাৰ বলতে প্ৰজাবিলাকে নিৰুপদ্ৰৱে মিলা-প্ৰীতিৰে বাস কৰিছিল, তথাপি এই অখ্যাতিৰ চিন তেওঁৰ জীৱন-চৰিত্ৰৰপৰা নিলগ কৰিব নোৱাৰি। অৱশেষত তেওঁক ডাঙ্গৰীয়া-বিষয়াসকলে চক্ৰান্ত কৰি বধ কৰালে।

স্বৰ্গদেৱ ৰাজেশ্বৰসিংহৰ ৰাজত্বত ভালেমান লাগতিয়াল আলি, দৌল আদি বন্ধোৱা হয়। তাৰ ভিতৰত, হৰগৌৰী দেৱালয়, বশিষ্ঠাশ্ৰমৰ মন্দিৰ, মণিকৰ্ণেশ্বৰৰ মন্দিৰ, চিত্ৰাচল মন্দিৰ, নেঘেৰিটিঙ্গৰ দৌল, গড়গাৱঁৰ কাৰেংঘৰ, ৰংপুৰৰ তলাতল ঘৰ, এই বিলাকেই প্ৰধান। তেওঁৰ দিনতে মোৱাঁমৰীয়া মহন্তই নেঘেৰিটিঙ্গত নিজৰ শিষ্যবিলাক গোটাই লৈ তাতে সত্ৰ পাতিবৰ অৰ্থে 'বৰভেটী' কৰায়, আৰু ইয়াতে মোৱাঁমৰীয়াৰ প্ৰথম বিদ্ৰোহৰ নিমিত্তে সিবিলাকে সকলো আয়োজন কৰি লয়। এনে সময়তে, প্ৰায় ১৮ বছৰ ৰাজত্ব কৰাৰ পাচত, খ্ৰীঃ ১৭৬৯ চনত নৰিয়া পৰি, মহাৰাজ ৰাজেশ্বৰসিংহ স্বৰ্গী হল।

**চুন্যেউফা বা লক্ষ্মীসিংহ।**— ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ পাচত, ভায়েক লক্ষ্মীসিংহ কোৱঁৰে খ্ৰীঃ ১৭৬৯ চনত আহোম ৰাজপাটত উঠে। এওঁ শিঙ্গৰিঘৰ উঠি, আহোম প্ৰথামতে চুন্যেউফা নাম লয়। লক্ষ্মীসিংহ স্বৰ্গদেৱ সৰুতে পিতাক আৰু ডাঙ্গৰীয়াসকলৰ অনাদৃত হৈ, ৰমানন্দ ভট্টাচাৰ্য্য নামে এজন অধ্যাপকৰ যত্নত ডাঙ্গৰ-দীঘল হৈছিল। সেই কাৰণে, ৰজা হোৱাৰ পাচত, তেওঁ পৰ্ব্বতীয়া গোসাঁইত শৰণ নলৈ,

সেই অধ্যাপকতে দীক্ষিত হল। এই জনা গোসাঁই নতুনকৈ ৰাজগুৰু হোৱাৰ কাৰণে, এওঁক 'ন-গোসাঁই' নাম দিয়া হয়। তেতিয়াৰপৰা হে অসামত 'ন-গোসাঁইৰ' শিষ্য বাঢ়িবলৈ ধৰে।

**মোৱাঁমৰীয়াৰ ১ম, বিদ্ৰোহ।**—আগেয়ে উনুকিয়াই অহা হৈছে যে, মোহনমালা গোহাঁইদেৱে ভায়েকৰ হাতত অপমানিত হৈ মোৱাঁমৰীয়াবিলাকৰ লগত যোগ দিলেগৈ। তাৰ পাচে, নেঘেৰিটিঙ্গত 'বৰ ভেটী' কৰাওঁতেই ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত মোৱাঁমৰীয়া মহন্তই বিদ্ৰোহৰ সকলো আয়োজন কৰি লয়। মোৱাঁমৰীয়াবিলাকে এই ষড়যন্ত্ৰ কৰি থাকোঁতেই ইফালে মহাৰাজ ৰাজেশ্বৰসিংহ স্বৰ্গী হল। লক্ষ্মীসিংহ স্বৰ্গদেৱ ৰজা হোৱাৰ পাচত, মোৱাঁমৰীয়া মহন্তবিলাকে কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ দ্বাৰা কোনো কাৰণত আকৌ অপমানিত হয়। মোৱাঁমৰীয়াবিলাকৰ আগেয়েই গা জ্বলি আছিল; তাতে ৰজাৰ বিষয়া এজনৰপৰাও অসহনীয় লাঞ্ছনা, আৰু লগে লগে মোহনমালা গোহাঁই-দেৱৰ উচটনি লগ লাগিল। এইবোৰ উত্তেজনাৰ কথাই মোৱাঁমৰীয়া বিলাকক মতলীয়া কৰি তুলিলে। সিবিলাকে মোহনমালা গোহাঁই-দেৱক প্ৰধান সেনাপতি, আৰু তেওঁৰ তলতে ৰাঘৱ মৰাণ আৰু নাহৰ খোৱা নামে দুজন মৰাণ আৰু মটকক পালি সেনাপতি পাতি, খ্ৰীঃ ১৭৬৯ চনত দেখাদেখিকৈয়ে ৰজাৰ নগৰৰ সন্মুখতে বিদ্ৰোহ উপস্থিত কৰিলেগৈ। এই সময়ত লক্ষ্মীসিংহ স্বৰ্গদেৱ নামত মাথোন ৰজা, কিন্তু কাৰ্য্যেৰে কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা হে ৰজা আছিল বুলিব লাগে। বৰবৰুৱাই তেওঁৰ জোৱাঁয়েক ডেকাফুকনক এজাক সৈন্য দি মোৱাঁমৰীয়াৰ লগত ৰণ কৰিবলৈ পঠিয়াই, নিজে নগৰ ৰক্ষাৰ ভাৰ ললে। ডেকাফুকনৰ লগত মোৱাঁমৰীয়াৰ ঘোৰতৰ ৰণ লাগিল। এই ৰণত ৰাঘৱ মৰাণৰ ঘৈণীয়েক ৰাধাৰুক্মিণীয়েও ধেনু-কাঁৰ লৈ যোগ দিছিল। এই তিৰোতা

গৰাকী বৰ চতুৰা আছিল। ৰণৰ কৌশল জনাৰ কাৰণে, তেওঁৰ গাত কোনেও হিলৈৰ গুলি লগাব নোৱাৰিছিল। ইয়াতে ৰাজকীয় সৈন্যৰ মাজত কোনোবাই এনে জনৰৱ তুলি দিলে যে, ৰাধাৰুক্মিণীয়ে আচল পাতি বন্দুকৰ গুলি ধৰে; সাক্ষাৎ ৰণচণ্ডীয়ে ৰাধাৰুক্মিণীৰ ৰূপ ধৰি আহোম সেনাৰ লগত ৰণ দিছেহি! এই কুসংস্কাৰৰ ভয় বিয়পি পৰাত ৰজাৰ সেনা ভয়ত ভাগিবলৈ ধৰিলে। অৱশেষত, জোৰাঁয়েকক পৰাস্ত হোৱা দেখি বৰবৰুৱা নিজেই ৰণলৈ ওলাল। কিন্তু, প্ৰথম হেঁচাত কৃতকাৰ্য্য হৈ উৎসাহিত হৈ থকা মোৱাঁমৰীয়াৰ বিষম আক্ৰমণত সৰহ পৰ ঠাৱৰিব নোৱাৰি ৰাজকীয় সেনাবিলাক ভাগিবলৈ ধৰিলে, বৰবৰুৱা শত্ৰুৰ হাতত বন্দী হল। মোহনমালা গোহাঁইদেৱে পূৰ্ব্বৰ শত্ৰুতা মনত কৰি, ততালিকে কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাক নচঁচা শালত দি বধিলে। ইয়াৰ পাচত, ভগী বুঢ়াগোহাঁই আৰু মাঠুৰিয়াল বৰ জনা গোহাঁইক আন-আন উপায়েৰে বধ কৰি, স্বৰ্গদেৱক জয়সাগৰৰ দ'লতে বন্দী কৰি ৰাখিলে। পিচে, নাহৰ খোৱা মটকৰ পুতেক ৰমাকান্তক ৰজা পাতি, ১৬৯১ শকত ( ১৭৬৯ খ্ৰীষ্টাব্দত ) আহোমৰ আঁঠচুকীয়া মোহৰৰ সলনি তেওঁৰ নামে ন-চুকীয়া মোহৰ মৰালে। তাৰ পাচত ৰাঘৱ মৰাণ বৰবৰুৱা হয়। মোৱাঁমৰীয়াবিলাকে ৰণত জয়লাভ কৰি আনন্দত মতলীয়া হৈ, সিবিলাকৰ প্ৰধান সহায়কাৰী সেনাপতি মোহন-মালা গোহাঁইদেৱৰ ফালে উলটিকে নোচোৱা হল। এই কথাত মৰণান্তিক বেজাৰ পাই, মনৰ ধিক্কাৰত মোহনমালা গোহাঁইদেও কামৰূপৰ ফালে গুচি গলগৈ।

মোৱাঁমৰীয়াৰ মহতালিত ডাঙৰীয়া, বিষয়া আৰু ৰাইজ সকলোৱে মৰণান্তিক বেজাৰ পাই স্বৰ্গদেৱৰ পুনঃ উদ্ধাৰৰ অৰ্থে যত্ন কৰিবলৈ ধৰিলে। আৰু, এওঁবিলাক সকলো একলীয়া হৈ লাগি, ১৭৭০ খ্ৰীঃ

চ'তৰ বিহুৰ সময়ত মোৱাঁমৰীয়াবিলাকক ছলেৰে যুদ্ধত ঘটাই, স্বৰ্গদেৱ লক্ষ্মীসিংহক পুনৰ সিংহাসনত বহুৱালে, আৰু বিদ্ৰোহীহঁতক নানা শাস্তিৰে বধ কৰি ৰাজ্যত শান্তি থাপিলে। স্বৰ্গদেৱে পুনৰায় সিংহাসন লাভ কৰাৰ পাচত, কুৰৈঁগঞা ঘনশ্যাম বুঢ়াগোহাঁই, বাইলুং বৰগোহাঁই, মৰাণডেকাবৰুৱা ফৈদৰ ৰুদ্ৰেশ্বৰ বৰপাত্ৰগোহাঁই আদাবৰীয়া আৰু দিহিঙ্গীয়াৰ লাহন বৰফুকন, এইবিলাক নতুনকৈ ডাঙ্গৰীয়া আৰু বিষয়া হয়।

মিৰহং বা কলিতা-ফুকনৰ বিদ্ৰোহ।—মোৱাঁমৰীয়াৰ বিদ্ৰোহ শাম কটাৰ পাচত, লক্ষ্মীসিংহ স্বৰ্গদেৱক আহোম বিধানমতে ৰজা পাতি চুন্যেউফা নাম দিয়া হয়। ইয়াৰ কিছুকালৰ পাচত, ১৭৭৪ খ্ৰীষ্টাব্দত, নাৰায়ণপুৰৰ প্ৰজাবিলাকৰ ওপৰত অত্যাচাৰ কৰাৰ অপৰাধত সেই ঠাইৰ শাসনকৰ্ত্তা কলিতা-ফুকনক বিষয়া ভঙ্গা হয়। সেই আপাহতে তেওঁ লোহিতৰ উত্তৰ পাৰে তামোলবাৰী নামে ঠাইত মিৰহং নামে স্বয়ং ৰজা বুলি ঘোষণা কৰেগৈ। তাৰ পাচত, তেওঁ ইফাল-সিফালৰপৰা সৈন্য-সামন্ত গোটাই লৈ, কেচামাটি নামে ঠাইত এটা কোঁঠ মাৰিলেগৈ। এইবিলাক কথাৰ বাতৰি পাই লক্ষ্মীসিংহ স্বৰ্গদেৱে তেওঁৰ কোঁঠ আক্ৰমণ কৰায়। মিৰহঙ্গে এই আক্ৰমণ সহিব নোৱাৰি পলাই যাওঁতে ঢেকেৰী জুৰি নামে ঠাইত ধৰা পৰিছিল; কিন্তু কোনো কৌশল কৰি তেওঁ তাৰপৰা এৰাই গৈ, ডফলা পাহাৰ উঠিল গৈ। পিচে, ডফলাহঁতে আশ্ৰয় দিবলৈ মান্তি নোহোৱাত, মিৰহং ভটীয়াই যাবলৈ ওলাইছিল; এনেতে তেওঁক ধৰি আনি শালত দিয়া হল।

স্বৰ্গদেৱ লক্ষ্মীসিংহৰ ৰাজত্বত যিবিলাক দৌল, পুখুৰী আদি কৰোৱা হয়, তাৰ ভিতৰত ৰাজমাওৰ নামে ১৭৭৫ খ্ৰীষ্টাব্দত বন্ধোৱা ৰাজমাও

দৌল, গৌৰীবল্লভ দৌল আৰু পুখুৰী, ৰুদ্ৰসাগৰ পুখুৰী এইবোৰেই প্ৰধান। লক্ষ্মীসিংহ স্বৰ্গদেৱৰ জীৱনত ভালেমান বিপদ যায়; অৱশেষত নৰিয়া পৰি, প্ৰায় ১২ বছৰ ৰাজত্ব কৰাৰ পাচত, খ্ৰীঃ ১৭৮০ চনত তেওঁ স্বৰ্গী হয়। স্বৰ্গদেৱ লক্ষ্মীসিংহৰ দিনৰপৰা আহোমৰ ৰাজক্ষমতা পৰিবৰ লক্ষণ ক্ৰমাং বাঢ়িবলৈ ধৰে। বামুণৰ প্ৰাধান্য আৰু ৰাজধৰ্ম্মতকৈ পূজা-সেৱা আদি ধৰ্ম্ম-কৰ্ম্মত ৰজাৰ আসক্তি প্ৰৱল হোৱা ইয়াৰ ঘাই কাৰণ।

# ৪। আধ্যা।

চুহিতপঙ্গফা বা গৌৰীনাথসিংহ।—স্বৰ্গদেৱ লক্ষ্মীসিংহৰ ৰাজত্বৰ কালতে পুতেক গৌৰীনাথসিংহ কোৱঁৰক যুবৰাজ পতা হৈছিল। পিতৃৰ লোকান্তৰৰ পাচত, তেওঁ শিঙ্গৰিঘৰ উঠি আহোম প্ৰথামতে চুহিত-পঙ্গফা নাম লৈ, ১৭৮০ চনত আহোম ৰাজপাটত উঠে। তেওঁৰ ৰাজত্বত নাৰায়ণ, গঙ্গাৰাম, বিশ্বনাৰায়ণ, নিৰ্ভয় আৰু ঘনশ্যাম ডাঙ্গৰীয়াৰ পুতেক বিখ্যাত পূৰ্ণানন্দ, এই কেইজন ক্ৰমে বুঢ়াগোহাঁই ডাঙ্গৰীয়া হয়; নামতিয়ালৰ ভাগতি, জয়নাথ আৰু বাচকটীয়া এই কেইজন ক্ৰমে বৰবৰুৱা হয়; আৰু বদনচন্দ্ৰ বৰফুকন হয়।

মোৱাঁমৰীয়াৰ ২য়, বিদ্ৰোহ।—গৌৰীনাথসিংহ স্বৰ্গদেৱে সিংহাসনত উঠি, নিটাল মৰা মোৱাঁমৰীয়াবিলাকক আকৌ উপদ্ৰৱ কৰিবলৈ ধৰে। তেওঁ পূৰ্ব্বৰ শক্ৰতালৈ মনত কৰি, মোৱাঁমৰীয়াবিলাকক ধৰাই আনি নানা প্ৰকাৰে শাস্তি দি অত্যাচাৰ কৰিবলৈ ধৰিলে। সোধপোছ নাই, মোৱাঁমৰীয়া বুলিলেই ধৰি-বান্ধি শাস্তি-লাঞ্ছনা আদি

উপদ্ৰৱ কৰা হয়। মোৱাঁমৰীয়াবিলাকৰ পক্ষে এনে অত্যাচাৰ অসহনীয় হৈ উঠাত, সিবিলাকে আকৌ বিদ্ৰোহ উপস্থিত কৰিবলৈ ষড়যন্ত্ৰ কৰি, প্ৰথমে শিঙৰিঘৰত জুই লগাই দিয়ে। এই ঘটনাই নগৰত তোলপাৰ লগাই দিলে। ৰাজমন্ত্ৰী ৰুদ্ৰেশ্বৰ বৰপাত্ৰ ডাঙৰীয়াই আকৌ মোৱাঁমৰীয়াৰ বিদ্ৰোহৰ আগন্তুক জানি, আৰু পূৰ্ব্বে এনে বিদ্ৰোহত ডাঙৰীয়াসকলৰ দুৰ্দ্দশাৰ কথালৈ সুঁৱৰি চাই, ভয়ত ভটীয়াই পলাল। তেওঁ ভটীয়াই যোৱাত, ঘনশ্যাম বুঢ়াগোহাঁই ডাঙৰীয়াই খ্ৰীঃ ১৭৮২ চনত ঘাই মন্ত্ৰীৰ বাব লৈ নানা কৌশলেৰে বিদ্ৰোহীবিলাকক দমাই আকৌ ৰাজ্যত শান্তি থাপিলে।

মোৱাঁমৰীয়াৰ ৩য়, বা শেহ বিদ্ৰোহ।—দ্বিতীয় বাৰৰ বিদ্ৰোহত মোৱাঁমৰীয়াবিলাকে ঘনশ্যাম বুঢ়াগোহাঁই ডাঙৰীয়াৰ কৌশল ভেদিব নোৱাৰি উলটি পলাল যদিও, সিবিলাকৰ মন নাভাগিল। সিবিলাকে মনে-মনে আকৌ ষড়যন্ত্ৰ কৰিবলৈ ধৰিলে। মোৱাঁমৰীয়াবিলাক গৌৰীনাথসিংহ স্বৰ্গদেৱৰ অত্যাচাৰৰ প্ৰতিশোধ লবৰ নিমিত্তে দৃঢ়প্ৰতিজ্ঞ হৈ এই বাৰৰ আয়োজনত বিশেষ মনোযোগ দি লাগিল। এনে সময়তে ঘনশ্যাম ডাঙৰীয়াৰ মৃত্যু হোৱাত, তেওঁৰ পুতেক পূৰ্ণানন্দ গোহাঁইদেও নতুনকৈ বুঢ়াগোহাঁই ডাঙৰীয়া হয়। এই কথাত অধিক বল পাই, মোৱাঁমৰীয়াবিলাক চালি ধৰি উঠিল, আৰু খ্ৰীঃ ১৭৮৭ চনত দেখাদেখিকৈয়ে বিদ্ৰোহ উপস্থিত কৰি মোৱাঁমৰীয়াবিলাকে চাৰিওফালৰপৰা নগৰ বেৰি ধৰিলেহি। পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়া এজন বৰ বিচক্ষণ বুদ্ধিৰ ৰাজপুৰুষ আছিল। হঠাৎ বিপদে গ্ৰাস কৰিবলৈ ধৰা যেন দেখিও তেওঁ বিচলিত নহল। তেওঁ ধীৰ ভাৱে এজাক ৰণুৱা সজাই মোৱাঁমৰীয়াবিলাকৰ লগত ৰণ দিবলৈ পঠিয়ালে। কিন্তু, মোৱাঁমৰীয়াবিলাক এইবাৰ বিষম বিক্ৰমেৰে আহিছিল;

ৰাজকীয় সেনাই সিবিলাকৰ আগত সৰহ পৰ ঠাৱৰিব নোৱাৰিলে। মহামতি পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙ্গৰীয়া ইমানতো চঞ্চল নহল,—তেওঁ গোপনে মহাৰাজক গুৱাহাটীৰ ফালে সৈন্য-সামন্ত যোগাৰ কৰিবৰ অৰ্থে পঠিয়াই, নিজে নানা কৌশলেৰে নগৰ ৰক্ষা কৰিবলৈ ধৰিলে। ইফালে নগৰৰ বাহিৰত মোৱাঁমৰীয়াবিলাক যুদ্ধত জয় হোৱাৰ ঢৌ তুলি দি, ভৰতসিংহ নামে মটক এটাক ৰজা মানিলে, আৰু সৰ্ব্বানন্দ নামে আন এটা মটকক মোৱাঁমৰীয়া ৰাজ্যৰ গৰাকী পাতিলে। স্বৰ্গদেৱ গুৱাহাটীলৈ পলাই যোৱাৰ বাতৰি পাই, পূৰ্ব্বে তলতীয়া হৈ থকা কছাৰি, জয়ন্তা আৰু দৰঙ্গৰ ৰজাসকলেও মূৰ জোকাৰি উঠিল। এই দৰে চাৰিওফালৰপৰা বিপদে বেৰি ধৰাত মহাৰাজে নিৰুপায় হৈ, বৰফুকনৰে সৈতে যুগুত কৰি গুৱাহাটীৰপৰাই পানীফুকন আৰু ঢেঁকিয়াল ফুকনৰ তলে কিছুমান সৈন্য বুঢ়াগোহাঁই ডাঙ্গৰীয়াক সহায় কৰিবৰ অৰ্থে নগৰলৈ পঠিয়াইছিল; কিন্তু, মোৱাঁমৰীয়াবিলাকে বাটতে ধৰি সিবিলাকক কাটি-মাৰি অন্ত কৰিলে। ইয়াৰ পাচত, মনিপুৰৰ ৰজাই পূৰ্ব্বৰ উপকাৰ সুৱঁৰি মহাৰাজক সহায় কৰিবলৈ কিছু সৈন্য পঠিয়াইছিল। কিন্তু, মোৱাঁমৰীয়াৰ বিষম আক্ৰমণ সহিব নোৱাৰি মণিপুৰীয়া সেনাও পলাই ফাট মাৰিলে। এই অৱস্থাতে প্ৰায় ৬ বছৰ মোৱাঁমৰীয়াৰ উপদ্ৰৱ আৰু অধিকাৰ চলি থকাৰ পাচত, স্বৰ্গদেৱে আন উপায় নেদেখি, বিকা মজুমদাৰ আৰু দত্ত খাউণ্ড নামে দুজন উকীলক "ইষ্ট্ ইণ্ডিয়া কোম্পানীৰ" ওচৰত সাহায্য ভিক্ষা কৰিবৰ অৰ্থে কলিকতালৈ পঠিয়ালে। সেই সময়ত ভাৰতবৰ্ষৰ বৃটিচ শাসন-কৰ্ত্তা লৰ্ড্ কৰ্ণ্ওৱালিচ গৱৰ্ণৰজেনেৰেল আছিল। তেওঁ খ্ৰীঃ ১৭৯২ চনত কেপ্টেইন ওৱেল্চ চাহাবক কিছুমান শিক্ষিত সৈন্যৰ সেনাপতি পাতি আহোমৰজাক সহায় কৰিবলৈ পঠিয়ায়। ওৱেল্চ চাহাবে গুৱাহাটীত

স্বৰ্গদেৱৰে সৈতে দেখা কৰি তেওঁৰপৰা সমুদায় বৃত্তান্ত জানি ললে। তেওঁ পোনেই দৰঙ্গৰ ৰজাক ৰণত ঘটাই পুনৰ আহোম ৰজাৰ বশ্যতা স্বীকাৰ কৰালে। তাৰ পাচত, দৰঙ্গৰ ৰজা কৃষ্ণনাৰায়ণক দমাই পুনৰ আহোমৰজাৰ তলতীয়া কাৰি, কেপ্টেইন ওৱেল্‌চে স্বৰ্গদেৱক লগত লৈ নগৰলৈ উজাই আহিল। তেতিয়ালৈকে ৰাজপুৰুষ মহামতি পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙ্গৰীয়াই তেওঁৰ অভেদ্য কৌশলৰ বলেৰে প্ৰায় সাত বছৰ কাল নগৰ ৰক্ষা কৰি আছিল। পূৰ্ব্বে কেইবাবাৰো জয় লাভ কৰি মন বাঢ়ি থকা মোৱাঁমৰীয়াবিলাকে অলপীয়া সৈন্যৰে সৈতে অহা চাহাবক দা-যাঠী জোকাৰি ভাবুকি দি খেদিবৰ অৰ্থে, হেজাৰে-হেজাৰে আহি বেৰি ধৰিলে। কিন্তু, ইংৰাজৰ শিক্ষিত সৈন্যৰ বন্দুকৰ গুলিৰ আগত তেনে দা-জোকাৰণি কিমান পৰ ঠাৱৰিব!—ইংৰাজ সৈন্যৰ কৌশল অদ্ভুত মানি অলপ সময়ৰ ভিতৰতে মোৱাঁমৰীয়াবিলাকে মূৰ নেদেখুৱাত পৰিল। এই দৰে মোৱাঁমৰীয়াক সম্পূৰ্ণে বশ কৰি, কেপ্টেইন ওৱেল্‌চ চাহাব বঙ্গদেশলৈ উলটিল, আৰু স্বৰ্গদেৱে খ্ৰীঃ ১৭৯৩ চনত নিজৰ নগৰ পুনৰ হাত কৰি ললে।

'নপতা-ফুকন' বা স্বয়ম্ভুৰজা।—মোৱাঁমৰীয়াৰ বিদ্ৰোহ চলি থাকোঁতেই ইফালে গোটেই ৰাজ্যত ভাগে ভাগে অলেখ স্বয়ম্ভুৰজা বা ৰজানামধাৰী ক্ষুদ্ৰ ক্ষুদ্ৰ শাসনকৰ্ত্তাই প্ৰভুত্ব চলাবলৈ ধৰিলে। লোহিতৰ উত্তৰ পাৰে জাপৰীভেঁটি নামে ঠাইত যুগী মানুহ এটা ৰজা নামে জিলিকি উঠিছিল; দিহিঙ্গৰ পূবে বেঙ্গমৰা নামে ঠাইত সৰ্ব্বানন্দ নামে মৰাণ এটা প্ৰধান শাসনকৰ্ত্তা হৈছিল; মাজুলীত হাউলিয়া নামে এটা সাধাৰণ মানুহ ৰাজকীয় ক্ষমতাৰে বলৱন্ত হৈ উঠিছিল; শদিয়াত খামতীবিলাকে নিজৰ ৰজা পাতি অখণ্ড প্ৰতাপ দেখাবলৈ ধৰিছিল; ৰংপুৰ নগৰত ভৰতসিংহ নামে মটক এটা ঘাইৰজা হৈ বহিছিল,

ইত্যাদি। ভৰতসিংহে ১৭১৫ শকৰপৰা আৰম্ভ কৰি নিজৰ নামে ৰূপ আৰু মোহৰ মৰাবলৈকো বাকী নাৰাখিলে। সেই কালত এই বিলাক ৰাজকীয় ক্ষমতাধাৰী মানুহৰ অখণ্ড প্ৰতাপ চলিছিল। পিচে, ৰাজ্যত পুনঃ শান্তি স্থাপন হোৱাত, সিবিলাকক 'নপতা-ফুকন' নামদি পাচলৈ বিদ্ৰূপ কৰা হৈছিল।

আকাল।—এই ভয়ঙ্কৰ মোৱাঁমৰীয়া বিদ্ৰোহৰ উৎপাতত আহোমৰজাৰ ৰাজশক্তি নিতান্ত দুৰ্ব্বল হল, আৰু প্ৰজাৰ অৱস্থা অতি শোচনীয় হৈ পৰিল। ৰাজ্যত শান্তিৰক্ষক নোহোৱাত, প্ৰজাই খেতি-বাতিত হাত দিব নোৱাৰা হল। গতিকে, ৰাজ্যজুৰি ভয়ানক আকাল লাগি উঠিল; এনে কি সেই সময়ত একঠা চাউলৰ বেচ এটা সোণৰ মোহৰ হৈছিল! পেটৰ ভোকত মানুহে অখাদ্য খাবলৈকো কুণ্ঠিত নহৈছিল। পাচলৈ কঠা এৰি টেমীৰে চাউল জুখি দিয়াত পৰিছিল; আৰু এটেমী চাউলৰ বেচ এটকা হৈছিল।

আহোম ফৌজ গঠন।—ইষ্ট্ ইণ্ডিয়া কোম্পানীৰ বৃটিচ ফৌজৰ আহিৰে নগৰ ৰক্ষাৰ নিমিত্তে স্বৰ্গদেৱ গৌৰীনাথসিংহই ১৭৯৪ খ্ৰীষ্টাব্দত কিছুমান বাছনি আহোম সেনাৰে সৈতে নতুনকৈ এটা ফৌজ গঠন কৰিলে। কেপ্টেইন ওৱেলেচৰ লগত অহা দুজন 'নেটীভ অফিচাৰ' (দেশী কৰ্ম্মচাৰী) ৰাখি সেই ফৌজৰ 'কেপ্টেইন' আৰু 'লেফ্‌টেনেণ্ট্' (সেনাপতি আৰু পালি-সেনাপতি) পতা হয়। এয়ে অসমত বৃটিচৰ আহিৰে গঠিত হোৱা প্ৰথম ফৌজ। কেপ্টেইন ওৱেল্‌চ উলটি যোৱাৰ পাচত, মোৱাঁমৰীয়াবিলাকে আকৌ মূৰ তুলিবলৈ তলে-তলে আয়োজন কৰিছিল, কিন্তু নতুনকৈ গঠিত হোৱা আহোম ফৌজৰ ভয়ত সিবিলাকে নিটাল মাৰিলে।

খামতীৰ শদিয়া দখল।—মোৱাঁমৰীয়াৰ বিদ্ৰোহত আহোম-

ৰজা ভুকলা হোৱা দেখি, পূৰ্ব্বে শদিয়াৰ ওপৰে টেঙ্গাপানীত স্থাপিত কৰা খামতীবিলাকে শদিয়া দখল কৰি স্বাধীন হৈ উঠিল। তাৰ পাচত, সিহঁতে নিজৰ বৰমুৰীয়া এজনক শাসনকৰ্ত্তা পাতি "শদিয়াখোৱা গোহাঁই" নাম দিলে।

ওপৰত্ত কোৱা বিদ্ৰোহ শেষ হোৱাৰ পিচৰ বছৰতে স্বৰ্গদেৱ গৌৰীনাথসিংহই যোৰহাটলৈ ৰাজধানী তুলি আনিলে। তাতে নৰিয়া পৰি, প্ৰায় ১৫ বছৰ ৰাজত্ব কৰাৰ পাচত, খ্ৰীঃ ১৭৯৫ চনত তেওঁ স্বৰ্গী হয়। তেওঁৰ ৰাজত্বৰ কালত মহামতি পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙ্গৰীয়া ৰাজ্যৰ থাই ধৰণী স্বৰূপ আছিল। তেওঁৰ বুদ্ধি আৰু কৌশলৰ বলতে স্বৰ্গদেৱ গৌৰীনাথসিংহই অশেষ অপায়-বিঘিনি এৰাই, ১৫ বছৰ কাল সুখ্যাতিৰে ৰাজত্ব কৰিলে। কিন্তু ধৰ্ম্মবিপ্লৱৰপৰা উৎপন্ন হোৱা আত্মকন্দলেই এই ৰাজত্বত আহোমৰ ৰাজক্ষমতা প্ৰকাণ্ডে পতনোন্মুখী কৰিলে।

**কমলেশ্বৰসিংহ।**—স্বৰ্গদেৱ গৌৰীনাথসিংহ স্বৰ্গী হোৱাৰ পাচত, আহোমৰ ৰাজকোঁৱৰসকলৰ ভিতৰত ৰাজপাট লৈ অলপ কোঢ়াল লাগে। কিন্তু, দূৰদৰ্শী ৰাজপুৰুষ মহামতি পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙ্গৰীয়া সেই সময়ত ৰাজমন্ত্ৰী থকাত, সেই কোঢ়াল তেওঁ অতি সোনকালে নিটাল মৰালে। আগেয়ে কৈ অহা হৈছে যে, গদাধৰসিংহ স্বৰ্গদেৱৰ সক পুতেক লেচাই গোহাঁইদেৱক নামৰূপীয়া ৰজা পতা হৈছিল। তেওঁৰে পুতেক আয়ুস্মন্ত গোহাঁইদেৱৰ কদমদীঘলা গোহাঁইদেও নামে এটি পুত্ৰ আছিল। কদমদীঘলা গোহাঁইদেৱৰ আকৌ কিনাৰাম আৰু চন্দ্ৰকান্ত নামে দুটি পুত্ৰ আছিল। জ্যেষ্ঠ কিনাৰাম গোহাঁইদেৱকে আহোম ৰাজপাটৰ নিমিত্তে পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙ্গৰীয়াই মনোনীত কৰিলে। কিন্তু, তেওঁ শিলৰিৰ

মুঠাৰ কাৰণে, আহোম নাম পোৱা নাছিল; ৰজা হোৱাৰ পাচত, হিন্দুমতে তেওঁ কমলেশ্বৰসিংহ নাম ললে। কমলেশ্বৰসিংহ স্বৰ্গদেৱে ১৭৯৬ খ্ৰীষ্টাব্দত ৰাজপাটত উঠি তেওঁৰ পিতৃ দীঘলা গোহাঁইদেৱক চাৰিঙ্গীয়া ৰজা পাতি লয়। কিন্তু, ইয়াৰ দুবছৰমানৰ পাচতে তেওঁৰ পৰলোক হোৱাত, স্বৰ্গদেৱে ভায়েক চন্দ্ৰকান্ত গোহাঁইদেৱক নিচেই কুমলীয়া বয়সতে চাৰিঙ্গীয়া ৰজা পাতে।

কমলেশ্বৰসিংহ স্বৰ্গদেৱৰ ৰাজত্বত পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙ্গৰীয়াৰ বাছনি অনুসাৰি গঙ্গাৰাম আৰু নৰহৰি ক্ৰমে বৰগোহাঁই; কেন্দুগুৰীয়া ৰুদ্ৰেশ্বৰৰ পুতেক দুৰ্গেশ্বৰ বৰপাত্ৰগোহাঁই; সন্দিকৈৰ ভদৰি আৰু দুবৰাৰ শ্ৰীনাথ ক্ৰমে বৰবৰুৱা; আৰু সন্দিকৈৰ গেন্ধেলা বাজখোৱা পিচত কলিয়াভোমোৰা নামে বৰফুকন হয়।

ডুমডুমীয়া বিদ্ৰোহ।—১৭৯৬ খ্ৰীষ্টাব্দত হৰদত্ত আৰু বীৰদত্ত নামে দুজন ককাই-ভায়ে বিজনী আৰু কোচবিহাৰ ৰজাৰপৰা গুপ্ত সহায় লৈ কামৰূপত এটা ভয়ানক বিদ্ৰোহ উপস্থিত কৰে। এই বিদ্ৰোহত ভালেমান হিন্দুস্থানী আৰু পঞ্জাবী মানুহেও যোগ দিছিল, আৰু কামৰূপৰ প্ৰায় গোটেই উত্তৰভাগ সিবিলাকে অধিকাৰ কৰিছিল। সিফালে ৰংপুৰ নগৰত নানা উৎপাত থমাই শান্তি স্থাপিব লগা হোৱাত, বুঢ়াগোহাঁই ডাঙ্গৰীয়াই সৈন্যৰে সৈতে বৰফুকনক একো সহায় কৰিব নোৱাৰিলে। এনে অৱস্থাত বৰফুকন কলিয়াভোমোৰাই ইফাল-সিফালৰপৰা কিছুমান সেনা গোটাই লৈ বেলতলা আৰু ডিমৰুৱা ৰজাৰ সহায়েৰে বিদ্ৰোহীদলক আক্ৰমণ কৰিলেগৈ। শত্ৰুপক্ষে কলিয়া-ভোমোৰা বৰফুকনৰ বিক্ৰম সহিব নোৱাৰি পলাই ফাট মাৰিলে; হৰদত্ত আৰু বীৰদত্তক ধৰি আনি বধ কৰা হল।

শান্তিবিস্তাৰ।—নামনি অসমতকৈও উজনিত বিদ্ৰোহৰ

উৎপাত প্ৰবল হৈছিল। বিশেষকৈ মোৱাঁমৰীয়া, ডফলা, খামতী, চিংফৌ ইত্যাদিক দমাবলৈ পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই নিজে সেনাপতিৰূপে ঘূৰি বহু পৰিশ্ৰম কৰিব লগাত পৰিছিল। অৱশেষত ডাঙৰীয়াই ভাগি যোৱা খেতিয়কবিলাককো মতাই আনি আকৌ পূৰ্ব্বৱত খেতিবাতিৰ উন্নতিৰ বাট লগাই দিলে। আৰু, আগৰ বিদ্ৰোহীবিলাকৰো অনেকক ক্ষমা কৰাত, সকলো চাপিকুচি আহি দেশত শান্তিৰে বাস কৰিবলৈ ধৰিলে।

কলিয়াভোমোৰা।—এইজনা বৰফুকন বৰ বুদ্ধিমন্ত, বহুদৰ্শী আৰু ৰাজনীতিজ্ঞ শাসনকৰ্ত্তা আছিল। ৰজাৰ নগৰত পূৰ্ণানন্দ বুঢ়া-গোহাঁই ডাঙৰীয়া ৰাজমন্ত্ৰী, আৰু গুৱাহাটীত কলিয়াভোমোৰা বৰফুকন ৰাজ-প্ৰতিনিধি, এই দুজনা প্ৰধান প্ৰধান বিষয়াৰ বিচক্ষণ বুদ্ধিৰ বলতে কমলেশ্বৰসিংহ স্বৰ্গদেৱৰ ৰাজত্বৰ কালত শাসনকাৰ্য্য অতি সুন্দৰৰূপে চলিছিল। বৰফুকন কলিয়াভোমোৰাই ভালেমান মহৎ কাৰ্য্য কৰি সুখ্যাতি লাভ কৰিছিল। তেওঁৱেই পোন-প্ৰথমে বিদেশী চিপাহী আনি বৃটিচৰ আহিৰে ১৭৯৬ খ্ৰীষ্টাব্দত গুৱাহাটী আৰু যোৰহাটত দুটা 'পল্টন' গঠন কৰে, আৰু বুঢ়াগোহাঁইৰ পৰিয়ালৰ চন্দ্ৰ গোহাঁইদেও আৰু থঙীয়া-ফুকনক সেই দুই পল্টনৰ 'কাপ্তান' বা সেনাপতি পাতে। বৰফুকনে স্বৰ্গদেৱৰ আজ্ঞানুসাৰে গুৱাহাটীৰ কামাখ্যাত এটি বিতোপন তামৰ ঘৰ সজায়, আৰু ছত্ৰাকাৰ দেৱালয় কৰায়। বৰফুকন কলিয়াভোমোৰা যেনে বুদ্ধিমন্ত আৰু ওখমনৰ পুৰুষ আছিল, তেওঁ কৰা কাৰ্য্যবিলাকো তেনে পৰিপাটি আৰু ওখখাপৰ হৈছিল। সৰশেহত, বৰফুকন কলিয়াভোমোৰাই বৰ্ত্তমান তেজপুৰৰ পূবে ভোমোৰাগুৰি পৰ্ব্বতৰপৰা শিলঘাটৰ ফালে পোনাই ব্ৰহ্মপুত্ৰৰ ওপৰেদি এখন সাঁকো বন্ধাবলৈ এটি মহৎ অনুষ্ঠান কৰিছিল। কিন্তু, তেওঁৰ সেই অনুষ্ঠান কাৰ্য্যত

পৰিণত হবলৈ নৌ পাওঁতেই, তেওঁ মানৱলীলা সাম্ৰৰিব লগাত পৰিলে। এতিয়াও তেওঁৰ নাম অনুসৰি প্ৰখ্যাত তেজপুৰৰ ‘ভোমোৰাগুৰিৰ’ ওচৰত পোত গৈ থকা ভালেমান প্ৰকাণ্ড প্ৰকাণ্ড সাল কাঠ আৰু পৰ্ব্বতাকাৰ হৈ থকা ‘চূণ-চুৰ্কী’ আদিয়ে তেওঁৰ সেই মহৎ অনুষ্ঠানৰ চিনাকি দিব লাগিছে। কলিয়াভোমোৰা বৰফুকন যুদ্ধবিদ্যাতো এজন সুনিপুণ সেনাপতি আছিল; আৰু কমলেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত কেইবাখনো যুদ্ধত তেওঁ জয়লাভ কৰিছিল। এইবিলাক কাৰণতে বৰ সন্তুষ্ট হৈ, কমলেশ্বৰসিংহ স্বৰ্গদেৱে বৰফুকন কলিয়াভোমোৰাক প্ৰতাপবল্লভ নাম দিছিল।

খ্ৰীঃ ১৭৯৬ চনত খামতী ৰজাৰে সৈতে চুৰচুৰীয়াকৈ এখন ৰণ লাগিছিল। বৰফুকন কলিয়াভোমোৰাৰ নতুন ‘পল্টনে’ ৰণত খামতী-হঁতক ঘটাই খামতীৰ বুঢ়া ৰজাক বন্দী কৰি আনিলেগৈ। খ্ৰীঃ ১৮০২ চনত দৰঙ্গী ৰজাই আহোমৰজাৰ অধীনতা-জুৰলি পেলাই পুনৰ মূৰ দাঙ্গি-বলৈ আয়োজন কৰা যেন গম পোৱাত, গুৱাহাটীৰ নতুন ‘পল্টনে’ তেওঁক ৰণত ঘটাই আকৌ আহোম ৰজাৰ তলতীয়া কৰি থৈ আহিল গৈ। এই ৰাজত্বত ডফলাবিলাকে দৰঙ্গী প্ৰজাক উপদ্ৰৱ কৰি গৈ শিলঘাটত ৰাজকীয় সেনাক আক্ৰমণ কৰিছিল। কিন্তু, অৱশেষত সিহঁত বিষমৰূপে ঘাটি আকৌ উলটিল। ‘নওঠা বঙ্গাল’ বুলি এজাক বেপেৰুৱা বঙ্গালে তেতিয়া উত্তৰ গুৱাহাটীত বৰ প্ৰভুত্ব চলাইছিল। তাৰ পাচত দক্ষিণপাৰলৈকো সিহঁতে হাত মেলিছিল; এনেতে পাণ্ডুঘাটত ৰাজকীয় সেনাই সিহঁতক ভালকৈ এপালি দি ওভোতাই পঠিয়ালে।

স্বৰ্গদেৱ কমলেশ্বৰসিংহৰ দিনত যিবিলাক আলি, পুখুৰী, দৌল আদি কৰোৱা হৈছিল, তাৰ ভিতৰত ন-আলি, ৰজা বাহৰৰ আলি, মহৰন্ধা আলি, কমাৰবন্ধা আলি, চেউনী আলিৰ পুখুৰী, কামাখ্যাত

তামৰ ঘৰ, ছত্ৰাকাৰত দেৱালয় এইবোৰেই প্ৰধান। ওপৰত কোৱাৰ দৰে, মন্ত্ৰী আৰু বিষয়াসকলৰ বুদ্ধি আৰু কাৰ্য্যৰ বলত, প্ৰায় ১৬ বছৰ সুখেৰে আৰু সুখ্যাতিৰে সৈতে ৰাজত্ব কৰাৰ পাচত, খ্ৰীঃ ১৮১০ চনত স্বৰ্গদেৱ কমলেশ্বৰসিংহ স্বৰ্গী হল। তেওঁৰ পিচৰপৰা ৰজাৰ ক্ষমতা ক্ৰমাৎ নিস্তেজ হবলৈ ধৰে।

**চন্দ্ৰকান্তসিংহ।**—স্বৰ্গদেৱ কমলেশ্বৰসিংহ স্বৰ্গী হোৱাত, ভায়েক চাৰিঙ্গীয়া ৰজা চন্দ্ৰকান্তসিংহই আহোম ৰাজপাট লাভ কৰিলে। তেওঁ ককায়েকৰ দৰে শিঙৰিঘৰ উঠিবলৈ নহল কাৰণে, তেওঁ আহোম নাম নাপালে। ৰাজপাটত উঠাৰ সময়ত স্বৰ্গদেৱৰ বয়স নিচেই কোমল—মুঠেই ১২ বছৰ মাথোন হৈছিল। পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙ্গৰীয়াই, সেই কাৰণে, নিজৰ মূৰতে ৰাজকাৰ্য্যৰ সকলো ভাৰ লৈ সুচাৰুৰূপে ৰাজ্য শাসন কৰিছিল। চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱৰ ৰাজত্বৰ শেহভাগত, পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙ্গৰীয়াৰ পাচত, তেওঁৰ পুতেক ৰুচিনাথ বুঢ়াগোহাঁই; নিৰ্ভয়নাৰায়ণ বৰগোহাঁই; অনিৰ ভায়েক ধনী বৰপাত্ৰগোহাঁই; সন্দিকৈৰ ধনী বৰবৰুৱা; আৰু বদনচন্দ্ৰ বৰফুকন এই কেইজন নতুনকৈ ডাঙ্গৰীয়া আৰু বিষয়া হৈছিল।

**"কুকুৰাচোৰা ভূতৰ পুতেকৰ খবৰ।"**—চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱ নিচেই কুমলীয়া বয়সতে ৰজা হোৱাৰ কাৰণে, ভালেমান দিনলৈকে তেওঁ পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙ্গৰীয়াৰ ওপৰতে নিৰ্ভৰ কৰি সুকলমে ৰাজ্য ভোগ কৰিছিল। সেই সময়ত তেওঁ আন-আন লৰা-ছোৱালীৰ লগত ধেমালি কৰিয়ে কাল কটাইছিল। কিন্তু যেতিয়া ডেকা হলহি, তেতিয়াও স্বৰ্গদেৱে লৰাকালৰ লগৰীয়াবিলাকক নাপাহৰিলে। এই আপাহতে ভূত নামেৰে কুকুৰাচোৰা বৰাৰ পুতেক শতৰাম তেওঁৰ বৰ খাটনিয়াৰ আৰু প্ৰিয়পাত্ৰ হৈ উঠিল। স্বৰ্গদেৱৰ

'ভূতৰ পুতেকৰ খবৰেই' অমঙ্গলৰ পূৰ্ব্ব-লক্ষণ।

অনুগ্ৰহত এই শতৰাম লাহে লাহে চাৰিঙ্গীয়া ফুকনৰ পদলৈ উঠিল। ৰজাৰ মৰম পাই ইয়াৰ পাচতো শতৰামৰ মন দোপত দোপে উধাবলৈ ধৰিলে। আন কি, মহামতি পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙ্গৰীয়াৰ ক্ষমতাৰ ফালেও শতৰামে ঈৰ্ষাভাৱে চকু দিয়া হলগৈ; আন-আন ডাঙ্গৰীয়া-বিষয়াসকলক যে তেওঁ গণিতা নকৰাই হল। শতৰামে যিমান পাৰে বুঢ়াগোহাঁই ডাঙ্গৰীয়াৰ বিপক্ষে নানা তৰহৰ লগনীয়া কথা লগাই লাহে লাহে ৰজাৰ মন ভাঙ্গিবলৈ ধৰিলে। দূৰদৰ্শী পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙ্গৰীয়াই ইয়াৰ সম্ভেদ পাই ৰজাক সাৱধান কৰিবলৈ বুলি, সকলো কথা ৰাজমাওদেৱত জনাই থলে। পিচে, শতৰামে ইয়াৰ গম পাই, পাচলৈ দেখাদেখিকৈয়ে ডাঙ্গৰীয়াৰ বিপক্ষে লৰিবলৈ কঁকালত টঙ্গালি বান্ধিলে। ইফালে চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱ ৰজা হোৱাৰ বছেৰেকৰ পাচতে, বহুদৰ্শী বিখ্যাত কলিয়াভোমোৰা বৰফুকনৰ পৰলোক হোৱাত, তেওঁৰ ঠাইত বদনচন্দ্ৰক বৰফুকন পতা হল। ইয়াৰ অলপ পাচতে, তেওঁৰে সৈতে বুঢ়াগোহাঁই ডাঙ্গৰীয়াৰ কোনো ঘৰুৱা কথাৰ নিমিত্তে মনান্তৰ ঘটে। সেই কথাতে বৰফুকনে ডাঙ্গৰীয়াৰ অহিত চিন্তি শতৰামৰ ষড়যন্ত্ৰত যোগ দিলে। ৰজাৰ বলতে শতৰামক অকলেই ৰাইজখনেও বলে নোৱাৰে, তাতে বদনচন্দ্ৰ বৰফুকনৰ বল পাই বুঢ়া-গোহাঁই ডাঙ্গৰীয়াক শতৰামে তৃণ এডালৰ সমানো নগণা হল,—ডাঙ্গৰীয়াক ৰজাৰ আগতে অপমান কৰিবলৈ ধৰিলে। সাগৰৰ নিচিনা গম্ভীন প্ৰকৃতিৰ দূৰদৰ্শী ৰাজপুৰুষ পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙ্গৰীয়াই স্থিৰভাৱে ভাবি চালে যে, ৰজাক এই দৰে হাতৰ মুঠিত লব লাগিলে শতৰামে ৰাজ্যত মহা অমঙ্গল ঘটাব। এই ভাবি, তেওঁ আন-আন ডাঙ্গৰীয়া আৰু বিষয়াসকলৰে সৈতে মন্ত্ৰণা কৰি, এদিন ৰজাৰ চৰাত তিনিও জনা ডাঙ্গৰীয়া মেলত বহিলগৈ। আৰু, বিচাৰত শতৰামক

বিদ্ৰোহী বুলি ঠিৰাং কৰা হল। তাৰ পাচত, সেই বিদ্ৰোহত যোগ দিয়া আন-আন সকলোকে সমুচিত দণ্ড বিহি শতৰামক দেশান্তৰ কৰা হল। বিদ্ৰোহীৰ ভিতৰত বহুত ডাঙৰ ডাঙৰ বিষয়াৰ লৰাও পৰিছিল; সেই কাৰণে সেই সময়ত উজনীত এখন ভয়ানক হুলস্থূল লাগিছিল। এই বিদ্ৰোহকে "কুকুৰাচোৱা ভূতৰ পুতেকৰ খবৰ" বুলি জনা যায়; আৰু এয়ে অসমলৈ মান অনা কাৰ্য্যৰো মূল কাৰণ।

মানৰ ১ম, আক্ৰমণ।—"কুকুৰাচোৱা ভূতৰ পুতেকৰ খবৰ" যেতিয়া গুৱাহাটী পালেগৈ, তাৰ আদিৰপৰা অন্তলৈকে সকলো বৃত্তান্ত শুনি বদনচন্দ্ৰ বৰফুকনৰ মন নানা আশঙ্কাত বিহ্বল হবলৈ ধৰিলে। সেই সময়তে ফুকনে কামৰূপীয়া প্ৰজাবিলাকক বৰ উপদ্ৰৱ কৰিছিল। আৰু, পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়ালৈ কেইবাবাৰো ইয়াৰ বাতৰি গৈছিল। কিন্তু, তেওঁ শতৰামৰ বিদ্ৰোহত বৰকৈ লাগি থকাত, আৰু বৰফুকনো এই বিদ্ৰোহত যোগ থকাটো জানি, সেই ফালে বৰকৈ মন নিদিছিল। এতিয়া ইফালৰপৰা আজৰি পাই, বুঢ়াগোহাঁই ডাঙৰীয়াই বদনচন্দ্ৰ বৰফুকনক ধৰি আনিবৰ কাৰণে মহেশ্বৰ পৰ্ব্বতীয়াফুকনক গুৱাহাটীলৈ পঠিয়ালে। কিন্তু, ইতিমধ্যতে ডাঙৰীয়াৰ বোৱাৰীয়েক, বৰফুকনৰ জীয়েক পিজৌ গাভৰুৱে এই কথাৰ সন্তেদ পাই তলে তলে পিতাকলৈ সকলোবিলাক কথা ভাঙ্গি লিখি পঠিয়ালে। জীয়েকৰপৰা বিপদৰ বাতৰি পাই বদনচন্দ্ৰ আগেয়েই সতৰ্ক হৈ আছিল। মহেশ্বৰ ফুকন যি দিনা গুৱাহাটীত উপস্থিত হয়গৈ, তাৰ আগ ৰাতিয়েই জন্মি আৰু পিয়লি নামে পুতেক দুজনক লৈ বদনচন্দ্ৰ বঙ্গদেশৰ ফালে পলাই গল। এই বাতৰি পাই পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই ঘনশ্যামক গুৱাহাটীত বৰফুকন পাতি, বদনচন্দ্ৰ বৰফুকনক বিচাৰিবলৈ আদেশ দিলে। ঘনশ্যাম ফুকনৰ মানুহে বিচাৰি বদনচন্দ্ৰক চিলমাৰিত ধৰিছিলগৈ; কিন্তু সেই দেশত

আহোমৰজাৰ অধিকাৰ নথকাত তাৰপৰা তেওঁক ধৰি আনিব পৰা নহল। ইয়াৰ পাচত, বদনচন্দ্ৰ বৰফুকনে কলিকতালৈ গৈ, গৱৰ্ণৰ জেনেৰেল লৰ্ড্ মেয়োৰ ওচৰত দুখৰ বাতৰি জনাই সহায় ভিক্ষা কৰে। কিন্তু, সেই সময়ত বৃটিচ গৱৰ্ণমেণ্টৰ 'অন্যৰ ৰাজ্য সম্পৰ্কীয় কাৰ্য্যত হাত নিদিয়া নিয়ম' (Non intervention policy) আছিল। সেই কাৰণে, গৱৰ্ণৰজেনেৰেলে বদনচন্দ্ৰৰ প্ৰাৰ্থনা দলিয়াই পেলালে। এনে সময়তে কলিকতালৈ বৰ্ম্মাদেশৰ এজেণ্ট্ বা বিষয়া এজন আহিছিল। বদনচন্দ্ৰই লাহেকৈ তেওঁৰ কাষ চাপি সেই বিষয়া জনৰ আগত তিলকে তাল কৰি অসম দেশৰ দুৰৱস্থাৰ কথা জনোৱাত, তেওঁ বদনচন্দ্ৰক সহায় কৰিবলৈ প্ৰতিশ্ৰুত হল; আৰু সৈন্য-সামন্ত যুগুত কৰি দিবৰ নিমিত্তে তেওঁক লগতে বৰ্ম্মাদেশলৈ লৈ গল। তেওঁৰ সাহায্যত বদনচন্দ্ৰৰ আশা-লতাত ফুল মেলিলে; বৰ্ম্মাদেশৰ ৰজাই ৬ হেজাৰ মান সেনা দি তেওঁক সহায় কৰিলে। এই সেনা লগত লৈ বদনচন্দ্ৰই খ্ৰীঃ ১৮১৬ অব্দত মুংকুং, হুকং আৰু মণিপুৰেদি আহি অসমৰ নামৰূপত সোমালেহি। ইয়াতে আৰু হেজাৰচেৰেক বাৰবৰণীয়া সেনা গোটাই লৈ তেওঁ ৰজাৰ নগৰৰ ফালে আগ বাঢ়িল। পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ সেই সময়ত শাৰীৰিক অৱস্থা ভাল নাছিল। তথাপি, তেওঁ লৰালৰিকৈ মানৰ লগত যুঁজিবলৈ এজাক বগুৱা পঠিয়ালে। প্ৰথমে ঘিলাধাৰীতে যুদ্ধ হয়, আৰু যুদ্ধত ৰাজকীয় সেনা ঘাটিল; সেই ছেগতে মানহঁত নগৰ সোমালহি। এই বাতৰিত বুঢ়াগোহাঁই ডাঙৰীয়াই, মহা চিন্তিত হৈ, আকৌ নৰিয়া গাৰেই ভাল ভাল সৈন্য বাছি যুদ্ধলৈ পঠিয়াবৰ নিমিত্তে আয়োজন কৰিলে। কিন্তু, ঈশ্বৰৰ ইচ্ছা, অসমৰ অধঃপতন অনিবাৰ্য্য,—পূৰ্ব্বৰ নৰিয়া টান হোৱাত, আহোম ৰাজ্যৰ ঘাইধৰণী মহামতি পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই এনে সঙ্কটৰ সময়ত হোজা অসমীয়া প্ৰজাক

বাঘৰ মুখত পোৱালি এৰাৰ দৰে এৰি এই সংসাৰৰপৰা বিদায় ললে। ৰজা-প্ৰজা সকলোৱে ডাঙ্গৰীয়াৰ বল-বুদ্ধিৰ ওপৰত অটল বিশ্বাস আছিল। গতিকে, ডাঙ্গৰীয়াৰ মৃত্যুত সকলো নিৰাশ হল,—সকলোৰে মন ভাগিল। মানহঁতে যিমান আগুৱাবলৈ ধৰিলে, সিমান গৰখীয়া নোহোৱা গৰুৰ জাক ভগাৰ দৰে অসমীয়া প্ৰজা চিটিকি পলাবলৈ ধৰিলে। পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙ্গৰীয়াৰ পৰলোক হোৱাত, তেওঁৰ পুতেক ৰুচিনাথ গোহাঁইদেৱক ডাঙ্গৰীয়া পাতি আগ কৰি দিয়া হৈছিল। কিন্তু, কেঁচা তেজৰ সোৱাদ পোৱা বাঘৰ নিচিনা মানহঁতৰ বিক্ৰমৰ আগত তেওঁৰ সকলো চেষ্টাই 'লুইতত বালিভেটাৰ' নিচিনা হল। অন্তত, ৰুচিনাথ বুঢ়াগোহাঁই ডাঙ্গৰীয়াই নিৰুপায় হৈ ৰজাক ভটিয়াই পলাবলৈ পৰামৰ্শ দিলে। কিন্তু, স্বৰ্গদেৱ পলাবলৈ অসম্মত হোৱাত, তেওঁৰ ওপৰতো সন্দেহমানি, ৰুচিনাথ ডাঙ্গৰীয়া নিজেই সপৰিয়ালে গুৱাহাটীলৈ ভটিয়াই গল। এনে চলত পাই বদনচন্দ্ৰই নগৰ সম্পূৰ্ণৰূপে হস্তগত কৰিলে; আৰু পূৰ্ব্ব-শত্ৰু পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙ্গৰীয়াক নাপাই, তেওঁৰ বংশৰ আন আন মানুহক নানা তৰহৰ অত্যাচাৰ কৰিবলৈ ধৰিলে। ইফালে ধনলোভী মানহঁতৰ অমানুষিক উপদ্ৰৱত দেশত হাহাকাৰ লাগি উঠিল। সৰশেহত স্বৰ্গদেৱৰ ক্ষমা-প্ৰাৰ্থনাত তুষ্ট হৈ, বদনচন্দ্ৰই তেওঁক অভয় দান দি, নিজে 'মন্ত্ৰী-ফুকন' হৈ ৰাজ্য শাসন কৰিবলৈ স্থিৰ কৰিলে। ইয়াৰ পাচত, তুঙ্গখুঙ্গীয়া ফৈদৰ বগা কোঁৱৰৰ গাভৰু এগৰাকীক ৰজাৰ নিজৰ জীয়েক বুলি সালঙ্কৃতাকৈ বৰ্ম্মাৰ ৰজাৰে সৈতে বিয়া দিবলৈ পঠিয়াই, আৰু বহুত ধন-বস্তু দি মানহঁতক বিদায় দিলে। এয়ে অসমত মানৰ প্ৰথম আক্ৰমণ, আৰু এই সূত্ৰতে বদনচন্দ্ৰক 'মান-অনা বৰফুকন' বোলে।

**পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙ্গৰীয়া।**— এওঁ আহোমৰ এজন

মহামন্ত্ৰী আছিল। পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ তুল্য অসাধাৰণ ৰাজনীতিজ্ঞ পুৰুষ সেই সময়ত ভাৰতবৰ্ষত দ্বিতীয় নাছিল বুলিলে মিছা কোৱা নহয়। আন কি, ইংৰাজ ৰাজনীতিজ্ঞ পুৰুষেও তেওঁৰ বিচক্ষণ বুদ্ধি আৰু ৰাজনীতিৰ অশেষ গুণবাদ কৰিছিল। পূৰ্ণানন্দ ডাঙৰীয়াৰ জীৱন দুঃসহ ঘটনাপূৰ্ণ। কিন্তু, তেওঁৰ তেনে জীৱনৰ অশেষ অপায়-বিঘিনি খণ্ডাই, তেওঁ কেনে অসাধাৰণ জীৱন যাপন কৰিছিল, তাক মোৱাঁ-মৰীয়াৰ দ্বিতীয় বিদ্ৰোহৰপৰা মানৰ প্ৰথম আক্ৰমণলৈকে আসাম-বুৰঞ্জীৰ মহা অশান্তিপূৰ্ণ বিৱৰণ ছোৱা চালেই বুজিব পাৰি। পূৰ্ণানন্দই বুঢ়াগোহাঁই ডাঙৰীয়াৰ আসন গ্ৰহণ কৰি উঠিয়েই মোৱাঁমৰীয়াৰ ভীষণ বিদ্ৰোহৰ উৎপাত খণ্ডাব লগাত পৰে। তাৰ পাচতো নানা উৎপাতত ছাৰখাৰ হোৱা অসমদেশত তেওঁ অহো পুৰুষাৰ্থ কৰি শান্তি স্থাপিব লগা হয়। লগৰ মন্ত্ৰী-বিষয়া আদি সকলোৱে এৰা দিয়াৰ স্থলতো, ৰজা নোহোৱা নগৰ মোৱাঁমৰীয়া-বিদ্ৰোহত সাত বছৰলৈ মহা উৎপাতৰ মাজত ৰক্ষা কৰালৈ চাই, পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ ৰাজনীতি-জ্ঞান পৃথিবীৰ সভ্য জাতিয়ে আজিও বখানিব লাগিছে। পূৰ্ণানন্দ ডাঙৰীয়া মন্ত্ৰীত্বত যেনে এজন অসাধাৰণ বুদ্ধিমান পুৰুষ আছিল, যুদ্ধ বিদ্যাতো তেওঁ তেনে সুনিপুণ সেনাপতি বুলি চিনাকি দিছিল। অসমৰ দুৰ্ভাগ্যক্ৰমে তেওঁ অকালত কালপ্ৰাপ্ত নোহোৱা হলে, মানৰ অমানুষিক উৎপাতত অসমদেশ ৰসাতললৈ যাব লগাত নপৰিলহেঁতেন। "যি লাই বাঢ়িব তাৰ দুপতীয়াতে চিন" এই কথা পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াত নিভাঁজকৈ খাটিছিল। তেওঁ পূৰ্ণ বয়সত যেনে এজন অদ্বিতীয় মহাপুৰুষ হৈ উঠিছিল, নিচেই কুমলীয়া বয়সৰেপৰা তেওঁৰ কাৰ্য্যত সেই মহত্বৰ চিনাকি পোৱা গৈছিল। পূৰ্ণানন্দ সৰুৰেপৰা চিন্তাশীল, বাহুবলী আৰু কাৰ্য্যপ্ৰিয় আছিল।

"মন্ত্ৰীফুকন" বদনচন্দ্ৰক ৰূপচিং চিপাহীয়ে ছলেৰে বধ কৰে।

মান উলটি যোৱাৰ পাচত, দেশত বদনচন্দ্ৰ বৰফুকন প্ৰায় একমাত্ৰ অধিপতিৰ দৰে হল। আৰু, ক্ষমতা বঢ়াৰ লগে লগে তেওঁৰ অত্যাচাৰো বাঢ়ি আহিল। ইতিপূৰ্ব্বতে মান আনি দেশত উৎপাত লগোৱাৰ বাবে ৰজা, ডাঙ্গৰীয়া, বিষয়া আৰু ৰাইজ সকলো তেওঁৰ ওপৰত অসন্তুষ্ট আছিল; তাতে তেওঁৰ অন্যায়-অত্যাচাৰ চৰি অহাত, তেওঁ সকলোৰে চকুৰ হুলৰ দৰে হৈ উঠিল। বিশেষকৈ, ৰাজমাওদেৱৰ পক্ষে তেওঁৰ অত্যাচাৰ অতিকৈ অসহনীয় হল। পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙ্গৰীয়াৰ প্ৰতি ৰাজমাওদেৱৰ বৰ শ্ৰদ্ধা আছিল। এতিয়া ৺ ডাঙ্গৰীয়াৰ বংশত বদনচন্দ্ৰই অতিকৈ অত্যাচাৰ কৰা দেখি তেওঁ বৰ দুখিত হল। অৱশেষত, ৰাজমাওদেৱৰ কৌশলমতেই ৰূপচিং নামে হিন্দুস্থানী চিপাহী এটাই বদনচন্দ্ৰ ফুকনক শৌচ কৰিবলৈ যাওঁতে ছলেৰে বধ কৰিলে। ইয়াৰ পাচত, ৰাজমাওদেৱে ৰুচিনাথ বুঢ়াগোহাঁই ডাঙ্গৰীয়াক নগৰলৈ মাতি পঠিয়ালে। কিন্তু, ডাঙ্গৰীয়াই চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱৰ ওপৰত সন্দেহ কৰি, তেওঁ ৰজা থকাৰ কালত উজাই আহিবলৈ মান্তি নহল। কিছুমান দিনৰ পাচত, তেওঁ চিলমাৰিত ভাগি গৈ থকা ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ বংশৰ পুৰন্দৰসিংহ কোঁৱৰক ৰজা পাতিবৰ মনেৰে তেওঁক লগত লৈ ৰজাৰ নগৰলৈ আহিল। এই বাতৰি পাই চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱে ভয়ত লুকু ডেকাফুকনক নগৰ গতাই দি ৰংপুৰলৈ পলাই গল। যথাসময়ত ডেকাফুকনৰ লগত ৰুচিনাথ ডাঙ্গৰীয়াৰ চুৰচুৰীয়াকৈ এখন ৰণ লাগিল; ৰণত ডেকাফুকন কটা গল। পিচে, ৰুচিনাথ ডাঙ্গৰীয়াই সকলোৰে সম্মতি অনুসাৰে, খ্ৰীঃ ১৮১৬ অব্দত পুৰন্দৰসিংহ কোঁৱৰক যুৱৰাজ পাতি, চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱক মহাৰাজ পাতিবলৈ তেওঁক মাতি পঠিয়ালে; কিন্তু স্বৰ্গদেৱে এই কথাত সন্দেহ মানি আহিবলৈ সম্মত নহল। সেই কাৰণে, তেওঁক ৰংপুৰতে সুবন্দৱস্তেৰে ৰাখি, পুৰন্দৰসিংহ

কোৱঁৰকে সকলোৱে মিলি ৰাজপাটত বহুৱাই নিগাজীকৈ ৰজা পাতিলে। এই ৰাজত্বৰেপৰা আহোম ৰজাৰ অস্তিত্ব লোপ পোৱাৰ আগন্তুক দেখা গল।

**পুৰন্দৰসিংহ।**—ৰুচিনাথ বুঢ়াগোহাঁই ডাঙ্গৰীয়াৰ প্ৰস্তাৱমতেই পুৰন্দৰসিংহ কোৱঁৰে খ্ৰীঃ ১৮১৭ চনত ৰাজপাট লাভ কৰিলে। কিন্তু, ৰজা হল বুলিও, পুৰন্দৰসিংহ স্বৰ্গদেৱে তেওঁৰ এবছৰ মাথোন ৰাজত্বৰ কালতে ডাঙ্গৰীয়াসকলৰ ভঙ্গা-পতা আৰু বিদেশীৰ আক্ৰমণৰ বাবে এদিনো সুখেৰে নিয়াবলৈ নাপালে। তেওঁৰ ৰাজত্বৰ কালত নিৰ্ভয়-নাৰায়ণক ভাঙ্গি বকতিয়ালৰ মালভোগক বৰগোহাঁই; ধনীক ভাঙ্গি সন্দিকৈৰ ঘিনাইক বৰবৰুৱা; ঘনশ্যামক ভাঙ্গি পুতেক নিগু ৰ্ণক বৰফুকন পতা হল। আৰু, অনিৰ ভায়েক ধনীক ভঙ্গাত, বৰপাত্ৰগোহাঁইৰ আসন শূন্য পৰি ৰল।

**মানৰ ২য়, আক্ৰমণ।**—ৰুচিনাথ বুঢ়াগোহাঁই ডাঙ্গৰীয়াই যদিও চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱক আন একোকে নকৰাকৈ ৰংপুৰতে সুক-লমে এৰিলে, ডাঙ্গৰীয়াৰ ভায়েক মৰঙ্গিখোৱা গোহাঁই সিমানতে সন্তুষ্ট নহল। তেওঁ কোনো এটা উপায় কৰি চন্দ্ৰকান্তসিংহক ভৱিষ্যতলৈ ৰাজপাটৰ অযোগ্য কৰিবৰ মনেৰে তেওঁৰ কাণ এখনত ঘুণ লগালে। ৰাজ্যৰ আশা এৰি নিটাল মাৰি থকা চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱৰ পক্ষে এনে অপমান অতিকৈ অসহনীয় হল। প্ৰথমবাৰ মান আহোঁতেই তেওঁৰে সৈতে বৰ্ম্মা ৰজাই বৈবাহিক সূত্ৰেৰে মিত্ৰতা কৰিছিল। পিচে, মৰঙ্গি-খোৱা গোহাঁইৰ অন্যায় ব্যৱহাৰত মৰণান্তিক হৈ, চন্দ্ৰকান্তস্বৰ্গদেৱে আগৰ বদনচন্দ্ৰ বৰফুকনৰ ফলীয়া জনচেৰেক মানুহক গোপনে বৰ্ম্মাদেশলৈ পঠিয়ালে; আৰু, নিজৰ দুৰ্দ্দশা আৰু বদনচন্দ্ৰ বৰফুকনৰ অপমৃত্যুৰ বাতৰি জনাই বৰ্ম্মা ৰজাৰপৰা সাহায্য ভিক্ষা কৰিলে। মানৰজাই এই

বাতৰিত দুখিত হৈ, ৩০০০০ মান-সেনা দি আলুংমিঙ্গি নামে সেনাপতি এজন ১৮১৯ খ্ৰীষ্টাব্দত আহোমৰ ৰাজ্য আক্ৰমণ কৰিবলৈ পঠিয়ালে। সিবাৰ অলপীয়া মানসেনাৰ লগতে পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙ্গৰীয়াৰ শিক্ষিত সৈন্যেও ঘাট মানিলে। এইবাৰ ডেৰকুৰি হেজাৰ মানসেনাৰ লগত যুঁজিবলৈ নতুন ৰজা আৰু নতুন মন্ত্ৰীয়ে ক'ৰ মানুহ পায়! তথাপি, এজাক অসমীয়া ৰণুৱা মানৰ লগত ৰণ দিবৰ নিমিত্তে নাজিৰালৈকে পঠোৱা হয়। কিন্তু ইহঁতক মান-সেনাই হতাহতি কৰিবলৈকে নাটিলে। পিচে, ৰণত পৰাজয় হোৱাৰ বাতৰি পাই, পুৰন্দৰসিংহ স্বৰ্গদেৱক লৈ, ৰুচিনাথ বুঢ়াগোহাঁই ডাঙ্গৰীয়া আকৌ সপৰিয়ালে গুৱাহাটীলৈ ভটিয়াই গল। গতিকে, দেশ পুনৰ মান-সেনাৰ হাতত পৰিল। মান-সেনাপতিয়ে খ্ৰীঃ ১৮১৯ অব্দত চন্দ্ৰকান্তসিংহক পুনৰ ৰাজপাটত বহুৱাই পুৰন্দৰসিংহ স্বৰ্গদেৱক ধৰিবৰ নিমিত্তে মানুহ পঠিয়ালে। পুৰন্দৰসিংহ স্বৰ্গদেৱে এই বাতৰি পাই চিলমাৰিলৈ আকৌ আঁতৰি গুচি গল। ইফালে পূৰ্ব্বে নটা পাই যোৱা মানসেনাই হোজা অসমীয়া প্ৰজাক নকৰিবৰ-চকৰি কৰি ধন-বস্তু লুটিবলৈ ধৰিলে। সৰশেহত, চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱক মান-সেনাপতিয়ে বৰ্ম্মাদেশৰ ৰজাৰ কৰ-তলতীয়া কৰিলে; আৰু, আহোমৰ ৰাজ্যত কিছুমান সৈন্য ৰাখি, বাকী সৈন্যবিলাকৰে সৈতে তেওঁ স্বদেশলৈ উলটি গল। পুৰন্দৰসিংহ স্বৰ্গদেৱৰ দিনত ৰজাৰ নাম মাত্ৰ সাৰ আছিল।

**চন্দ্ৰকান্তসিংহ ( ২য়, বাৰ ); যোগেশ্বৰসিংহ, মানৰ দিন; বৃটিচ গৱৰ্ণমেণ্টৰ আগমন।**—মান-সেনাপতি আলুংমিঙ্গিয়ে পাতি থৈ যোৱামতেই চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱে খ্ৰীঃ ১৮১৯ চনত দ্বিতীয়বাৰ ৰাজপাটত উঠি পুনৰ ৰাজত্ব আৰম্ভ কৰে। তেওঁৰ এই ৰাজত্বত মাটিবৰ সেনাপতিৰ ভাৱেক কলিবৰ বুঢ়াগোহাঁই; দিহিঙ্গীয়া ফৈদৰ গোবিন্দ

আৰু সন্দিকৈৰ ধনঞ্জয় বৰগোহাঁই ; ধনী আৰু খৰাসন বৰপাত্ৰগোহাঁই ; দুৱৰাৰ যুতকীয়াবৰুৱা, খৰমিয়াল কছাৰিৰ পতাল, ভদ্ৰচন্দ্ৰ আৰু ৰাধানাথ এই কেইজন ক্ৰমে বৰবৰুৱা ; বদনচন্দ্ৰৰ পুতেক জন্মি, বকতিয়ালৰ ভদ্ৰচন্দ্ৰ আৰু লানমাখুৰ লম্বোদৰ এই কেইজন বৰফুকন হয়।

মানৰ ৩য়, আক্ৰমণ।—আগৰ দুবাৰত অহা মানসেনা-বিলাকৰ মুখে অসমদেশৰ নিচেই দুৰ্ব্বল অৱস্থা আৰু অসমীয়া গাভৰু বিলাকৰ ৰূপলাৱণ্যৰ কথা শুনি বৰ্ম্মাদেশৰ ৰজাই অসমদেশ এইবাৰ আপোন ইচ্ছাৰে আক্ৰমণ কৰিবলৈ মন মেলিলে। ইফালে চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱে আলুংমিঙ্গিয়ে এৰি যোৱা অলপীয়া মান-সেনাবিলাকক বলে পাৰিম বুলি ভাবি, আগলৈ আৰু মান আহিব নোৱাৰাকৈ উজনিৰ জয়পুৰৰ ফালে ভালকৈ এটা গড় মাৰিবৰ নিমিত্তে পতাল বৰবৰুৱাৰ গাত ভাৰ দিলে। এই গড় মাৰোঁতে লগত কিছুমান মান-সেনাও নিয়া হৈছিল। মানসেনাবিলাকে গড় মৰাৰ উদ্দেশ্য বুজিব পাৰি, তাতে ছলকৈ বৰবৰুৱাক বধ কৰি, গোপনে বৰ্ম্মাদেশৰ ৰজাৰ আগত সম্বাদ দিলেগৈ। এই বাতৰি পাই, বৰ্ম্মাদেশৰ ৰজা খঙত জ্বলি উঠিল। আৰু, যিমান সোনকালে পাৰে অসমদেশ আক্ৰমণ কৰিবলৈ বুলি ৰজাই মিঙি-মাহা তিলোৱা নামে এজন সেনাপতিৰ অধীনে এজাক সৈন্য পঠিয়ালে। মান-সেনা অহাৰ বাতৰি পাই, চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱে কলিবৰ বুঢ়াগোহাঁই ডাঙ্গৰীয়াৰ হাতত নগৰ গতাই দি, নিজে গুৱাহাটীলৈ পলাই গল। তিলোৱাই নগৰ সোমাব খোজাত, বুঢ়াগোহাঁই ডাঙ্গৰীয়াৰ সৈন্যৰে সৈতে তেওঁৰ এখন ৰণ লাগিছিল। ৰণত মান জিকিল। মান-সেনাপতিয়ে ইয়াৰ পাচত চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱক নগৰলৈ মাতি পঠিয়ালে। কিন্তু স্বৰ্গদেৱে বিপদৰ আশঙ্কা কৰি আহিবলৈ অমান্তি

হোৱাত, তিলোৱাই নিজৰ ৰজাৰ জেঠেৰীয়েক বগা কোৱঁৰৰ পুতেক যোগেশ্বৰ কোৱঁৰক খ্ৰীঃ ১৮২১ চনত কৰতলীয়া ৰজা পাতিলে।

**মহগড়ৰ ৰণ।**—তিলোৱাই যোগেশ্বৰসিংহক নাম মাত্ৰ ৰজা পাতি গোটেই দেশ এই বাৰ নিজৰ অধীনলৈ আনিলে, আৰু চাৰিও ফালে 'মানৰ দিন' বুলি ঘোষণা কৰি দিলে। তাৰ পাচত, ৰূপেশ্বৰ আৰু কলিমন বুঢ়াগোহাঁই; ফোটালৰ পুত্ৰ বৰগোহাঁই; পিজলি বৰপাত্ৰগোহাঁই; পিয়ালি, বালি আৰু ভদ্ৰচন্দ্ৰ ৰবৰুৱা; বাপুৰাম আৰু পিয়ালি বৰফুকন, এইবিলাক মান-সেনাপতিৰ বাছনিমতে নতুনকৈ বিষয়া হয়। এই সময়ত দেশ অৰাজক-প্ৰায় হোৱাত, ৰাইজ ভাগিবলৈ ধৰিলে। মিঙিমাহা তিলোৱাইৰ অধীনত প্ৰায় দহ হেজাৰ মান-সেনা আছিল। এই বিলাকৰ পোহ-পাল যোগোৱা তেওঁৰ পক্ষে টান হলহি। সেই কাৰণে, তেওঁ সেনাবিলাকক তিনি ভাগ কৰি, এভাগ ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে, এভাগ দক্ষিণ পাৰে আৰু এভাগ ব্ৰহ্মপুত্ৰৰ মাজেদি ভটীয়াই দেশত লুটপাট লগাবলৈ এৰি দিলে। ইহঁত যিফালেদি গল, সেই ফালে দেশত মহামাৰী হোৱাৰ দৰে হল; লগে লগে প্ৰজাৰ ওপৰত অন্যায় অত্যাচাৰৰ সীমা নথকাত পৰিল। এই উৎপাত লগাই মান-সেনা উত্তৰ পাৰে দৰঙ্গৰ সীমা, আৰু দক্ষিণ পাৰে গুৱাহাটীৰ সীমা পালেগৈ। এনেতে চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱে মানহঁতক আকৌ ওচৰ চাপিবৰ দেখি, অলপীয়া সৈন্যেৰেই সিহঁতক ভেটা দিবৰ অৰ্থে আয়োজন কৰিছিল। কিন্তু, সেই সময়তে মানৰ তিনিওজাক সেনা গৈ আকৌ একে ঠাই হোৱাত, সিহঁতৰ গতি ভেটা দি ৰখা অসম্ভৱ হল। গতিকে, চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱ ভটীয়াই বৃটিচৰাজ্যত সোমা-লগৈ। আৰু, মানহঁতে গুৱাহাটী নগৰ হস্তগত কৰি, আকৌ

উলটি উজাবলৈ ধৰিলে। ভটীয়াই যাওঁতে মানহঁতে ঢলিয়াই যোৱা অসমীয়া প্ৰজাই পুনৰ ঠন ধৰিবলৈ নৌ পাওঁতেই, আকৌ সিহঁতে উজাই আহোঁতে কৰা অত্যাচাৰত পৰিব লগা হল। এনে ওপৰাউপৰি পীড়নত অসমীয়া প্ৰজাৰ একেবাৰে পিত মৰিল। প্ৰজাৰ দুৰ্গতিৰ সীমা নোহোৱা হল। চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱৰ এই কথা অসহনীয় হোৱাত, তেওঁ ইফালেসিফালে বিচাৰি ৪০০০ বাৰবৰণীয়া সেনা গোটাই লৈ, মৰসাহ দি মানসেনাক আক্ৰমণ কৰিবলৈ উজাই গল। ইফালে পুৰন্দৰসিংহ স্বৰ্গদেৱ আৰু ৰুচিনাথ বুঢ়াগোহাঁই ডাঙ্গৰীয়ায়ো বেঙ্গিনী আৰু ভোটানৰপৰা সৈন্য গোটাই লৈ চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱক সহায় কৰিবলৈ গাত ললে। পিচে, অলপীয়া সেনাৰেই স্বৰ্গদেৱ চন্দ্ৰকান্তসিংহই মৰোঁজীওঁ কৰি বিষম বিক্ৰমেৰে খ্ৰীঃ ১৮২১ চনত 'মহগড়' নামে ঠাইত মান-সেনাৰে সৈতে ৰণ পাতিলেগৈ। স্বৰ্গদেৱে মনৰ বেজাৰত প্ৰাণটাকি যুঁজিলে; আৰু মান-সেনা পাচলৈ ঠাৰবিব নোৱাৰা হৈছিল। কিন্তু, এনেতে ১৮২২ খ্ৰীষ্টাব্দৰ আৰম্ভণত বহুত সৈন্য লৈ মান-সেনাপতি মিঙ্গিমাহা বন্দুলাই যোগ দিলেহি। এই যুদ্ধত স্বৰ্গদেৱ যদিও ঘাটিল, তথাপি মানেও এপালি ভালকৈ পালে। চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱ ৰণত ঘাটিলত পুৰন্দৰসিংহ স্বৰ্গদেৱে গোটোৱা সৈন্যৰে সৈতে আৰু তেওঁ একো কৰিব নোৱাৰিলে। 'মহগড়ৰ ৰণত' চন্দ্ৰকান্তসিংহৰ হাতত এই সেকা পাই, মানহঁতে নেগুৰত গছকা সাপৰ দৰে, থঙত যাকে য'তে পালে তাকে ত'তে নানা অসহনীয় অত্যাচাৰ কৰি নিৰ্দ্দ্ভূ অসমীয়া প্ৰজাবোৰৰ ওপৰত থং সাৰিবলৈ ধৰিলে। মহগড়ৰ ৰণত জয়লাভ কৰি মানহঁতে দুগুণ উৎসাহেৰে ব্ৰহ্মপুত্ৰৰ উত্তৰ আৰু দক্ষিণ দুয়ো পাৰে গোটেইখন দেশ সম্পূৰ্ণৰূপে হাত কৰি ললে; চাৰিওফালে 'মানৰ দিন' বুলি অত্যাচাৰৰ ঢৌ বিয়পি পৰিল।

মানৰ দিনৰ উৎপাত। – অসমীয়া প্ৰজাৰ ওপৰত মানৰ অমানুষিক অত্যাচাৰৰ বিষয় কবলৈ কথা নোলায়, লিখিবলৈ কাপ নচলে। পুৰুষৰ কথা এৰিলেও, নিৰ্দ্দোষী লৰা-ছোৱালী আৰু তিৰোতাবিলাকৰ প্ৰতি মানহঁতৰ পাশৱ ব্যৱহাৰৰ বিষয় অকথনীয়। মানহঁতে সৰু লৰা-ছোৱালীক গছলৈ ফম্মু টিয়াই ফল পাৰি খাইছিল! গৰ্ভাৱতীৰ গৰ্ভ ছিৰি সন্তান উলিয়াই ৰং চাইছিল! লৰা-তিৰোতাক পিচলৈ হাত জঁপাই শলা মাৰি এৰি গৈছিল! কুমলীয়া বাঁহগাজেৰে মৰিয়াই তাৰ সুং লগাই কত জনক লেলাত ভুঞ্জাই এৰিছিল! কত লৰা-ছোৱালী-তিৰোতাক ঘৰৰ ভিতৰত সুমাই লৈ দুৱাৰ বান্ধি জুই লগাই দি ৰং চাইছিল! কোনো কোনো ঠাইত বাঁহৰ চাং পাতি তাৰ ওপৰত লৰা-ছোৱালী, কেঁচুৱা-মাইকী তুলি তলত ধোৱাঁ দি শাস্তি দি বধিছিল! ইত্যাদি। মানহঁতৰ এনে উৎপাতৰ উপৰিও কিছুমান দাঁতি-কাষৰীয়া পৰ্ব্বতীয়া জাতিয়েও লুটপাত আদি নানা অত্যাচাৰ কৰিবলৈ ধৰিলে। আন কি, পেটৰ দায়ত পৰি অসমীয়া মানুহেও মানৰ বেশ ধৰি গাওঁয়ে-ভুঁইয়ে ডকাইতি কৰিবলৈ এৰা নাছিল। মোটৰ ওপৰত কবলৈ গলে, সেই দুৰ্দ্দিনত ইতৰ জন্তুৱে সহিব নলগা দুখ-কষ্ট, যন্ত্ৰণা আৰু অত্যাচাৰ অসমীয়া প্ৰজাই সহিব লগাত পৰিছিল! সেই হে 'মানৰ দিন' বুলিলে আজিও অসমীয়া মানুহ জিকাৰি উঠে!!

হাটবৰৰ ৰণ।—দেশত মানৰ সম্পূৰ্ণ অধিকাৰ চলিব দেখি, পুনৰ ৰাজপাটলৈ আশা কৰি, চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱ মান-সেনাপতিৰ শৰণাগত হলগৈ। কিন্তু, তেওঁৰ সেই আশাত গুটি নধৰিল; মানহঁতে তেওঁক ৰংপুৰতে বন্দী কৰি ৰাখিলে। ইয়াৰ পাচত, মানহঁতৰ মন দোপত-দোপে উঠিবলৈ ধৰিলে। সিহঁতে অসমদেশৰ লগত চামিল কৰি লবৰ মনেৰে, খ্ৰীঃ ১৮২৩ চনত কাছাৰৰাজ্য আক্ৰমণ কৰিলেগৈ। কাছাৰৰ

ৰজা চন্দ্ৰজিতসিংহই এই আক্ৰমণ সহিব নোৱাৰি বৃটিচৰ শৰণাগত হলগৈ। বৃটিচ গৱৰ্ণমেণ্টে মান-সেনাপতিক কাছাৰ আক্ৰমিবলৈ হাক দিলে। কিন্তু, মানহঁতে তালৈ কাণ নকৰি ক্ৰমশঃ আগুৱাবলৈ হে ধৰিলে। অৱশেষত, বৃটিচসিংহৰ গাতো মানহঁতে হাত দিলেগৈ; চট্টগ্ৰামৰ ওচৰত ইংৰাজৰ অধীনৰ চাহপুৰ নামে এডোখৰ ঠাই সিহঁতে বলেৰে হস্তগত কৰিলেগৈ। বৃটিচ গৱৰ্ণমেণ্টে ইয়াৰ আগৰেপৰা অসমত মানহঁতৰ অমানুষিক অত্যাচাৰৰ বাৰ্ত্তা পাই আছিল। এইবাৰ নিজৰ গাতে হাত পৰাত বৃটিচসিংহ গৰজি উঠিল; গৱৰ্ণৰ জেনেৰেল লৰ্ড আম্‌হাৰ্ষ্টে খ্ৰীঃ ১৮২৪ চনত মানৰে সৈতে যুদ্ধ কৰিবলৈ আদেশ দিয়ে। এই আদেশ অনুসৰি, স্কট আৰু মেক্‌মৰিণ চাহাবে লগত কিছুমান সৈন্য লৈ, দুয়ো দুফালৰপৰা মানক বেৰি ধৰিলেহি। মানহঁতে এই আক্ৰমণ সহিব নোৱাৰি উজাই পলাবলৈ ধৰিলে। বৃটিচ সেনায়ো ছেগ বুজি সিহঁতক পাচে পাচে খেদি নিলে! এই খেদাত মানৰ সেনা জাক-ভগা গৰুৰ দৰে হল। মানৰ দুৰ্গতি দেখি, পলাই থকা অসমীয়া প্ৰজা-বিলাকেও ওলাই আহি বৃটিচ সেনাক সহায় কৰিবলৈ ধৰিলে। পিচে, হাটবৰ নামে ঠাই এডোখৰত মানহঁতে উলটি ধৰাত, সিহঁতৰে সৈতে ১৮২৩ খ্ৰীষ্টাব্দত কেপ্টেইন ৰিচাৰ্ডৰ এখন যুদ্ধ হল। এই যুদ্ধত মান-সেনা দুভাগ কটা গল, এভাগ নৈ পাৰ হওঁতে মাজতে নাও বুৰি মৰিল। আৰু, বৃটিচ সেনা ক্ৰমশঃ উজাই নগৰ সোমালগৈ। মান-সেনাপতিয়ে নিৰুপায় হৈ সন্ধিৰ প্ৰস্তাৱ কৰিলে। ৰিচাৰ্ড চাহাবেও নিজৰ ফৌজৰ গোলা-বাৰুদ আৰু আহাৰ-পাতিৰ নাটনি পৰাৰ আশঙ্কাত সেই সন্ধিত সম্মত হল। সেই সন্ধিমতে ইয়াকে স্থিৰ কৰা হল যে মানহঁতে আৰু অসমদেশত উপদ্ৰৱ নকৰিব। যিবিলাকে দেশলৈ উলটি যাব খোজে সিবিলাকে যাব পাৰে; যিবিলাকে অসমতে থাকিবলৈ মন কৰে,

সিবিলাকে শান্ত ভাৱে থাকিব লাগিব। সেই অনুক্রমে, মানবিলাকৰ কিছুমান বেজাৰ মনেৰে ঘৰলৈ উলটিল, কিছুমান অসমৰ দাঁতিয়ে-কাষৰে বৈ গল। ইয়াৰ পাচত, স্কট চাহাবে দেশত শান্তি থাপিবলৈ চকু দিলে। চন্দ্রকান্তসিংহ স্বৰ্গদেৱ তেতিয়ালৈকে ৰংপুৰতে আছিল। স্কট চাহাবৰ আদেশ অনুসৰি, তেওঁ গুৱাহাটীতে বৃটিচ গৱৰ্ণমেণ্টৰ 'পেন্‌চন' ভোগ কৰি থকাটো স্থিৰ হল (১)। যোগেশ্বৰসিংহ স্বৰ্গদেৱ যোগীঘোপাত মৰিলগৈ। পুৰন্দৰসিংহ স্বৰ্গদেৱকো বৃটিচ গৱৰ্ণমেণ্টৰ-পৰা 'পেন্‌চন' ধাৰ্য্য কৰি দিয়া হল (২)। এই দৰে, "মানৰ দিনৰ" দুখৰ কাহিনীয়ে অসমত ইন্দ্রবংশী আহোম ৰজাসকলৰ ৬০০ বছৰীয়া ৰাজত্বৰ সামৰণি পেলালে।

**ইয়াণ্ডাবু সন্ধি।**— কৰ্ণেল ৰিচাৰ্ড্ আৰু কেপ্টেইন স্কট চাহাবৰ হাতত অসমৰ শাসন-ভাৰ অৰ্পণ কৰি, লৰ্ড্ আম্‌হাৰ্ষ্টে চাৰ আৰ্চিবল কেম্বেল চাহাবক কিছুমান সৈন্য দি বৰ্ম্মাদেশ আক্রমণ কৰিবলৈ পঠিয়ালে। খ্রীঃ ১৮২৫ অব্দত বৃটিচ সৈন্যই পোন-প্রথমে ডনাবু নামেৰে এডোখৰ ঠাই অধিকাৰ কৰোঁতেই, অসমলৈ অহা মিঙ্গিমাহা সেনাপতি ৰণত পৰিল। ইয়াৰ পাচত, মানসেনা ক্রমাৎ পলাই দেশৰ ভিতৰৰ ফালে যাবলৈ ধৰিলে; বৃটিচ সেনাই ইয়াণ্ডাবু নামে ঠাইলৈকে মান-

---

(১) চন্দ্রকান্তসিংহৰ পুতেক ঘনকান্তসিংহ; তেওঁৰ পুতেক কেশৱকান্তসিংহ। এতিয়া কেশৱকান্তসিংহৰ ৰাণীয়ে বৃটিচ গৱৰ্ণমেণ্টৰপৰা পেন্‌চন ভোগ কৰি গুৱাহাটীতে আছে।

(২) পুৰন্দৰসিংহৰ পুতেক কামেশ্বৰসিংহ; তেওঁৰ পুতেক কন্দৰ্পেশ্বৰসিংহ; তেওঁৰ পুতেক নৰেশ্বৰসিংহ আৰু কুমুদেশ্বৰসিংহ। পুৰন্দৰসিংহ স্বৰ্গদেৱৰ বংশ এতিয়া লোপ পাইছে।

সেনাক খেদি গল। বৰ্ম্মাদেশৰ ৰজাই ইয়ানতে বৰ ভয় পাই, খ্ৰীঃ ১৮২৭ অব্দৰ ৪ ফেব্ৰুৱাৰীত এই ঠাইতে ইংৰাজৰে সৈতে সন্ধি কৰে। এই সন্ধি অনুসৰি, বৃটিচ গৱৰ্ণমেণ্টে মানৰ হাতৰপৰা আৰাকান, মার্টাবান, টেনাচেৰিম আৰু অসমদেশ হাত কৰিলে। ইয়াকে 'ইয়াণ্ডাবু সন্ধি' বোলে। এই সন্ধিৰ পাচৰপৰা হোজা অসমীয়া প্ৰজাই বৃটিচ ৰাজ-ছত্ৰৰ তলত মানৰ অত্যাচাৰকো পাহৰি নিৰ্ভয় মনেৰে দিন নিয়াব লাগিছে।

---

## ৫। আধ্যা।

### আহোম ৰজাঘৰীয়া কথা।

ৰাজধানী।—আহোম ৰজাৰ ৰাজধানীয়ে অসমত পৃথিবীক সু-সভ্য ৰাজক্ষমতাৰ চিনাকি দিয়ে। ৰাজনগৰ আৰু ৰাজধানীৰ পকী ঘৰ-দুৱাৰৰ আৰ্হি আৰু তাৰ কাৰুকাৰ্য্যাদিয়ে তাক ডাঠি সমৰ্থন কৰে। পৃথিবীৰ দূৰৈৰ সভ্য ঠাইৰ কথা এৰি, ভাৰতবৰ্ষৰ ভিতৰত আহোম ৰাজধানী আৰু ৰাজনগৰ অতুলনীয় বুলি জাতবৈৰীৰ কাপেও বৰ্ণনা কৰি গৈছে। এই বিষয়ে বহলাই বৰ্ণাবলৈ এই ক্ষুদ্ৰ পুথিত ঠাইৰ নাটনি। গতিকে, মীৰজুম্লাৰ অসম আক্ৰমণৰ সময়ত লগত অহা এজন মছলমান কাকতীয়ে পাৰচ্য ভাষাত আহোম ৰাজনগৰৰ বিষয়ে যি স্বৰূপ বৰ্ণনা কৰিছে, তাৰ সাৰাংশৰ ভাঙনী মাথোন দিয়া হল। সেই মছলমান লেখক ইবন্ মহম্মদ ওৱালিয়ে তেওঁৰ "ফঠীয়া-ই-ইব্ৰীয়াহ" (Fathiai-Ibriah) নামে পুথিত গড়গাওঁ নগৰ এই দৰে বৰ্ণাইছে;—"গড়গাওঁ নগৰৰ চাৰিখন পকী দুৱাৰ। ৰাজভবনৰ ( কাৰেং ) পৰা প্ৰত্যেকখন

দুৱাৰলৈকে তিনি ক্রোশ। নগৰৰ চৌপাশে এটা বৰ ওখ আৰু বহল আলি। এয়ে ৰাজদুৰ্গৰ পৰিধি। আলিৰ বাহিৰে কাষে-কাষে বেপাৰাদিৰ কাৰখানা; ভিতৰে আলিৰ কাষে-কাষে নগৰীয়া লোক আৰু বিষয়াসকলৰ ঘৰবাৰী। প্ৰতিঘৰৰ সমুখত আলিবাটত লগাই একোখনি বাগিছা। এই দুৰ্গ-আলিৰ ভিতৰত ৰজাৰ কাৰেঙৰ চৌপাশে আৰু এটা ধুনীয়া পকী আলি। তাৰ কাষে-কাষে এটা পানীৰে চপ্‌চপীয়া গড়খাৱৈ। এই আলিবেড়ৰ পৰিধি এক ক্রোশ দৈধ্য জৰিপ। এই ভিতৰ গড়ৰ মাজত আলিমুখীয়াকৈ আৰু কাৰেংমুখীয়াকৈ দুখন-দুখন আগ আৰু পাচ বাগিছাৰে সৈতে ফুকন-বিষয়াসকলৰ ঘৰ-বাৰী। ইবিলাক প্ৰায় সকলোটি ৰজাৰ জোৱাঁয়েক বা আন সম্বন্ধীয়া লোক। ৰজাৰ চোলং ( দেৱানখানা ) দীঘে ১২০ হাত আৰু পথালিয়ে ৩০ হাত। এই ঘৰৰ ৬৬টা স্তম্ভ; প্ৰত্যেকটী বিতোপন স্তম্ভৰ বেৰ বা পৰিধি ৪ হাত। ঘৰটিৰ ছাল-বাৰ আচৰিত কৌশল খটাই কাঠৰ কাৰুকাৰ্য্যেৰে সুশোভিত কৰা হৈছে। ভিতৰ বাৰত ডাঙৰ পিতলৰ দাপোন শাৰী-শাৰী; তাত সূৰ্য্যৰ ৰশ্মি পৰি তাৰ অপূৰ্ব্ব জেউতি চৰায়। ৰজা বহা খোটালীত সমুখা-সমুখী চাৰিটা চক্‌চকীয়া স্তম্ভৰ প্ৰত্যেকটোত ৯টাকৈ সোণৰ উজ্জ্বল আঙঠি মেৰোৱা। এই খোটালীৰ বিতোপন চক্‌চকীয়া সাতথলপীয়া ভেঁটীৰ ওপৰত ৰাজসিংহাসন পতা হয়। তাৰ ওপৰত হৰেক ৰকমৰ সোণ আৰু মূল্যবান ধাতুৰ আঙঠিৰে তৰা ন থলপা চাঙটি চান্দোৱাৰ। নানাবিধ বহুমূলীয়া অলঙ্কাৰ আৰু অতুলন সাজ-সমলেৰে গোটেই ঘৰটি পৰিপূৰ্ণ। তাৰ সৌন্দৰ্য্য ভাষাৰে বৰ্ণোৱা অসাধ্য। চমুকৈ কবলৈ হলে, এই পৃথিবীত তুমি এনে ধুনীয়া অলঙ্কাৰ-পূৰ্ণ ঘৰ বিচাৰি নাপাবাঁ। বাৰ হাজাৰ বাঢ়ৈয়ে এবছৰে এই অট্টালি-কাটি নিৰ্ম্মাণ কৰি উলিয়ায় বুলি জনা যায়। ইয়াকে চাই ৰজাৰ শয়ন-

মন্দিৰ। ইয়াৰ সৌন্দৰ্য্যত আপোন পাহৰা যায়। ইয়াত বাজেও ভালেমান আহল-বহল বিতোপন সুসজ্জিত মজবুট অট্টালিকাৰে ৰজাৰ টোলটি জিলিকি আছে। কিন্তু হাঁয়! এই ৰাজ্য আমাৰ সম্রাটৰ সাম্রাজ্যৰ ভিতৰ নহল!" কিন্তু এতিয়া সেই বিতোপন নগৰৰ চিন-মোকাম নোহোৱাত পৰিছেগৈ,—কাৰেংঘৰৰ ভগ্নাৱশেষ মাত্র ৰৈছে।



কাৰেংঘৰৰ ভগ্নাৱশেষ।

**ৰাজকৰ্ম্মচাৰী।**—অসমৰাজ্য শাসন কৰিবৰ নিমিত্তে আহোমৰ স্বকীয়া শাসন-প্ৰণালী প্ৰচলিত আছিল। শাসনৰ ঘাই ক্ষমতা ৰজাৰ হাতত; কিন্তু তেওঁক বুঢ়াগোহাঁই, বৰগোহাঁই আৰু বৰপাত্ৰগোহাঁই এই তিনিজনা গোহাঁই-ডাঙ্গৰীয়া বা প্ৰধান মন্ত্রীয়ে সহায় কৰিব লাগে। সকলো লাগতিয়াল কথাত এই ডাঙ্গৰীয়া তিনি-জনৰে সৈতে ৰজাই পৰামৰ্শ কৰিব লাগে; আৰু ইবিলাকৰ সম্মতি

নেলোৱাকৈ ৰজাই কোনো যুদ্ধ-বিগ্ৰহাদিও চলাব নোৱাৰে। এই তিনিওজনা ডাঙৰীয়াৰ একমত হলে ৰজাক ভাঙিব বা পাতিব পাৰিছিল। আৰু, এই তিনিজনাত বাজেও, শদিয়াত শদিয়াখোৱা গোহাঁই, মৰঙ্গিত মৰঙ্গিখোৱা গোহাঁই, কলিয়াবৰত সলাল গোহাঁই, ৰহাত ৰহিয়াল ফুকন, গুৱাহাটীত বৰফুকন, আৰু দাঁতি-কাষৰত বাৰজনা ৰাজখোৱা উপাধিধাৰী আহোম কৰ্ম্মচাৰীয়ে মহাৰজাৰ প্ৰতিনিধি স্বৰূপে শাসনৰ ভাৰ পাইছিল। এই সকলত বাজেও ৰাজকাৰ্য্যৰ ভাগ অনুসৰি ভাগে-ভাগে বৰুৱা-ফুকন আদি বিষয়া বা ৰাজকৰ্ম্মচাৰী আছিল। সিবিলাকৰ তালিকা তলত দিয়া হল। আহোমৰজাৰ বিচাৰ-প্ৰণালী পকা আৰু বৰ টান আছিল। বিচাৰকে বাদী, বিবাদী আৰু সাক্ষীৰ 'জৱানবন্দী' লিখিবৰ নিয়ম চলিছিল। প্ৰাণদণ্ড বিহিবৰ ক্ষমতা কেৱল ৰজা আৰু ঘাই মন্ত্ৰীৰ হাতত ৰখা হৈছিল। আহোম ৰজাসকলৰ দিনত হোৱা উগ্ৰদণ্ডৰ কথা এতিয়া বাহুল্যকৈ শুনিবলৈ পোৱা যায়; কিন্তু প্ৰকৃততে তেনে নাছিল। আহোম ৰাজত্বৰ শেহ-ছোৱাত, যেতিয়াৰপৰা দেশত বিদ্ৰোহাদিৰ উৎপাত হবলৈ আৰম্ভ হল, তেতিয়াৰপৰা হে উগ্ৰ শাস্তি দিয়াৰ নিয়ম চলিবলৈ ধৰিলে। মুঠতে কবলৈ গলে, আহোম ৰজাসকলৰ ৰাজত্বৰ কালত এই দেশৰ কোনো দুখ-কষ্ট নাছিল; আৰু শেহছোৱাত যেনে অনিয়ম-অত্যাচাৰ হৈছিল, সেইবোৰ আগেয়ে একোৱেই নাছিল। প্ৰজাসকলে খাজানা নিদি তাৰ সলনি ৰাজঘৰত খাটি দিয়াৰ নিয়ম চলিছিল; ৰজায়ো প্ৰজাৰ দুখ-অভাৱ গুচাবৰ কাৰণে যি যি কৰিব লাগে সকলো কৰিছিল। ৰাজ-কৰ্ম্মচাৰী বা বিষয়াসকলেও ৰজাঘৰৰপৰা অৰ্থ-কড়িৰে বন্ধা দৰ্ম্মহা নাপাইছিল, তাৰ সলনি সিবিলাকে পাইক বা সিবিলাকক আৰ্জ্জি খুৱাবলৈ এবিধ প্ৰজা পোৱাৰ নিয়ম চলিছিল। ৰজা আৰু বিষয়াৰ

ঘৰত বৈ দিব লগা প্ৰজা শ্ৰেণীক কাঁড়ী বা পাইক বুলিছিল। সেই পাইক চাইটা-চাইটাই একগোট লেথ হৈছিল, আৰু এটাক গুটীয়াকৈ এপোৱাৰ লেথত ধৰিছিল। প্ৰতি কুৰিগোটৰ ওপৰত এজন 'বৰা'; পাঁচজন বৰাৰ ওপৰত এজন 'শইকীয়া'; আৰু দহ জন শইকীয়াৰ ওপৰত এজন 'হাজৰীকা' এই নিয়মে পাইকচলোৱা কৰ্ম্মচাৰী আছিল। পাইক বা কাঁড়ী-শ্ৰেণীৰপৰা চমুৱালৈ উঠিব লাগে, তাৰপৰা হে কোনো উপযুক্ত জন বিষয়ালৈ উঠিব পাৰিছিল।

ডাঙ্গৰীয়াসকলক ৰজাঘৰৰপৰা সুকীয়া আহিলা-পাতি দি গতি-বিধিৰ নিয়ম নিৰ্ব্বন্ধ কৰি দিয়া হৈছিল। সেই সকলে ৰাজকীয় মৰ্য্যাদা অনুসাৰে হে নিৰ্দ্ধাৰিত আহিলা-পাতি ব্যৱহাৰ কৰিবলৈ পাইছিল। চাল-চলনতো ৰাজকীয় নীতি-নিয়ম পালন কৰি চলিবলৈ সিবিলাক বাধ্য আছিল। বুঢ়াগোহাঁই, বৰগোহাঁই আৰু বৰপাত্ৰগোহাঁই এই তিনি জনা ডাঙ্গৰীয়াৰ সমান মৰ্য্যাদা। গতিকে, সিবিলাকে কেঁকোৰা দোলা, সোণৰ চুলাৰে পানীজাপি, পাখি-বিছনি, কেপকৰা তলিচা ইত্যাদি আহিলা-পাতি সমানে ব্যৱহাৰ কৰিবলৈ পাইছিল। চাল-চলনতো তেনে নিয়ম নিৰ্ব্বন্ধ আছিল। ডাঙ্গৰীয়াসকল বাহিৰলৈ ওলালে আগত বিলতীয়া গায়নে গাই যায়, কালীয়াই কালি মাৰি যাব লাগে, ৰঙ্গা চুলিৰে বৰচি আৰু চুলি-লগা দাৰে লগত পালি যাবৰ নিয়ম আছিল। বাটত ৰজাৰে সৈতে ভেঁটা-ভেঁটী হবৰ সময়ত, স্বৰ্গদেৱ যি বাহনত আছে, তেনে বাহনত উঠি ডাঙ্গৰীয়াসকলে বাওঁৱে দেখা দি যাব লাগে। ৰজাৰ চৰাত মেল সুধিবলৈ, বা ৰাজকীয় কামত যাব লগা হলে স্বৰ্গদেৱে কটকীৰ মুখে নিমন্ত্ৰণ পঠিয়াব লাগে। ৰজাৰ বিনা অনুমতিৰে কোনো বৰুৱা, ফুকন, ৰাজখোৱা আদি বিষয়া-ডাঙ্গৰীয়াসকলৰ ঘৰলৈ যাব নোৱাৰে। দাঁতিয়লীয়া গোহাঁই তিনিজনাৰ ভিতৰত আকৌ সমান

মৰ্য্যাদা। সিবিলাকৰো স্বকীয়া আহিলা-পাতি আৰু চাল-চলনৰ গতি-বিধি বন্ধা আছিল। এই তিনিজনাই যাই তিনিজনাৰে সৈতে ভেঁটা-ভেঁটী হলে সিবিলাকক বাট এৰি দিব লাগে। ইবিলাকৰ পাচত, বৰবৰুৱা আৰু বৰফুকন এই দুজনৰ মৰ্য্যাদা সমান। ইবিলাকৰো বেলেগ আহিলা-পাতি, চলাচলৰ গতি-বিধি বন্ধা আছিল। এওঁবিলাকে ডাঙ্গৰীয়াসকলৰে সৈতে ভেঁটা-ভেঁটী হলে চাঙ্গিৰপৰা নামি দেখা দিব লাগে। ইত্যাদি নিয়মেৰে বেলেগ-বেলেগ বিষয়াৰ বেলেগ-বেলেগ মৰ্য্যাদা অনুসৰি স্বকীয়া আহিলা-পাতি আৰু চাল-চলনৰ গতি-বিধি সুন্দৰকৈ বন্ধা আছিল।

ৰণ-বল।—যুদ্ধ-বিগ্ৰহাদিৰ বিষয়তো আহোমৰজাৰ স্বকীয়া ব্যৱস্থা আছিল। আদিছোৱাত পাইক-শ্ৰেণী মানুহকে সময়মতে যুদ্ধ-কাৰ্য্যতো লগোৱা হৈছিল। কিন্তু, কলিয়াভোমোৰা বৰফুকনে ১৭৯৬ খ্ৰীষ্টাব্দত বৃটিচৰ আহিৰে পল্টন গঠন কৰিববৰপৰা যুদ্ধ-কাৰ্য্যৰ নিমিত্তে এক শ্ৰেণী মানুহ সুকীয়াকৈ ৰখা হৈছিল। পিচলৈ ৰাজ্যৰ ভিতৰত নানা প্ৰকাৰৰ বিদ্ৰোহাদি হববৰপৰা দুৰ্ব্বল হল বুলিও, আগডোখৰত আহোমৰজাৰ ৰণবল বৰ তেজী আৰু কাজুৱা আছিল। মাটি-যুদ্ধ আৰু পানী-যুদ্ধত অসমীয়া সেনা বৰ পৈণত থকাৰ প্ৰমাণ মিৰজুম্লাৰ অসম আক্ৰমণৰ সময়ত আৰু শৰাইঘাটৰ ৰণত ভালকৈ পোৱা যায়। অশ্বাৰোহী বা ঘোঁৰা-ৰণুৱাদল বৰ কাজুৱা নাছিল; পাচলৈ এই বিধ সৈন্য একেবাৰে অকামিলা হোৱাত ক্ৰমাৎ তাৰ অস্তিত্ব নথকাৰ দৰে হলগৈ। আহোমৰ ৰাজত্বত কোনো কোনো তিৰোতাও যুদ্ধবিদ্যাত পৈণত আছিল আৰু ৰণক্ষেত্ৰত উপস্থিত হৈছিল।

বন্দী-বেটী।—আহোম ৰাজত্বত বন্দী বা গোলাম ৰখাৰ প্ৰথা প্ৰচলিত আছিল। এইবিলাক যুদ্ধত বন্দী হোৱা মানুহৰপৰা ৰাখিছিল,

কিম্বা কোনো পৰ্ব্বতীয়া বা দাঁতি-কাষৰীয়া মানুহৰপৰা কিনি লোৱা হৈছিল। সচৰাচৰ বন্দী-বেটীৰ বেচ, ভাল কুলীয়া মতাত ২০৲ কুৰি টকাৰপৰা বেয়া কুলীয়া তিৰোতাত ৩৲ তিনটকালৈকে প্ৰচলিত আছিল। এই বন্দী-বেটীবিলাক গৰাকীৰ স্বকীয়া সম্পত্তিস্বৰূপ আছিল; সিহঁতৰ ওপৰত ৰজাঘৰৰ হাত নাছিল। ডাঙ্গৰীয়া-বিষয়াসকলৰ বন্দী-বেটীবিলাক ৰণলৈকো যাব নালাগিছিল। সেই কাৰণে, তেতিয়াৰ নীচ শ্ৰেণীৰ প্ৰজাবিলাকে পাইক বা কাঁড়ীৰ শ্ৰেণীত ভুক্ত হোৱাতকৈ বন্দী-বেটী সোমাবলৈ ভাল পাইছিল। গতিকে, বহুতে আপোন ইচ্ছাৰেও বন্দী সোমাইছিল। আহোমৰ ৰাজত্বত বন্দী-বেটীৰ সংখ্যা তাকৰ নাছিল; আন কি, বৃটিচ গৱৰ্ণমেণ্টৰ আগমনৰ পাচত, ডেভিড স্কট চাহাবে অকল কামৰূপৰপৰাই ১২০০০ বাৰ হেজাৰ বন্দী-বেটীক মুক্তি দিয়ে। আহোমৰজাৰ দিনত সকলো ডাঙ্গৰীয়া-বিষয়া আৰু ভদ্ৰ শ্ৰেণী মানুহৰ ঘৰত অন্ততঃ দুই-চাৰিকৈ বন্দী-বেটী আছিল; কিন্তু আজিকালি তাৰ চিন পাবলৈকো নাই।

## আহোম ৰজাদিনীয়া বিষয়াসকলৰ খিতাপৰ তালিকা।

১। বুঢ়াগোহাঁই ডাঙ্গৰীয়া।
২। বৰগোহাঁই ডাঙ্গৰীয়া।
৩। বৰপাত্ৰগোহাঁই ডাঙ্গৰীয়া।
৪। শদিয়াখোৱা গোহাঁই।
৫। সলাল গোহাঁই।
৬। মৰঙ্গিখোৱা গোহাঁই।
৭। বৰফুকন।
৮। বৰবৰুৱা।
৯। নাওবৈচা ফুকন।
১০। পানীফুকন।
১১। ভিতৰুৱাল ফুকন।
১২। দুজন ডেকা-ফুকন।
১৩। দুজন দিহিঙ্গীয়া ফুকন।
১৪। ন-ফুকন।

তিনিজনা গোহাঁই-ডাঙ্গৰীয়াৰ মৰ্য্যাদা সমান।

১৫। চেটীয়া ফুকন।
১৬। মেওগ ফুকন।
১৭। ন্যায়সোধা ফুকন।
১৮। চাওকুঙ্গৰ ফুকন।
১৯। ৰহিয়াল ফুকন।
২০। নিবুকিয়াল ৰাজখোৱা।
২১। বচা ৰাজখোৱা।
২২। দুজন দিহিঙ্গীয়া ৰাজখোৱা।
২৩। দুজন সলগুৰীয়া ৰাজখোৱা।
২৪। অভয়পুৰীয়া ৰাজখোৱা।
২৫। নামডঙ্গীয়া ৰাজখোৱা।
২৬। দিখৌমুখীয়া ৰাজখোৱা।
২৭। গজপুৰীয়া ৰাজখোৱা।
২৮। দৈয়ঙ্গীয়া ৰাজখোৱা।
২৯। ঘিলাধৰীয়া ৰাজখোৱা।
৩০। চেটীয়া পাত্র বৰুৱা।
৩১। দুজন ঘৰফলীয়া বৰুৱা
৩২। মৰাণ ডেকাবৰুৱা।
৩৩। চাওকুঙ্গৰ বৰুৱা।
৩৪। চোলাধৰা বৰুৱা।
৩৫। থাবঘৰীয়া ফুকন।
৩৬। ঢেঁকিয়াল ফুকন।
৩৭। নাওশলীয়া ফুকন।
৩৮। তামুলি ফুকন।
৩৯। চিৰিং ফুকন।
৪০। কাঠ বৰুৱা।
৪১। জালভাৰী ফুকন।
৪২। গন্ধিয়া ফুকন।
৪৩। মজুমদাৰ বৰুৱা।
৪৪। খনিকৰ বৰুৱা।
৪৫। সেনচোৱা বৰুৱা।
৪৬। চাংমাই বৰুৱা।
৪৭। তিপমীয়া ৰাজখোৱা।
৪৮। হাতী-বৰুৱা।
৪৯। ঘোঁৰা-বৰুৱা।
৫০। কুকুৰাচোৱা বৰুৱা।
৫১। ৰাজগুৰু ফুকন।
৫২। চাওদাং বৰুৱা।
৫৩। দোলাকাষৰীয়া বৰুৱা।
৫৪। জৰাধৰা বৰুৱা।
৫৫। বেজবৰুৱা।
৫৬। দুলীয়া বৰুৱা।
৫৭। দৰবধৰা বৰুৱা।
৫৮। কাঠকটীয়া বৰুৱা।
৫৯। মলিয়া বৰুৱা।
৬০। ঘিঁউ বৰুৱা।
৬১। পাখিমৰীয়া বৰুৱা।
৬২। গজপুৰীয়া বৰুৱা।

সমাজ আৰু শাসনৰ প্ৰতি বিভাগতে এজনাকৈ বৰমুৰীয়া আছিল।

| | |
|---|---|
| ৬৩। শিলাকুটী বৰুৱা। | ৭৫। চাৰিঙ্গীয়া বৰুৱা। |
| ৬৪। চৰাইমৰীয়া বৰুৱা। | ৭৬। তিপমীয়া বৰুৱা। |
| ৬৫। ধেনুচোঁচা বৰুৱা। | ৭৭। নামৰূপীয়া বৰুৱা। |
| ৬৬। বুতকীয়া বৰুৱা। | ৭৮। ৰহিয়াল বৰুৱা। |
| ৬৭। ৰাইডঙ্গীয়া বৰুৱা। | ৭৯। পুৰণিমেলৰ বৰুৱা। |
| ৬৮। পৰ্ব্বতীয়া ফুকন। | ৮০। মাজুমেলৰ বৰুৱা। |
| ৬৯। থঙ্গীয়া ফুকন। | ৮১। সৰুমেলৰ বৰুৱা। |
| ৭০। চাৰিঙ্গীয়া ফুকন। | ৮২। মাহীমেলৰ বৰুৱা। |
| ৭১। তিপমীয়া ফুকন। | ৮৩। ন-মেলৰ বৰুৱা। |
| ৭২। ৰাইডঙ্গীয়া বৰুৱা। | ৮৪। গাভৰুমেলৰ বৰুৱা। |
| ৭৩। পৰ্ব্বতীয়া বৰুৱা। | ৮৫। কলিচেঙ্গৰ বৰুৱা। |
| ৭৪। থঙ্গীয়া বৰুৱা। | ৮৬। এনাইঘৰীয়া বৰুৱা। |

ইয়াত বাজেও কাকতী, বৰকাকতী, চাংকাকতী, কটকী, বৰকটকী, দলৈ, বৰদলৈ, দেৱলীয়া বা সেৱাচলোৱা আদি বিষয়া আগৰেপৰা আছিল আৰু শেহছোৱাত কিছুমান সোমাইছিল। বৰা, শইকীয়া, হাজৰীকা আদিও চমুৱা-শ্ৰেণীভুক্ত বিষয়া; ইবিলাকৰ গাত ঘাইকৈ পাইক চলোৱাৰ বাব আছিল। পাইক গোপন কৰাটো এটা গুৰুতৰ অপৰাধ; কোনো পাইক লেখত নোলালে, সেই বাবে পাইক-চলোৱা বিষয়াসকল বিশেষকৈ জগৰীয়া হৈছিল।

## অহম বা আহোমৰ সামাজিক কথা।

অহম বা আহোমৰ সামাজিক আচাৰ-ব্যৱহাৰ আদি ৰাজকীয় নিয়মে চলিছিল। আহোম পৰিয়ালৰ ডাঙ্গৰৰ ঠাল সকলো অৱস্থাতে ডাঙ্গৰ। অৰ্থাৎ, ককায়েকৰ সঁতি-সন্তান ভায়েকৰ সন্তানাদিতকৈ বয়সে

সৰু হলেও, সিবিলাকে ডাঙৰৰ সন্মান পায়; ভায়েকৰ পুতেক বয়সে ডাঙৰ হলেও, নিচাওদেৱাকৰ (বৰপিতাকৰ) পুতেকক ককাইদেও বুলিব লাগে। আহোমৰ ভিতৰত এই নিয়ম এতিয়াও প্ৰচলিত। টাই জাতি বা আহোমৰ বিবাহ-কাৰ্য্য গান্ধৰ্ব্ব্য প্ৰথাৰে সম্পাদিত হয়; আহোম ভাষাত তাক 'চকলং' বোলে। বিবাহৰ সভাস্থলত সম্প্ৰদানাদি কাৰ্য্য প্ৰকাশ্যে সমাধা হোৱাৰ পাচত, চকলঙৰ কাৰ্য্য আবুৰত শেষ কৰা হয়; বৰ-কন্যাৰ আপোন জাতিৰ দুজন মানুহত বাজে, আনে এই কাৰ্য্যৰ ভাগ নাপায়। চকলঙৰ আধ্যাত্মিক উদ্দেশ্য অতি মহৎ। ইয়াত বৰ-কন্যাৰ বিয়াৰ নোহনি কেইদিন হাতত লোৱা আঙ্গঠি, কটাৰি, তামোল ইত্যাদি অহম-বিধিমতে সলনাসলনি কৰাই, উপদেশ মন্ত্ৰেৰে দুইৰো দেহ-মন-প্ৰাণ একভাবত ৰখা হয়; আৰু তেতিয়া দুই অৰ্দ্ধাঙ্গক মিলাই এক পূৰ্ণাঙ্গ কৰাৰ ধৰ্ম্মোপদেশ দিয়া হয়।

আহোমসকলে সিবিলাকৰ বৰ্ম্মী পিতৃপুৰুষসকলৰ দৰে তিৰোতা-সমাজক বৰ সন্মান কৰিছিল। এতিয়াৰ দৰে আগৰ দিনত সিবিলাকৰ 'পৰ্দ্দা'-প্ৰথাৰ প্ৰচলন নাছিল। ৰাজমাওসকলে প্ৰায় ৰাজসভাত মন্ত্ৰী-সকলৰে সৈতে ৰাজকীয় বিষয়ৰ আলোচনাৰ ভাগ লৈছিল। অনেক ৰাজকাৰ্য্যত কুৱঁৰীসকলৰ অধিকাৰ চলাৰ প্ৰমাণ পোৱা যায়। কেইবা-গৰাকীও কুৱঁৰীয়ে ৰজাৰ বৰ্ত্তমানত আৰু অনুপস্থিতত ৰাজ্যৰ শাসনভাৰ গ্ৰহণ কৰিছিল। আহোম ৰমণীসকল বৰ তেজীমনা, বুদ্ধিমতী আৰু চৰিত্ৰৱতী আছিল। পতিবৈৰী তুৰবক সেনাপতিক স্বহস্তে প্ৰতিশোধ দিবৰ হেঁপাহত ৰণলৈ যোৱা বৰগোহাঁই ডাঙৰীয়াৰ বিধবা ডাঙৰীয়ানী, স্বামীৰ মঙ্গলাৰ্থে প্ৰাণ উছৰ্গা কৰা মহাসতী জয়মতী, পৰোপকাৰ ব্ৰতত প্ৰাণপণ কৰা লৰা-ৰজাৰ মাতৃ জ্ঞানবতী ৰাজমাও এই সকলেই তাৰ জলন্ত প্ৰমাণ।

# আহোমৰ বেলেগ-বেলেগ ফৈদৰ তালিকা।

১। ৰজা-কোঁৱৰ।
২। বুঢ়াগোহাঁই।
৩। বৰগোহাঁই।
৪। বৰপাত্ৰগোহাঁই।
৫। দেওধাঁই।
৬। মহন।
৭। সন্দিকৈ।
৮। দুৱৰা।
৯। দিহিঙ্গীয়া ডেকা।
১০। লাহন।
১১। লুখুৰাসন।
১২। ৰান্ধনি চাংমায়।
১৩। জাপৰজুল চেটীয়া।
১৪। লানমাখুৰু চেটীয়া।
১৫। হালধিবৰীয়া চেটীয়া।
১৬। নাহতীয়া চেটীয়া।
১৭। পাটৰ ডেকা।
১৮। বকতিয়ালৰ ডেকা।
১৯। চিৰিঙ্গৰ ডেকা।
২০। মৰাণবকৰা ডেকা।
২১। হাতীবকৰা ডেকা।
২২। কুকুৰাচোৱাবকৰা ডেকা।
২৩। ঢেঁকিয়াল ডেকা।
২৪। হিলৈদাৰী ডেকা।
২৫। চাৰিঙ্গীয়া ডেকা।
২৬। পাথিমৰীয়া ডেকা।
২৭। ধিঙ্গৰ ডেকা।
২৮। লবেঙ্গৰ ডেকা।
২৯। লেচামৰ ডেকা।
৩০। লাথনৰ ডেকা।
৩১। লুথুৰি ডেকা।
৩২। লেফেৰা ডেকা।
৩৩। ডিমুৱালৰ ডেকা।
৩৪। দানহৰ ডেকা।
৩৫। খড়িকনিকৰ ডেকা।
৩৬। থামনৰ ডেকা।
৩৭। ঘোঁৰাকোৱঁৰ ডেকা।
৩৮। নৰাকোৱঁৰ ডেকা।
৩৯। টঙচু ডেকা।
৪০। মৌপিয়া ডেকা।
৪১। মটকৰ ডেকা।
৪২। মালৰ ডেকা।
৪৩। আউচুমৰ ডেকা।
৪৪। বৰলৰ ডেকা।
৪৫। নেপামৰ ডেকা।
৪৬। তকণডুৱৰা ডেকা।

আহোম রজাই নিজ ইচ্ছামতে ক্ষমতা চলাব নোৱাৰিছিল।

৪৭। লাঙ্গি ডেকা।

৪৮। বাচকটীয়া ডেকা।

৪৯। বাইলুং ডেকা।

৫০। চাৰিঙ্গীয়া লেটাও ডেকা।

## ৰজা, বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্ৰগোহাঁই, বৰবৰুৱা আৰু বৰফুকনৰ ফৈদ।

### ৰজা।

১। দিহিঙ্গীয়া।

২। চাৰিঙ্গীয়া।

৩। চামগুৰীয়া।

৪। তুঙ্গখুঙ্গীয়া।

৫। নামৰূপীয়া।

৬। পৰ্ব্বতীয়া।

### বুঢ়াগোহাঁই।

১। টেপৰতলীয়া।

২। কুৱৈঁগঞা।

৩। বাহগড়ীয়া।

৪। দিলিহিয়াল।

৫। লঙ্কীয়া।

৬। বাইলুঙ্গীয়া।

৭। পুখুৰীপৰীয়া।

৮। মৰাণঘৰীয়া।

### বৰগোহাঁই।

১। গুঁইমেলা।

২। পৰ্ব্বতীয়া।

৩। পিলিঙ্গা।

৪। মেচাগড়ীয়া।

৫। মাতুৰিয়াল।

৬। কালুগঞা।

৭। দিহিঙ্গীয়া।

৮। চটাই-অলীয়া।

৯। বাৰুকিয়াল।

১০। মিৰিসন্দিকৈ।

### বৰপাত্ৰগোহাঁই।

১। নগাক দিয়া কুৱঁৰীৰ লৰাৰ নামে ;—নগাঘৰীয়া।

২। কেন্দুগুৰীয়া।

৩। কালুগঞা।

৪। লাকু ৰাজমন্ত্ৰীৰপৰা ;—মৰাণঘৰীয়া।

### বৰবৰুৱা।

১। লুথুৰাসন।

## বৰবৰুৱা আৰু বৰফুকনৰ সমান মৰ্য্যাদা।

২। বৰপাত্ৰ।
৩। বুঢ়াগোহাঁই।
৪। সন্দিকৈ।
৫। চেঙ্গধৰা।
৬। ঘোঁৰা-কোঁৱৰ।
৭। চাৰিঙ্গীয়া লেটাও।
৮। ডুবৰা।
৯। দিহিঙ্গীয়া।
১০। লাহন।
১১। পাটৰ।
১২। বকতিয়াল।
১৩। কছাৰি।
১৪। চিৰিং।
১৫। থানতী।

### বৰফুকন।

১। লাঙ্গি।
২। লানমাথৰু।
৩। চেটীয়া।
৪। পিকচাই চেটিয়া।
৫। বুঢ়াগোহাঁই।
৬। ঘোঁৰা-কোঁৱৰ।
৭। লুখুৰাসন।
৮। ডুবৰা।
৯। পাটৰ।
১০। তৰুণ-ডুবৰা।
১১। দিহিঙ্গীয়া।
১২। লাহন।
১৩। বকতিয়াল।

# ৪। খণ্ড।

—:০:—

## ১। আধ্যা।

### কোচ ৰজা।

কোচ জাতি কামৰূপৰ আদিবাসী। ইবিলাকৰ আদিগুৰি ৰদো-বংশী মেছ বা কছাৰি জাতিৰপৰা উৎপন্ন। এই বংশী মানুহ গোটেই অসমত ব্যাপৃত হোৱাৰ পাচৰপৰা 'কোচ' শব্দটো উজনি আৰু নামনি আসামত দুই ভাৱে ব্যৱহাৰ কৰে। উজনিৰ কোচবিলাকে ইয়াক হিন্দুৰ এটা জাত বা কুলৰ নাম বুলি ধৰে, আৰু নামনিৰ বিলাকে এইটো বংশৰ নাম বুলি মানে। স্বৰূপত নামনিৰ বিলাকৰ মত হে সঁচা। মিষ্টাৰ গেইটৰ মতে, উজনি আসামৰ কোচবিলাক হিন্দু হোৱাৰ পাচত, কছাৰি, লালুং, মিকিৰ প্ৰভৃতি জাতিৰ মানুহ হিন্দু হৈ কোচৰ শ্ৰেণীত সোমাই তাৰ সংখ্যা বেচি কৰিছে। কিন্তু নামনিৰ বিলাকে আকৌ কোচ বোলাবলৈ বেয়া হে পায়; সিবিলাকে ৰাজবংশী বুলিহে চিনাকি দিয়ে। এতিয়া যদিও চিন মৰি আহিছে, কোচ-বিলাকৰ নিজৰ ভাষা আছিল, আৰু আহোমৰ নমুনাৰে ইবিলাকেও বুৰঞ্জী লিখাৰ নিয়ম ৰাখিছিল। কিন্তু, মিষ্টাৰ গেইটৰ মতে, কোচ-বুৰঞ্জী অতিৰঞ্জিত আৰু তাত আহোমৰ বুৰঞ্জীৰ নিচিনাকৈ প্ৰকৃত ঘটনাৰ তথ্য পাব নোৱাৰি।

**বিশ্বসিংহ।**—জীতাৰিবংশী ৰজা দুৰ্ব্বল হৈ অহাত, বাৰভূঞা-বিলাকে যেতিয়া ঠায়ে ঠায়ে শাসনকৰ্ত্তা হৈ ৰাজত্ব কৰিছিল, তেতিয়া

কোচ ৰাজবংশৰ আদিপুৰুষৰ নাম হৰিয়ামণ্ডল।

হাজো নামে মেছ বা কোচবংশী এজন শাসনকৰ্ত্তায়ো কামৰূপৰ এক অংশত এখন সৰু ৰাজ্য পাতিছিল। হাজোৰ হীৰা আৰু জীৰা নামে দুজনী জীয়েক আছিল। তেওঁ দুয়ো জীয়েকক হৰিয়ামণ্ডল নামে এজন মেছবংশী মানুহক বিয়া দিয়ে। কালত হৰিয়া মেছৰপৰা হীৰা আৰু জীৰাৰ ক্ৰমে বিশু আৰু শিশু নামে দুটি পুত্ৰ লাভ হয়। এনে প্ৰবাদ আছে যে, এই পুত্ৰ দুটি সদাশিৱৰ বৰ অনুসৰি লাভ কৰাৰ কাৰণে, ইবিলাকে নিচেই সৰুৰেপৰা বৰ ভাগ্যৱন্তৰ চিনাকি দিছিল, আৰু সেই কাৰণেই ইবিলাকৰ বংশক শিৱবংশী বুলি জনা যায়। বিশু সৰুতে এটা সামান্য গৰখীয়া আছিল। তেওঁ ডাঙৰ হলত নিজৰ পৰাক্ৰমেৰে ফুলগুৰি, বিজনী প্ৰভৃতি ঠাইৰ ভূঞাবিলাকক তলতীয়া কৰি তেওঁৰ মাতামহৰ ৰাজ্য বহলাবলৈ ধৰিলে। তেওঁ চাৰু ভূঞাৰে সৈতে যুদ্ধত এবাৰ ঘাটিছিল; কিন্তু অলপ দিনৰ পাচতে তেওঁ পুনঃ আক্ৰমণ কৰি চাৰু ভূঞাক যুদ্ধত ঘটাই বধ কৰে, আৰু তেওঁৰ শাসনত থকা সমুদায় ৰাজ্য নিজৰ দখললৈ আনে। এইদৰে তেওঁৰ ৰাজ্য পূবে বৰনদীৰপৰা পছিমে কৰতোৱালৈকে বহল হয়। ইয়াৰ পাচতে তেওঁ নিজৰ ৰাজ্য ক্ৰমাৎ বহলাবলৈ ধৰিলে, আৰু সৰশেহত খ্ৰীঃ ১৪৯০ অব্দত তেওঁ হিন্দুধৰ্ম্ম আৰু হিন্দুৰ সকলো নিয়ম-কাৰণ গ্ৰহণ কৰি, বিশ্বসিংহ নাম লৈ নিজক প্ৰবল প্ৰতাপী ৰজা ৰূপে চিনাকি দিলে। ইয়াৰ পাচত, কোচবিহাৰত তেওঁ নতুনকৈ এখন সুন্দৰ ৰাজধানী নিৰ্ম্মাণ কৰালে, আৰু ভায়েক শিশুক শিৱসিংহ নাম দি যুবৰাজ পাতিলে। বিশ্বসিংহ ৰজাৰ দিনতে, ২০টা পাইকৰ ওপৰত ঠাকুৰীয়া, ১০০ টাৰ ওপৰত শইকীয়া, ১০০০ টাৰ ওপৰত হাজাৰি (হাজৰিকা), ৩০০০ টাৰ ওপৰত উম্ৰা, আৰু ৬৬০০টাৰ ওপৰত নবাব খিতাপ দি ৰজাঘৰীয়া বিষয় পতাৰ নিয়ম চলিত হয়। বিশ্বসিংহ বৰ শিৱভক্ত ৰজা আছিল।

শিৱপূজা আৰু কামাখ্যাপূজাৰ শ্ৰী-বৃদ্ধিৰ অৰ্থে তেওঁ বৰ পুৰুষাৰ্থ কৰিছিল; আৰু কাণৌজ, কাশী প্ৰভৃতি ঠাইৰপৰা ভালেমান সজ্জ ব্ৰাহ্মণ অনাই নিজৰ ৰাজ্যত পাতিলে। বিশ্বসিংহই ১৮ গৰাকী মহিষী বিয়া কৰায়, আৰু প্ৰত্যেক মহিষীৰপৰা এজনকৈ তেওঁ ১৮ জন পুত্ৰ লাভ কৰে। এই ১৮ জনৰ ভিতৰত নৰসিংহ, মালদেৱ, শুক্লধ্বজ আৰু গোসাঁইকমলা এই কেইজনেই প্ৰধান। বিশ্বসিংহই ৩৫ বছৰ সুখ্যাতিৰে ৰাজত্ব কৰে; আৰু তলত লিখা নিয়মে পুতেকসকলৰ ভিতৰত ৰাজ্যভাৰ ভগাই দি তেওঁ স্বৰ্গী হয়। যেনে,—নৰসিংহক বিদেশত দখল কৰা ৰাজ্যৰ ৰজা পাতে; মালদেৱ আৰু শুক্লধ্বজক স্বদেশত ৰাজ্যশাসনৰ ভাৰ দিলে; গোসাঁইকমলাক আলি, পুখুৰী, মন্দিৰ আদি নিৰ্ম্মাণ কৰি পৱিত্ৰ গৌৰৱ লাভ কৰিবলৈ আদেশ দিয়ে; আৰু বাকী কেইজনক যোগ্যতা অনুসৰি আন-আন কাৰ্য্যৰ ভাৰ দিয়ে। বিশ্বসিংহ ৰজাই আহোম স্বৰ্গদেৱ চুহ্যনফাৰ ৰাজত্বৰ কালত উজনিত গৈ এবাৰ আহোমৰাজ্য আক্ৰমণ কৰিছিল; কিন্তু আহোম ৰজাক যুদ্ধত ঘটাব নোৱাৰি তেওঁ নিজৰ ৰাজ্যলৈ উলটি আহে।

**মছলমানৰ ৫ম, আৰু ৬ষ্ঠ, আক্ৰমণ।**—কামৰূপত বিশ্বসিংহ ৰজা থাকোঁতেই অসমদেশ মছলমানে ১৫২৭ আৰু ১৫৩২ খ্ৰীষ্টাব্দত ৫ম, আৰু ৬ষ্ঠ, বাৰ আক্ৰমণ কৰে। এই দুই আক্ৰমণে কোচ ৰজাসকলক পোৱা নাছিল, ইয়াৰ কোব উজনিত আহোম ৰজাৰ ওপৰত হে পৰিছিল। সেই কাৰণে, এই দুই আক্ৰমণৰ কথা আহোম ৰাজত্বৰ লগত হে বহলাই লিখা হৈছে।

**নৰনাৰায়ণ।**—বিশ্বসিংহৰ লোকান্তৰৰ সময়ত, মন্ত্ৰীসকলৰ উপদেশমতে, মালদেৱ আৰু শুক্লধ্বজে কিছুকাল কাশীত ব্ৰহ্মানন্দ নামে এজন সাধক তপস্বীৰ ওচৰত শাস্ত্ৰাদি শিক্ষা কৰিছিলগৈ।

ইফালে সিবিলাকৰ অনুপস্থিতিত সুচল পাই, ককায়েক নৰসিংহই পিতৃ-সিংহাসন অধিকাৰ কৰে। এই বাতৰি পোৱা মাত্ৰকে মালদেৱ আৰু শুক্লধ্বজে নিজৰ ৰাজধানীলৈ উলটি আহি নৰসিংহৰে সৈতে যুদ্ধ পাতে। পিচে, নৰসিংহ যুদ্ধত ঘাটি মৰাংদেশলৈ পলাই যায়। মালদেৱ আৰু শুক্লধ্বজে তালৈকে তেওঁক খেদি নি, মৰাংদেশৰ ৰজাৰে সৈতে যুদ্ধ পাতিলেগৈ; আৰু মৰাংদেশৰ ৰজা যুদ্ধত ঘাটিলত নৰসিংহ নেপালৰ ৰজাৰ শৰণাগত হলগৈ। তাৰ পিচত, নেপালৰ ৰজাও মালদেৱ আৰু শুক্লধ্বজৰ হাতত পৰাজিত হোৱাত, নৰসিংহ তাৰপৰা কাশ্মীৰদেশলৈ পলাই গল। মালদেৱ আৰু শুক্লধ্বজে ইমানতে নৰসিংহৰ পিচ এৰি নিজৰ ৰাজ্যলৈ উলটি আহিল।

নৰসিংহক খেদি থৈ আহি, মালদেৱে নৰনাৰায়ণ নাম লৈ খ্ৰীঃ ১৫৩৪ অব্দত কোচৰাজপাটত উঠি ৰজা হল, আৰু ভায়েক শুক্লধ্বজক চিলাৰায় নাম দি যুবৰাজ পাতিলে। নৰনাৰায়ণে ৰাজ্যভাৰ হাতত লৈয়ে পিতৃ-ৰাজ্য বহলাবলৈ মন মেলিলে। তেওঁ সৰ্ব্বপ্ৰথমে পিতৃবৈৰী আহোম ৰজাৰ ৰাজ্য আক্ৰমণ কৰিবলৈ আয়োজন কৰিলে। এই অৰ্থে তেওঁ ভায়েক গোহাঁইকমলাৰ দ্বাৰা এবছৰৰ ভিতৰত পৰশুকুঠাৰ নামে ঠাই-লৈকে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে এটা বৰ ডাঙ্গৰ আলি বন্ধালে। এই আলিৰ কোনো কোনো অংশ এতিয়াও উত্তৰ গুৱাহাটী, মঙ্গলদৈ আৰু উত্তৰ লক্ষীমপুৰত দেখিবলৈ পোৱা যায়। তাৰে উত্তৰ গুৱাহাটী আৰু মঙ্গল-দৈৰ মাজেদি যোৱা ডোখৰক আজিকালিও "গোহাঁইকমলা আলি" নামেই জনা যায়। সেই সময়ত আহোম ৰাজপাটত স্বৰ্গদেৱ চুক্লম্মুং বা খোৰা-ৰজা আছিল। যথাসময়ত আহোমৰজা আৰু কোচ ৰজাৰ ভিতৰত এখন ঘোৰতৰ যুদ্ধ হয়। যুদ্ধত আহোমৰজা ঘাটিলত, তেওঁ নিজৰ জীয়েকক নৰনাৰায়ণ ৰজালৈ বিয়া দি তেওঁৰে সৈতে

মিতিৰ পাতে; আৰু তাতে তুষ্ট হৈ কোচৰজাও নিজৰ ৰাজ্যলৈ উলটি আহিল।

চিলাৰায়।—যুবৰাজ শুক্লধ্বজ বা চিলাৰায় এজন বৰ পৰাক্ৰমী আৰু যুদ্ধবিখ্যাত পৈণত পুৰুষ আছিল। তেওঁৰ বাহুবলেই নৰনাৰায়ণ ৰজাৰ বহল ৰাজ্যৰ মূলশক্তি আছিল। আহোমৰজাৰে সৈতে মিত্ৰতা কৰাৰ পাচে, চিলাৰায়ক হিড়ম্বেশ্বৰৰ ৰাজ্য আক্ৰমণ কৰিবলৈ পঠোৱা হয়। চিলাৰায়ে নিজৰ পৰাক্ৰমেৰে হিড়ম্বা বা ডিমাপুৰৰ কছাৰি ৰজাক যুদ্ধত ঘটাই ককায়েক নৰনাৰায়ণ ৰজাৰ তলতীয়া কৰে। কছাৰি ৰজাই যুদ্ধত ঘাটি, বছৰি ৭০০০০৲ টকা, ১০০০ সোণৰ মোহৰ, আৰু ৬০ টা হাতী কৰ শোধাবলৈ মান্তি হৈ, নিজক কোচৰজাৰ কৰতলীয়া ৰজা বুলি স্বীকাৰ কৰে। ইয়াৰ পাচত, কোচৰজাই মণিপুৰৰ ৰজাৰে সৈতে যুদ্ধ খুজি মণিপুৰলৈ কটকী পঠিয়ালে। মণিপুৰৰ ৰজাই সেনাপতি চিলাৰায়ৰ বাহুবলৰ বাৰ্ত্তা পাই, যুদ্ধ নপতাকৈয়ে ২০০০০৲ টকা, ৩০০ সোণৰ মোহৰ, আৰু ১৪টা ভাল ভাল হাতী পেচ্‌কচ পঠিয়াই নৰনাৰায়ণ ৰজাৰে সৈতে মিতিৰ পাতিলে। এই সন্ধি হৈ যোৱাৰ পাচত, চিলাৰায়ে জয়ন্তীয়া ৰাজ্য আক্ৰমণ কৰি তাৰ ৰজাক নিজ হাতে বধ কৰে; নৰনাৰায়ণে সেই ৰজাৰ পুতেকক পিতৃ-সিংহাসনত তুলি তেওঁৰ কৰতলীয়া ৰজা পাতিলে। ইয়াৰ পাচত, চিলাৰায়ে ত্ৰিপুৰাৰ ৰজাৰে সৈতে যুদ্ধ পাতে, আৰু ৰজাক ৰণত ঘটাই, জয়ন্তীয়াৰ ৰজাৰ দৰে, নিজ হাতে বধ কৰে। নৰনাৰায়ণে সেই ৰজাৰ ভায়েকক ১০০০০৲ টকা, ১০০ সোণৰ মোহৰ আৰু ৩০টা ৰণুৱা ঘোঁৰা কৰ শোধাবলৈ মান্তি কৰাই নিজৰ তলতীয়া ৰজা পাতি ৰাখিলে। এই সময়তে জয়ন্তীয়াৰ অন্তৰ্গত খৈৰাম ৰাজ্যৰ ৰজা বীৰ্য্যৱন্তই সেনাপতি চিলাৰায়ৰ বাহুবলত নৰনাৰায়ণ ৰজাৰ প্ৰবল

## চিলাৰায়ে শ্ৰীহট্টক কোচৰ কৰতলীয়া কৰে।

প্ৰতাপৰ বাৰ্ত্তা শুনি, যুদ্ধ পাতিবলৈ নৌ পাওঁতেই, ১৫০০০০৲ টকা, ৯০০ সোণৰ মোহৰ, ৫০টা ঘোঁৰা আৰু ৩০টা হাতী পেচ্‌কচ শোধাবলৈ গাত লৈ নিজক কোচ ৰজাৰ কৰতলীয়া ৰজা বুলি স্বীকাৰ কৰিলে। এই সন্ধি হৈ যোৱাৰ পাচত, চিলাৰায়ে ডিমুৰীয়া ৰাজ্য আক্ৰমণ কৰি তাৰ ৰজাক বন্দী কৰি আনে, আৰু নৰনাৰায়ণ ৰজাই তেওঁৰপৰা ৭০০০০৲ টকা লৈ তেওঁক তলতীয়া ৰজা পাতি এৰি দিয়ে। এই সময়ত শ্ৰীহট্টৰ ৰজা বৰ পৰাক্ৰমী বুলি প্ৰখ্যাত আছিল। নৰনাৰায়ণ ৰজাই তেওঁকো তলতীয়া ৰজা পাতিবৰ মনেৰে তেওঁৰ ওচৰলৈ কটকী পঠিয়ালে। পিচে, শ্ৰীহট্টৰ ৰজাই কটকীৰ কথা সগৰ্ব্বে দলিয়াই পেলোৱাত, নৰনাৰায়ণে যুৱৰাজ চিলাৰায়ক এজাক তেজী সেনাৰ সেনাপতি পাতি শ্ৰীহট্ট ৰাজ্য আক্ৰমণ কৰিবলৈ পঠিয়ায়। শ্ৰীহট্টৰ ৰজায়ো সিফালে সৈন্য-সামন্ত লৈ সাজু হৈ আছিল। দুয়ো পক্ষৰ ভিতৰত ঘোৰতৰ যুদ্ধ আৰম্ভ হল। দহ দিন একেৰাহে যুদ্ধ হৱই লাগিছে, অসংখ্য শত্ৰু নিপাত হৈছে, কিন্তু কোনো পক্ষৰে জয় হোৱা নাই। মহাতেজী চিলাৰায়ৰ পক্ষে ই অতিকৈ অসহনীয় হৈ উঠিল। তেওঁৰ বীৰতেজ প্ৰতি শিৰে বৰলৈ ধৰিলে ; ৰণমদত মতলীয়া হৈ চিলাৰায়ে চিলা উৰা দি উৰি খোলা তৰোৱালেৰে শত্ৰুৰ মাজত সোমালগৈ। চিলাৰায়ৰ এনে অসাধাৰণ বীৰতেজ দেখি শত্ৰুপক্ষ স্তম্ভিত হল ; চকু-চাওঁতেই তেওঁ অসংখ্য শত্ৰুক নিপাত কৰি অৱশেষত শ্ৰীহট্টৰ ৰজাক নিজ হাতে খণ্ড খণ্ড কৰি কাটিলে। যুদ্ধ শেষ হোৱাৰ পাচত, ৰজাৰ ভায়েক অসিৰায়ে চিলাৰায়ৰ লগত নৰনাৰায়ণৰ ৰাজসভালৈ আহি তেওঁৰ শৰণাগত হল, আৰু নৰনাৰায়ণে তেওঁক ২০০টা ঘোঁৰা, ১০০টা হাতী, ৩০০০০০৲ টকা, ১০০০ সোণৰ মোহৰ পেচ্‌কচ শোধাবলৈ মান্তি কৰাই, ককায়েকৰ ৰাজ্যত কৰতলীয়া ৰজা পাতিলে।

খ্ৰীঃ ১৫৬৩ অব্দত চিলাৰায়ে পুনৰ আহোমৰাজ্য আক্ৰমণ কৰে। আগৰ বাৰৰ সন্ধিত থোৱা-ৰজাৰ প্ৰবঞ্চনাই এই আক্ৰমণৰ মূল কাৰণ। আহোমৰজা স্বৰ্গদেৱ চুথামফা যুদ্ধত ঘাটি পৰ্ব্বতলৈ পলাই গল। পিচে চিলাৰায়ৰ প্ৰস্তাৱমতে, সুগম কোৱঁৰ আৰু বৰগোহাঁইৰ ভতিজাক আপচু গোহাঁইদেওকে মুখ্য কৰি সকলো পাত্ৰ-মন্ত্ৰীৰ ঘৰৰ একোটি ডেকা বন্ধোৱা দি আহোমৰজাই তেওঁক বৰাত, চুথামফা স্বৰ্গদেৱৰে সৈতে তেওঁ মিত্ৰতা কৰি নিজৰ দেশলৈ উলটিল।

ওপৰত কোৱাৰ দৰে, চাৰিওফালে জয়লাভ কৰি মন বঢ়াত নৰ-নাৰায়ণ ৰজাই সৰৱশেহত গৌৰদেশ আক্ৰমণ কৰিবলৈ মন মেলিলে, আৰু সেই অৰ্থে চিলাৰায়ক এজাক সৈন্যৰ সেনাপতি কৰি পঠিয়ায়। এইবাৰ প্ৰথম যাত্ৰাৰ সময়তে কামাখ্যাত সোমাই তাৰ দুৰৱস্থা দেখি আহি চিলাৰায়ৰ মনৰ অৱস্থা বৰ বেয়া আছিল। তাতে, শ্ৰীহট্টৰ যুদ্ধত কাজুৱা সৈন্যৰ সৰহভাগ নাশ হোৱাত, তেতিয়া লগত লোৱা সৈন্যজাক বৰ যুদ্ধ-নিপুণ নাছিল। তথাপি, চিলাৰায়ে নিজৰ সাহসৰ ওপৰত ভিৰ দি যুদ্ধলৈ আগ বাঢ়িল। কিন্তু, তেওঁৰ সৈন্যই গৌৰৰজাৰ তেজী সৈন্যৰ আগত সৰহ পৰ ঠাৱৰিব নোৱাৰিলে। চিলাৰায়ে ইমানতো বিচলিত নহৈ, অকলে খোলা তৰোৱালৰে সৈতে অসংখ্য শত্ৰুৰ মাজত সোমাই তেওঁৰ অসাধাৰণ যুদ্ধ-কৌশলেৰে শত্ৰুপক্ষক অস্থিৰ কৰি তুলিলে। সৰশেহত তেওঁৰ একমাত্ৰ সহায় হাতৰ অস্ত্ৰখনিও খণ্ড খণ্ড হৈ ভাগিল,—মহাতেজী চিলাৰায়ৰ বীৰতেজ চতুৰ্গুণে বাঢ়িবলৈ হে ধৰিলে। কিন্তু, অসংখ্য শত্ৰুৰ মাজত অকলশৰীয়া নিৰস্ত্ৰ বীৰে কত পৰ ঠাৱৰিব! চিলাৰায় অগত্যা শত্ৰুৰ হাতত বন্দী হল। তেওঁৰ কিছুকাল বন্দীভাৱে যোৱাত, এদিন গৌৰৰজাৰ মাকক সৰ্পে দংশে। পিচে, চিলাৰায়ৰ চিকিৎসাতে ৰজাৰ মাকে সেই দংশনৰ বিষম

বিকাৰৰপৰা পৰিত্ৰাণ পোৱাত, গৌৰদেশৰ ৰজাই তুষ্ট হৈ তেওঁক বন্দীশালৰপৰা মুক্তি দি নিজৰ দেশলৈ আহিবলৈ অনুমতি দিয়ে। ইয়াৰ দুবছৰৰ পাচত, আন কোনো ৰোগত গৌৰৰজাৰ মাকৰ মৃত্যু হোৱাত, ৰজা শোকত বৰ বিহ্বল হৈ পৰিছিল। এই সুযোগতে চিলাৰায়ে দিল্লীৰ সম্ৰাট আকবৰৰ সেনাপতি মানসিংহৰে সৈতে লগলাগি গৌৰ দেশ আক্ৰমণ কৰেগৈ, আৰু ৰজাক যুদ্ধত ঘটাই তেওঁৰ ৰাজ্য সম্ৰাটৰে সৈতে সমানে ভাগ কৰি ললে। এই যুদ্ধত লাগি থাকোঁতেই চিলাৰায়ে তেওঁৰ এটি পুত্ৰ জন্ম হোৱাৰ বাতৰি পায়। কিন্তু, তেওঁ আৰু সেই পুত্ৰৰ মুখ দেখিবলৈ নাপালেহি; বাটতে বসন্ত ৰোগত পৰি গঙ্গাৰ পাৰত চিলাৰায় স্বৰ্গী হল।

**মছলমানৰ ৭ম, আক্ৰমণ বা কালাপাহাৰৰ আগমন।—** যুবৰাজ চিলাৰায়ে দিগ্বিজয় কৰি ফুৰোঁতে, ইফালে বঙ্গদেশৰ সেনাপতি কালাপাহাৰে খ্ৰীঃ ১৫৫৩ অব্দত অসমদেশ আক্ৰমণ কৰেহি। মহাৰাজ নৰনাৰায়ণে ভালেমান দিনৰেপৰা কালাপাহাৰৰ প্ৰবল প্ৰতাপৰ কথা শুনি আছিল। তাতে, সেই সময়ত ৰাজ্যৰ প্ৰধান বল যুবৰাজ চিলাৰায়ো ৰাজ্যৰপৰা আঁতৰি থকাত, নৰনাৰায়ণ ৰজাই ভয় কৰি কালাপাহাৰৰ আগমনত কোনো বাধা নজন্মালে। কালাপাহাৰৰ দেশ জয় কৰা উদ্দেশ্য নাছিল, তেওঁৰ প্ৰধান উদ্দেশ্য হিন্দুধৰ্ম্মৰ অনিষ্ট কৰা আৰু হিন্দু দেৱ-দেবীৰ মূৰ্ত্তিবিলাক ভাঙ্গি চূৰ্ণীকৃত কৰা। সেই কাৰণে, তেওঁ দেশত কোনো উৎপাত নকৰি পোনেই কামাখ্যালৈ আহিল। যি যি দেৱ-দেবীৰ বেচি প্ৰখ্যাতি, কালাপাহাৰৰ সেই সেই দেৱ-দেবীৰ ওপৰতে বেচি আক্ৰোশ। কামাখ্যাৰো তদ্ৰূপ প্ৰখ্যাতি জানি কালাপাহাৰ একান্তমনেৰে কামাখ্যালৈ আহিল। কামাখ্যাত যত দেৱ-দেবীৰ মূৰ্ত্তি আছিল, কালাপাহাৰে প্ৰায় সমুদায়কে কোবাই

ভাঙ্গিলে! কামাখ্যাৰ মন্দিৰৰ গাত প্ৰোথিত যি যি শিলৰ সুন্দৰ মূৰ্ত্তিবিলাক আজিলৈকে কাৰো নাক-খৰা, কাৰো কাণ-ছিগা ইত্যাদি হৈ আছে, সেই সকলোবিলাক কালাপাহাৰৰ কু-কৰ্ম্মৰ চিন আৰু সুখ্যাতিৰ প্ৰতিবন্ধক। কালাপাহাৰে ভগৱতীৰ মহাপীঠস্থান লণ্ড-ভণ্ড কৰি মন্দিৰ ভাঙ্গি পেলালে। এই দৰে কামাখ্যা নষ্ট কৰি, কালাপাহাৰ আৰু উজাই নাহিল; নিজৰ উদ্দেশ্য সফল হোৱাত তাৰেপৰা তেওঁ ভটিয়াই গলগৈ।

গৌৰদেশত বন্দী হোৱাৰপৰা মুকলি হৈ অহাৰ পাচত, যুবৰাজ চিলা-ৰায় আৰু নৰনাৰায়ণ দুয়ো লগ লাগি কামাখ্যাৰ ভগ্নমন্দিৰৰ জীৰ্ণসংস্কাৰৰ অৰ্থে যত্নবান হল। সিবিলাকৰ বিশেষ পুৰুষাৰ্থত ছমাহৰ ভিতৰতে এই সংস্কাৰ কাৰ্য্য শেষ হয়। মহাৰাজ নৰনাৰায়ণ আৰু যুবৰাজ চিলাৰায়ে কামাখ্যা মন্দিৰ পুনৰ উদ্ধাৰ কৰি তাত ভালেমান নতুন নতুন মূৰ্ত্তি সজাই দিয়ে। কামাখ্যাৰ বৰ্ত্তমান চলন্তা মূৰ্ত্তিজনাও তেওঁ-বিলাকৰ দ্বাৰায়ে নিৰ্ম্মিত। মন্দিৰৰ ভিতৰত নৰনাৰায়ণ আৰু চিলাৰায় দুইৰো দুটা শিলৰ প্ৰতিমূৰ্ত্তি আজিকালিও দেখিবলৈ পোৱা যায়।

যুবৰাজ চিলাৰায়ৰ লোকান্তৰৰ পাচতো নৰনাৰায়ণে কিছুকাল সুকলমে ৰাজত্ব কৰে, আৰু ওচৰ-চুবুৰীয়া ৰাজ্যবিলাকত কোনো প্ৰকাৰৰ উপদ্ৰৱ হোৱা নাছিল। মহাৰাজ নৰনাৰায়ণ বহুকাললৈকে অপুত্ৰক হৈ থকাত, তেওঁ ৰাজ্যভাৰ চিলাৰায়ৰ পুতেক ৰঘুদেৱ বা ৰঘুৰায়ক দিবলৈ সংকল্প কৰিছিল। তেওঁ স্বৰ্গীয় ভায়েক চিলাৰায়ৰ গুণলৈ মনত কৰি, ভতিজাক ৰঘুৰায়ক অতিকৈ স্নেহ কৰিছিল, আৰু তেওঁৰ মন ভবিষ্যতে ৰজাৰ উপযোগীকৈ স্থিৰ ৰাখিবৰ মনেৰে, ১৬ বছৰ বয়সতে, তেওঁক দুজনী সুন্দৰী কন্যা বিয়া কৰাই দিয়ে। এনে সময়তে বুঢ়া বয়সত নৰনাৰায়ণ ৰজাৰো এটি পুত্ৰ লাভ হয়। ৰজাৰ পুত্ৰ হোৱা

দেখি, ৰঘুৰায়ে ৰাজ্যৰ আশা এৰি আঁতৰি গৈ কিছুকাল বৰনগৰ বা বিজয় নগৰত এখন নগৰ পাতি আছিল। মহাৰাজ নৰনাৰায়ণে তেওঁৰ মৰণৰ সময়ত ভতিজাক ৰঘুৰায়ক মতাই আনি, পুতেক লক্ষ্মীনাৰায়ণৰে সৈতে সমানে তেওঁৰ ৰাজ্য ভগাই দিয়ে। তেওঁৰ ভাগ মতেই শাণ-কোষৰ পূব ভাগত ৰঘুৰায় আৰু পছিম ভাগত লক্ষ্মীনাৰায়ণ ৰজা হয়। ৰঘুৰায়ৰ ভাগত এতিয়াৰ মঙ্গলদৈ মহকুমা, কামৰূপ আৰু গুৱালপাৰা জিলা পৰিছিল।

মহাৰাজ নৰনাৰায়ণে ৰাজকাৰ্য্যৰপৰা যেনে সুখ্যাতি লাভ কৰিছিল, ধৰ্ম্ম-কৰ্ম্মৰ বাবেও তেওঁ এজন তেনে পূজনীয় ৰজা আছিল। তেওঁৰ দিনত শাস্ত্ৰাদি অধ্যয়নৰ বিশেষ উন্নতি হয়; ৰত্নমালা ব্যাকৰণ আদি ৰচনা কৰা হয়; আৰু নীচ কুলৰ মানুহেও ধৰ্ম্মপুথি আদি পঢ়ি ধৰ্ম্ম-চৰ্চ্চা কৰিবলৈ উৎসাহ পাইছিল। তেওঁ যদিও নিজে শাক্ত আছিল আৰু শক্তি পূজা ৰাজধৰ্ম্ম কৰিছিল, তথাপি বৈষ্ণৱধৰ্ম্মৰ উন্নতিতো তেওঁ বৰ আনন্দ পাইছিল। মহাৰাজ নৰনাৰায়ণৰ ৰাজত্বৰ কালত মহাপুৰুষ শঙ্কৰদেৱ, মাধৱদেৱ, দেৱদামোদৰ, প্ৰভৃতি বৈষ্ণৱধৰ্ম্ম প্ৰচাৰকসকলে অসম দেশ উজ্জ্বল কৰি অসমীয়া মানুহক ধৰ্ম্মৰ পোহৰ দিছিল। ইয়াত বাজেও, ৰাজ্যত শান্তিৰ বিস্তাৰ, ধৰ্ম্ম-কৰ্ম্ম আৰু বাণিজ্যাদিৰ অশেষ উন্নতি সাধি, খ্ৰীঃ ১৫৮৪ চনত মহাৰাজ নৰনাৰায়ণ স্বৰ্গী হয়।

**লক্ষ্মীনাৰায়ণ।** মহাৰাজ নৰনাৰায়ণে ভগাই দিয়া মতে লোকান্তৰৰ পাচত পুতেক লক্ষ্মীনাৰায়ণে কোচ ৰাজপাটত উঠি শাণ-কোষৰ পছিম ভাগ ৰাজ্যত ৰজা হল। এই ৰাজ্যত এতিয়াৰ কোচ-বিহাৰ, দিনাজপুৰ, জলপাইগুৰি, ৰংপুৰ এইবিলাক ঠাই পৰিছিল। ৰঘুৰায়েও ইফালে স্বাধীন ভাবে ৰাজত্ব কৰিবলৈ ধৰিলে, আৰু পূৰ্ব্বৰ

অধীনতা অস্বীকাৰ কৰিলে। ইয়াতে কুপিত হৈ লক্ষ্মীনাৰায়ণে তেওঁক অনিষ্ট কৰিবলৈ নানা চক্ৰান্ত কৰি ৰঘুৰায়ৰ নিজৰ পুতেক পৰীক্ষিত-নাৰায়ণক বিদ্ৰোহী কৰি তুলিছিল। পিচে, ৰঘুৰায়ে বিদ্ৰোহ থমাই পৰীক্ষিতক বন্দী কৰি ৰাখিলে। কিন্তু, ৰঘুৰায়ৰ মৃত্যুৰ পাচত, লক্ষ্মী-নাৰায়ণৰ সাহায্যত পৰিক্ষীতনাৰায়ণে হে পিতৃ-সিংহাসন লাভ কৰে। আৰু, ৰাজ্যলাভ কৰি পৰীক্ষিতে পূৰ্ব্বৰ উপকাৰ পাহৰি লক্ষ্মীনাৰায়ণৰ বিৰুদ্ধাচৰণ কৰিবলৈ ধৰিলে। সৰশেহত দুয়ো জনাৰ ভিতৰত যুদ্ধ উপস্থিত হয়; আৰু লক্ষ্মীনাৰায়ণ যুদ্ধত ঘাটি পলাব লগাত পৰিল। ইতি পূৰ্ব্বেই স্বৰ্গদেৱ চুথামফালৈ নিজৰ সঙ্কলা নামে জীয়েকক বিয়া দি লক্ষ্মীনাৰায়ণে আহোম ৰজাৰে সৈতে মিত্ৰতা পাতিছিল। এতিয়া বিপদত সহায় বিচাৰি তেওঁ আহোম ৰজাৰ ওচৰ চাপিলগৈ। কিন্তু, আহোমৰাজে আগধৰি পৰীক্ষিতৰ পক্ষ লোৱাত, লক্ষ্মীনাৰায়ণে মছলমান ৰজাৰ সহায় বিচাৰি ভটীয়াই গল।

ৰঘুদেৱ বা ৰঘুৰায়।—ৰাজ্য-ভাৰ পোৱাৰ পাচতো ৰঘুদেৱ বা ৰঘুৰায়ে বৰনগৰতে ৰাজধানী পাতি থাকিল। তেওঁ গনেশ, কেদাৰ, গোকৰ্ণ, কামেশ্বৰ প্ৰভৃতি তীৰ্থস্থান দৰ্শন কৰি আহি হাজোৰ হয়গ্ৰীৱ মন্দিৰৰ জীৰ্ণসংস্কাৰ কৰি তাত দেৱোত্তৰ মাটি দান কৰে। কালাপাহাৰে কামাখ্যা মন্দিৰ লণ্ড-ভণ্ড কৰাৰ লগতে এই দেৱালয়ো ভাঙ্গি চূৰ্ণাকৃত কৰিছিল। ৰঘুৰায়ৰ ৰাজত্বৰ কালত আহোম স্বৰ্গদেৱ চুথম্‌ফা বা খোৰা-ৰজা আছিল। ৰঘুৰায়ে তেওঁৰ মঙ্গলদৈ নামে জীয়েকক এই জনা স্বৰ্গদেৱৰ পুতেকলৈ বিয়া দি আহোমৰজাৰে সৈতে পূৰ্ব্বৰ মিত্ৰতা দৃঢ় কৰিছিল। ৰঘুৰায়ৰ বহু পুত্ৰ আছিল। তাৰ ভিতৰত পৰীক্ষিত-নাৰায়ণ, ইন্দ্ৰনাৰায়ণ, যদুৰায়, বলিতনাৰায়ণ আৰু মানসিংহ এই কেইজনেই প্ৰধান। ৰঘুৰায় বৰ ধাৰ্ম্মিক ৰজা আছিল। বুঢ়া বয়স-

লৈকে তেওঁ বহু দান-ধৰ্ম্ম আৰু সংকৰ্ম্ম কৰি খ্রীঃ ১৫৯৩ অব্দত স্বর্গী হয়।

**পৰীক্ষিতনাৰায়ণ।**—ৰঘুৰায়ৰ লোকান্তৰৰ পাচত, লক্ষ্মীনাৰায়ণৰ সাহায্যত পৰীক্ষিতনাৰায়ণ বৰনগৰলৈ গৈ, খ্রীঃ ১৫৯৩ অব্দত পিতৃৰাজপাটত উঠি ৰজা হয়। তেওঁ ৰাজ্যভাৰ লোৱাৰ অলপ দিনৰ পাচত, ভায়েক ইন্দ্ৰনাৰায়ণক বধ কৰালে; আৰু দদায়েক লক্ষ্মীনাৰায়ণৰে সৈতে যুদ্ধ পাতি তেওঁক যুদ্ধত ঘটাই দেশান্তৰ কৰিলে। বৰ্ত্তমান উত্তৰ গুৱাহাটীতে তেওঁ এখন নতুন নগৰ পাতিছিল; তাৰ চিন এতিয়াও দেখিবলৈ পোৱা যায়।

**মছলমানৰ ৮ম, আক্ৰমণ আৰু কোচ ৰাজ্য দখল।**—ভতিজাক পৰীক্ষিতনাৰায়ণৰ ওচৰত অপমানিত হৈ লক্ষ্মীনাৰায়ণে ঢাকাৰ নবাবৰ ত'ত সহায় খুজিবলৈ পলাই যায়। পৰীক্ষিতনাৰায়ণে তাতে ভয় পাই তেৰেঁা ঢাকাৰ নবাবত শৰণ মাগেগৈ। কিন্তু, নবাবে বেচিকৈ কৰ খোজাত ৰজাই দিবলৈ গাত লব নোৱাৰি দিল্লীৰ বাদশ্যাহৰ ওচৰলৈ গল। আৰু বাদশ্যাহৰ ওচৰ নৌ পাওঁতেই বাটতে পাটনাত তেওঁৰ মৃত্যু হয়। পৰীক্ষিতনাৰায়ণৰ মৃত্যুৰ বাতৰি পাই, ঢাকাৰ নবাবে তেওঁৰ ৰাজ্য আক্ৰমণ কৰিবলৈ গা চালি দি উঠিল। পৰীক্ষিতৰ মন্ত্ৰীয়ে ইয়াৰ বুজ পাই, বাদশ্যাহক সকলো বৃত্তান্ত জনাবলৈ বুলি নিজেই আগ্ৰালৈ যাত্ৰা কৰিলে। কিন্তু ইফালে নবাবে পৰীক্ষিতনাৰায়ণৰ ৰাজ্য আক্ৰমণ কৰিবলৈ সৈন্য পঠিয়াই দিলে। দেশত ৰজা নাই, মন্ত্ৰী নাই, ৰজাৰ পুতেক বিজিতনাৰায়ণ নাবালক, ভায়েক বলিতনাৰায়ণ ৰাজকাৰ্য্যত দৰঙ্গলৈ আহিছে,—মছলমানৰ সেনাই এনে সুযোগত অতি সহজে খ্রীঃ ১৬১৩ চনত কোচ ৰাজ্য হাত কৰি ললে।

**মছলমানৰ ৯ম, আক্ৰমণ বা কালয়াবৰৰ ২য় ৰণ।—** মছলমাণে দেশ জয় কৰাৰ বাৰ্ত্তা পাই ইফালে বলিতনাৰায়ণে বাজে বাজে উজনিত আহোম ৰজা চুচেংফা বা বুদ্ধিস্বৰ্গনাৰায়ণ স্বৰ্গদেৱত সহায় ভিক্ষা কৰিলেগৈ। স্বৰ্গদেৱে তেওঁৰ প্ৰাৰ্থনামতে, এজাক বৰ তেজী সৈন্য পঠিয়াই মছলমানক যুদ্ধত ঘটালে, আৰু বলিতনাৰায়ণক ধৰ্ম্মনাৰায়ণ নাম দি, খ্ৰীঃ ১৬১৪ অব্দত দৰঙ্গত ৰজা পাতে। এই সময়তে বলিতনাৰায়ণৰ ভায়েক গজনাৰায়ণকো বেলতলাৰ ৰজা পতা হয়। এই বাতৰি বাদশ্বাহৰ ওচৰ পালেগৈ। জাহাঙ্গিৰ বাদশ্বাহে এই কথাত অতিকৈ কুপিত হৈ পুনৰ অসমদেশ আক্ৰমণ কৰিবলৈ সগৰ্ব্বে আদেশ দিলে। সত্ৰাজিত আৰু আবাবাকৰ নামে দুজন মছলমান সেনাপতিয়ে কিছুমান সৈন্য লৈ কোচ আৰু আহোমৰ ৰাজ্য আক্ৰমণ কৰিবলৈ আহে। এই বাতৰি পাই বলিতনাৰায়ণে আহোম ৰজাৰ ওচৰলৈ কটকী পঠিয়ালে। আহোম সেনাই আকৌ কলিয়াবৰলৈকে খেদি আহিল। খ্ৰীঃ ১৬২৭ চনত কলিয়াবৰৰ ওচৰতে এখন ঘোৰতৰ যুদ্ধ হয়। আহোম সেনাই ইয়াৰ আগৰ বাৰত জয়লাভ কৰি উৎসাহ পাই আছিল। সেই উৎসাহতে এই বাৰো সিবিলাকে মূৰপুতি ধৰি মছলমান সেনাক কচু-কটা দিলে। মছলমানবিলাক বিষমৰূপে ঘাটিল; সত্ৰাজিত আৰু আবাবাকৰ ৰণত পৰিল। আহোম সেনাই সিহঁতৰ বাকী সৈন্যবিলাকক গুৱাহাটী পাৰ কৰি খেদি দি বৰনদীৰ পছিমৰ গোটেই ৰাজ্য আহোম ৰজাৰ দখললৈ আনিলে। সেই সময়ৰপৰাই কামৰূপৰ সৰু-সৰু ৰজাবিলাক সম্পূৰ্ণৰূপে আহোমৰজাৰ কৰতলীয়া হয়; আৰু নিলগৰ আক্ৰমণৰপৰা দেশ ৰক্ষা কৰিবৰ নিমিত্তে গুৱাহাটীত বৰফুকন নামে আহোম ৰজাৰ প্ৰতিনিধি স্বৰূপে আহোম-বিষয়া এজন নিগাজীকৈ ৰখা হয়।

**মছলমানৰ ১০ম, আক্ৰমণ বা শ্ৰীঘাটৰ ৰণ।** – সত্ৰাজিত আৰু আবাবাকৰৰ পৰাজয় আৰু মৃত্যুত অতিকৈ অপমান পাই দিল্লীৰ বাদশ্বাহে ততালিকে আকৌ অসমদেশ আক্ৰমণ কৰিবলৈ আদেশ দিয়ে। এইবাৰ আব্দুৰ চালাম নামে এজন সেনাপতি খ্ৰীঃ ১৬৩৬ চনত পোনেই আহোমৰ ৰাজ্যকে লক্ষ্য কৰি আহে। তেওঁ প্ৰথমে বলিতনাৰায়ণৰ কলীয়া আহোম সেনাৰ হাতত কেইবাবাৰো ঘাটিছিল। অৱশেষত, আব্দুৰ চালামক সসৈন্যে বন্দী কৰি গৰগাওঁ নগৰলৈ পঠোৱা হয়। সেই সময়তে পৰীক্ষিতনাৰায়ণৰ পুতেক চন্দ্ৰনাৰায়ণে কৰাইবাৰী নামে ঠাইত ৭০০০ আহোম আৰু কোচ মানুহৰে সৈতে বসতি কৰি থাকোঁতে, বুধনগৰৰ জমিদাৰৰ পুতেক, উত্তমনাৰায়ণে ৰঙ্গামাটিৰ নবাবৰ তলৰ কিছুমান মছলমান সেনাৰ নায়ক হৈ, তেওঁক শ্ৰীঘাটৰ ওচৰতে আক্ৰমণ কৰেগৈ। চন্দ্ৰনাৰায়ণে এই আক্ৰমণ সহিব নোৱাৰি হলমাৰি পৰগনালৈ পলাই গল। তাৰ পাচত, মছলমান সেনাই আব্দুৰৰ তলৰ ভগনীয়া সেনাবিলাকৰে সৈতে লগ লাগি বলিতনাৰায়ণৰ ৰাজ্য আক্ৰমণ কৰে। বলিতনাৰায়ণেও আহোম ৰজাৰ বল পাই ফেৰ পাতি ধৰিলে। দুয়োপক্ষৰ ভিতৰত ঘোৰতৰ যুদ্ধ হল। যুদ্ধত বলিতনাৰায়ণ ঘাটি পলাই যায়, আৰু এজন আহোম ৰাজকোৱঁৰ মছলমানৰ হাতত বন্দী হয়। ইয়াৰ পাচত, মছলমানবিলাকে আহোমৰ পাণ্ডু আৰু শ্ৰীঘাটৰ দুৰ্গ হাত কৰি, বলিতক খেদি উজাবলৈ ধৰে। বলিতনাৰায়ণে এই বাতৰি পাই শিঙ্গৰিলৈ পলাই যায়; আৰু তাতে খ্ৰীঃ ১৬৩৭ অব্দত তেওঁৰ আৰু দুজনা পুতেকৰ মৃত্যু হয়। তাৰ পাচে মছলমানবিলাকে বৰনদীৰ পছিমৰ ৰাজ্য অধিকাৰ কৰি পৰীক্ষিতৰ ৰাজ্যৰ পূৰ্ব্বাংশ আহোম ৰজাক এৰি দি, নিজৰ দেশলৈ উলটিল। বলিতনাৰায়ণৰ লগতে কোচবংশী স্বাধীন ৰজাৰ নাম লোপ পালে।

বেজিনা ফৈদ।—পলৰীয়া অৱস্থাতে বলিতনাৰায়ণৰ মৃত্যু হোৱাৰ পাচত, পৰীক্ষিতনাৰায়ণ ৰজাৰ পুতেক বিজিতনাৰায়ণক মছলমান নবাবে মানাহা আৰু সোণকোষ নদীৰ মাজৰ ৰাজ্যত জমিদাৰ পাতে। তাৰ পাচত তেওঁ বেজিনীতে নগৰ কৰি থাকিল, আৰু তেতিয়াৰেপৰা তেওঁৰ পৰিয়ালক বেজিনী ফৈদ বুলি জনা যায়। বিজিতনাৰায়ণৰ পাচত এই ফৈদৰ যিবিলাক 'ৰজা' খিতাপ পোৱা জমিদাৰ হৈছিল, স্বাধীন ৰজা নোহোৱাৰ গতিকে, সিবিলাকক সংক্ষিপ্ত বুৰঞ্জীৰ পিঠিৰপৰা বাদ দিয়া গল। প্ৰথম বন্দবস্তী মতে, বেজিনী ৰজাই মোগল সম্রাটক বছৰি ৫৯৯৮৲ টকা কৰ শোধাব লাগিছিল। তাৰ পাচে, এই নিয়ম গুচাই বছৰি ৬৮টা হাতী পঠোৱাৰ নিয়ম বন্ধা হয়। খ্ৰীঃ ১৭৮৮ অব্দত এই নিয়ম সলাই পুনৰ বছৰি ২০০০৲ টকা দিয়াৰ নিয়ম কৰা হয়। বৃটিচ গৱৰ্ণমেণ্টৰ দিনৰপৰা এই কৰ গৱৰ্ণমেণ্টত বছৰি ২১৫০৲ টকাকৈ শোধাব লগা হয়। বেজিনী ৰাজ্যৰ ৰাজহ বছৰি ডেৰলাখ টকাৰ ওপৰ উঠে।

দৰঙ্গী ফৈদ।—বলিতনাৰায়ণৰ মৃত্যুৰ পাচত, তেওঁৰ পুতেক মহেন্দ্ৰনাৰায়ণ দৰঙ্গত ৰজা হয়। তেওঁ দৰঙ্গৰ ব্ৰাহ্মণবিলাকক অনেক ব্ৰহ্মোত্তৰ মাটি দান কৰে। খ্ৰীঃ ১৬৪৪ অব্দত মহেন্দ্ৰনায়ণৰ মৃত্যু হোৱাত, তেওঁৰ পুতেক চন্দ্ৰনাৰায়ণ, আৰু খ্ৰীঃ ১৬৬০ অব্দত তেওঁৰ মৃত্যু হোৱাত, তেওঁৰ পুতেক সূৰ্য্যনাৰায়ণ ৰজা হয়। খ্ৰীঃ ১৬৮২ অব্দত মছলমান সেনাপতি মঞ্জুৰ খাঁই সূৰ্য্যনাৰায়ণক যুদ্ধত ঘটাই দিল্লীলৈ বন্দী কৰি নিয়ে। কিছুকালৰ নিমিত্তে বন্দী থাকি, সূৰ্য্যনাৰায়ণ দিল্লীৰপৰা পলাই আহিল; কিন্তু মছলমানৰ হাতত বন্দী হোৱাৰ নিমিত্তে অপমানিত বোধ কৰি, তেওঁ পুনৰ ৰাজ্যভাৰ লবলৈ অস্বীকাৰ কৰিলে। সেই কাৰণে, তেওঁৰ ভায়েক ইন্দ্ৰনাৰায়ণ পাঁচ বছৰ বয়সতে খ্ৰীঃ ১৬৮৫ চনত ৰজা হয়।

আহোম ৰজাই দৰং ৰাজ্য পীয়ল কৰাইছিল।

ইন্দ্ৰনাৰায়ণ নাবালক থাকোঁতেই আহোম ৰজাই সুযোগ বুজি, তেওঁক সম্পূৰ্ণকৈ তলতীয়া কৰি লয়। তেওঁৰ দিনত আহোম ৰজাৰ আদেশ অনুসৰি গোটেই দৰং ৰাজ্য পীয়ল কৰোৱা হৈছিল। ইয়াৰ পাচত, নিজৰ দোষত তেওঁৰ ৰাজ্য দিনক-দিনে এনে দৰে টুটি আহিবলৈ ধৰিলে যে, খ্ৰীঃ ১৭২৫ অব্দত, যেতিয়া তেওঁৰ পুতেক আদিত্যনাৰায়ণ ৰজা হয়, তেতিয়া তেওঁৰ ৰাজ্য গোহাঁইকমলা আলিৰ দক্ষিণে বৰ্ত্তমান মঙ্গলদৈ মহকুমা খণ্ড মাথোন ৰৈছিল গৈ। আদিত্যনাৰায়ণৰ দিনতে গৃহ-কন্দল হয়, আৰু ভায়েক মধুনাৰায়ণে বলেৰে তেওঁৰপৰা ৰাজ্য কাঢ়ি লয়। তেতিয়াৰেপৰা এই ফৈদৰ অৱস্থাও ক্ৰমাৎ হীন হৈ আহিবলৈ ধৰিলে, আৰু অৱশেষত দৰঙ্গী ৰজা সম্পূৰ্ণৰূপে আহোম ৰজাৰ তলতীয়া হয়।

ওপৰত কোৱা অৱস্থাৰে কিছুকাল কৰতলীয়া হৈ ৰাজ্য ভোগ কৰাৰ পাচত, দৰঙ্গী ৰজাৰ অৱস্থা অতিকৈ শোক-লগা হৈ পৰিল। গৃহ-বিবাদ আৰু বিলাসিতাই ইয়াৰ মূলকাৰণ। অৱশেষত, আহোম ৰজাই সিবিলাকক একেবাৰে অকামিলা বিবেচনা কৰি, তলতীয়া ৰজাৰপৰাও নমাই, সেই 'ৰজা' খিতাপেৰেই এবিধ কৰ্ম্মচাৰীমাথোন কৰিলে। তেতিয়াৰপৰা সিবিলাকে প্ৰৱৰ্ত্তিব পৰাকৈ নিষ্কৰ মাটি পাবলৈ নিয়ম বন্ধা হল। বৃটিচ গৱৰ্ণমেণ্টে দেশ লোৱাৰ পাচৰপৰা সিবিলাকক নিজ ব্যৱহাৰৰ নিমিত্তে সেই মাটিকে নিস্পিখেৰাজ কৰি দিলে।

# ২। আধ্যা।

## ছুটীয়া ৰজা।

ছুটীয়াবিলাকৰ আদি বসতিস্থান লক্ষীমপুৰ জিলাৰ অন্তৰ্গত সোণাগিৰি আৰু বিদৰ্ভা নগৰ ( এতিয়াৰ শদিয়া )। ইবিলাকৰ স্বকীয়া ভাষা আছিল। এতিয়া তাক দেউৰী ভাষা বোলে।

**ৰত্নধ্বজ।**—সোৱণশিৰী নৈৰ শুৰিত সোণাগিৰি পাহাৰত ভীষ্মক ৰজাৰ বংশৰ নিচেই টোকোনা ছুটীয়াৰ পৰিয়াল এটা আছিল। বীৰবল নামে এজন মানুহ এই পৰিয়ালৰ মূল গৃহস্থ। তেওঁক পাচলৈ বীৰপাল নামেও জনা যায়। ধন-বিত নোহোৱাৰ নিমিত্তে এই পৰিয়ালত সদাই দন্দ-হাই মুগুচে। পিচে, এদিন এটা শুভ সমাজিক অনুসৰি বীৰবলে এজোপা গছৰ তলত বহু ধন-বিতৰে সৈতে এখন ঢাল, এখন তৰোৱাল, এপাত যাঠী আৰু এটা সোণৰ মেকুৰি পালে। এই সম্পত্তি লাভ কৰাৰ পাচৰপৰা বীৰবলৰ অৱস্থা দিনক-দিনে ভালৰ ফালে আহিল, আৰু সেইবোৰ কুবেৰদত্ত সম্পত্তি বুলি তেওঁ অতি যতনেৰে ৰাখি তাক পূজা কৰিবলৈ ধৰিলে। ইয়াৰ পাচত বীৰবলৰ ঘৈনীয়েক ৰূপৱতীয়ে এটি সুলক্ষণীয়া পুত্ৰ-সন্তান প্ৰসৱ কৰে। সুশ্ৰী আৰু সুলক্ষণীয়া দেখি বীৰবলে লৰাটিৰ নাম গৌৰনাৰায়ণ ৰাখিলে। বয়সৰ লগে লগে গৌৰনাৰায়ণৰ বল, সাহ, বুদ্ধি আদিৰ চিনাকি পাই ছুটীয়াবিলাকে তেওঁৰ ওচৰত মূৰ দোৱাঁবলৈ ধৰিলে, আৰু তেওঁ নিজ বাহুবলেৰে ওচৰৰ পৰ্ব্বতীয়া জাতিবিলাকক তলতীয়া কৰি ললে। তাৰ পাচত, তেওঁ ব্ৰহ্মপুত্ৰ উপত্যকাৰ ফালে আহি ভদ্ৰসেন নামে ৰজা এজনক যুদ্ধত ঘটাই, তেওঁৰ ৰাজ্যত এটা দুৰ্গ স্থাপন কৰে। গৌৰনাৰায়ণে শ্ৰীঃ

## ছুটীয়া ৰাজবংশৰ আদিপুৰুষ বীৰবল বা বীৰপাল।

১২২৩ অব্দত ৰত্নপুৰত নতুনকৈ ৰাজধানী পাতি ৰত্নধ্বজপাল নাম গ্ৰহণ কৰে। এওঁৱেই ছুটীয়াবিলাকৰ প্ৰথম ৰজা। ভদ্ৰসেনক পৰাস্ত কৰাৰ পাচত, ৰত্নধ্বজে ন্যায়পাল নামে এজন ৰজাক আক্ৰমণ কৰে। এওঁ যুদ্ধ নকৰাকৈয়ে নিজৰ জীয়েকক ৰত্নধ্বজলৈ বিয়া দি, তেওঁৰে সৈতে মিতিৰ পাতিলে। ইয়াৰ পাচত ৰত্নধ্বজে নিজৰ ৰাজ্যৰ সীমাই-সীমাই এটা বৰ ডাঙ্গৰ গড় বন্ধাই সোণাগিৰিলৈ উলটি আহিল।

ন্যায়পালৰ কন্যাৰ গৰ্ভত ৰত্নধ্বজৰ ঔৰষত খ্ৰীঃ ১২২৬ অব্দত বিজয়ধ্বজ পালৰ জন্ম হয়। পুতেক ডেকা হলত, ৰত্নধ্বজে তেওঁলৈ ছোৱালী বিচাৰি, ওচৰত মিতিৰ কৰিবৰ যোগ্য মানুহ নেদেখি, কমতাপুৰৰ ৰজা নীলধ্বজৰ কন্যা এটীক খুজিবৰ নিমিত্তে কটকী পঠিয়ায়। কিন্তু, সেই কালৰ মহা পৰাক্ৰমী ৰজা নীলধ্বজে ৰত্নধ্বজৰ প্ৰস্তাৱ সগৰ্ব্বে দলিয়াই পেলালে। ইয়াতে অপমানিত হৈ, ৰত্নধ্বজে কমতাপুৰ ৰাজ্য আক্ৰমণ কৰিবৰ অৰ্থে বিপুল আয়োজন কৰি লৈ, যথা সময়ত নীলধ্বজ ৰজাৰ ৰাজ্যৰ সীমা পালেগৈ। নীলধ্বজে ছুটীয়া ৰজাৰ এনে আক্ৰোশ আৰু আয়োজন দেখি পেটে-পেটে ভয় কৰিলে। গতিকে তেওঁ ৰত্নধ্বজৰ লগত যুদ্ধ নাপাতি সন্ধিৰ প্ৰস্তাৱ মেলিলে। এই সন্ধি অনুসৰি নীলধ্বজে তেওঁৰ জীয়েক কেইগৰাকীৰ ভিতৰত সবাতকৈ সুন্দৰীটিকে সালঙ্কতাকৈ ৰাজযোগ্য যৌতকৰে সৈতে বিজয়ধ্বজলৈ বিয়া দিলে। ইয়াৰ পাচত, ৰত্নধ্বজে গৌৰেশ্বৰৰ লগত মিত্ৰতা কৰি, পঢ়িবৰ নিমিত্তে তেওঁৰ ঘৰত নিজৰ পুত্ৰ এটি থৈ আহেগৈ।

কমতাপুৰৰপৰা ৰত্নধ্বজ উলটি নিজৰ ৰাজ্যলৈ অহাৰ কিছুমান দিনৰ পাচতে গৌৰেশ্বৰৰ ঘৰত থৈ অহা তেওঁৰ পুত্ৰটিৰ মৃত্যু হয়। গৌৰেশ্বৰে সেইবাবে মৰণান্তিক দুখিত হৈ মৃত লৰাটিৰ শৰটি অতি যতনেৰে ছুটীয়া ৰাজধানীলৈ পঠিয়াই দিলে। সেই সময়ত ৰত্নধ্বজে ৰত্নপুৰত নতুন

নগৰ এখনি পাতিবৰ অৰ্থে আয়োজন কৰিছিল। পিচে, পুতেকৰ মৰা-শ পাই মনৰ বেজাৰত তেওঁ সেই নগৰতে মৰা শৰটিৰ মৈদাম দি, তাৰ চলন্তা নাম 'পাল-শ-দিয়া' (অৰ্থাৎ পাল ৰজাৰ শ-পোতা) ৰাখিলে। আজিকালিৰ 'শদিয়া' নগৰৰ নামৰ এয়ে আঁতিগুৰি; 'পাল-শ-দিয়া' নাম লৰচৰ হৈ বৰ্ত্তমান 'শদিয়াত' বৈছেগৈ।

বিজয়ধ্বজপাল।—খ্ৰীঃ ১৩০৩ অব্দত ৰত্নধ্বজপালৰ পৰলোক হয়। তেওঁৰ পাচত, পুতেক বিজয়ধ্বজপাল সেই শকতে ছুটীয়া ৰাজ-পাটত উঠে। এওঁৰ পাচত, এই বংশৰ ক্ৰমান্বয়ে বিক্ৰমধ্বজপাল, শঙ্খধ্বজপাল, গৰুড়ধ্বজপাল, ময়ূৰধ্বজপাল, জয়ধ্বজপাল আৰু কৰ্ম্মধ্বজপাল নামে ছজন ৰজাই ৰাজত্ব কৰে। সেই সকল ৰজাৰ ৰাজত্বত কোনো উল্লেখযোগ্য ঘটনা হোৱা জনা নাযায়।

ধৰ্ম্মধ্বজপাল।—কৰ্ম্মধ্বজৰ মৃত্যুৰ পাচত, তেওঁৰ পুতেক ধৰ্ম্মধ্বজ ৰজা হয়। এই জনা ৰজা বহুকাললৈকে অপুত্ৰক আছিল। সন্তানৰ মুখ দেখিবৰ কাৰণ তেওঁ অনেক দেৱ-দেৱীৰ আৰাধনা আৰু পূজাসেৱা আদি কৰাৰ পাচত, বুঢ়াকালত তেওঁ এটি কন্যাৰত্ন লাভ কৰে। বহু আৰাধনাৰ বলত লাভ কৰাৰ কাৰণে, ছোৱালীটিৰ নাম সাধনী ৰখা হল। সাধনী বৰ ৰূপহী ছোৱালী আছিল। বয়সৰ লগে লগে সাধনীৰ সৌন্দৰ্য্যৰ জেউতি চৰিবলৈ ধৰিলে। লাহে-লাহে সাধনীৰ বিবাহৰ কাল উপস্থিত হলহি। ধৰ্ম্মধ্বজে কন্যাৰ নিমিত্তে উপযুক্ত পাত্ৰ বিচাৰি নাপাই ভাবনাত পৰিল। অৱশেষত, তেওঁ সয়ম্বৰৰ পণ কৰিবলৈ মনস্থ কৰে। এনে ভাব মনত লৈ, তেওঁ এদিন অকলে ফুৰিবলৈ গৈছিল। এনেতে, 'পাল-শ-দিয়া' মৈদামৰ ওপৰত এটা কেৰ্কেটুৱাক তেওঁ অহা-যোৱা কৰি থকা দেখিলে। খেদি দিলেও কেৰ্কেটুৱাটো নাযায়। ধৰ্ম্মধ্বজে ইয়াকে চাই চাই থাকি, হঠাৎ পণ

কৰি উঠিল যে, যেয়ে একেপাত কাঁড়েৰে কেৰ্ক্কেটুৱাটো শালি মাটিত পেলাব পাৰিব, তাকে তেওঁ সাধনী আইদেওক বিয়া দিব। পৰম ৰূপৱতী সাধনীক লাভ কৰিবৰ অৰ্থে, ভালেমান কৃতবিদ্য লোকে কেৰ্ক্কেটুৱা বিন্ধিবলৈ গ'ল ; কিন্তু, বহুত সিদ্ধহস্ত লোকেও কৃতকাৰ্য্য হব নোৱাৰিলে। সৰশেহত নিতাই নামেৰে সামান্য চুটীয়া লৰা এটাই ধৰ্ম্মধ্বজৰ পণ অনুসৰি কেৰ্ক্কেটুৱাটো কাঁড়েৰে শালি মাটিত পেলালে। সামান্য ঘৰৰ লৰা এটাৰ এই কাৰ্য্য দেখি সকলো বিস্মিত হল। কিন্তু, ধৰ্ম্মধ্বজে নিজৰ প্ৰতিজ্ঞাৰপৰা পিছলিব নোৱাৰি, সাধনীক সেই সামান্য চুটিয়া লৰাটোতে বিয়া সোমাবলৈ অনুমতি দিলে। সুশিক্ষিতা সচ্চৰিত্ৰা পৰম ৰূপৱতী ৰাজকন্যা সাধনীয়ে হৰ্ষচিত্তেৰে পিতৃৰ অনুমতি পালন কৰিলে। ধৰ্ম্মধ্বজে অৱশেষত ভাবিলে যে, তেওঁ অপুত্ৰক গতিকে এনেয়ো তেওঁৰ বংশৰপৰা ৰাজ-সিংহাসন যাব ; এতেকে, যেনে-তেনে উপায়েৰে তেওঁৰ একেটি মাথোন সন্তান সাধনীৰ ৰাজ্যৰ গৰাকিনী পতাই তেওঁৰ উদ্দেশ্য হোৱা উচিত। এনে ভাবি, তেওঁ নিজৰ মূৰৰপৰা ৰাজমুকুট নিজে থহাই চুটীয়া লৰাক পিন্ধালে, আৰু 'কুবেৰদত্ত' সম্পত্তিখিনি নিতাইৰ হাতত গতাই দি, সমাজৰ আগত তেওঁ স্বীকাৰ কৰিলে যে, সেই দিনৰপৰা তেওঁ ৰজা ভাগিল ; চুটীয়া ৰাজপাটত সাধনীক লাভ কৰা চুটীয়া লৰাটিৰ হে অধিকাৰ হল। ৰাজপাটত উঠি, নিতায়ে চুটীয়া ৰাজবংশৰ ৰীতি অনুসৰি নীতিপাল নাম গ্ৰহণ কৰে।

নীতিপাল।—নীতিপালেই চুটীয়া বংশৰ শেহ ৰজা। তেওঁ ৰজা হৈ আগৰ লগৰীয়া সামান্য মানুহবিলাকৰ লগত মিলা-প্ৰীতি ৰাখি, সিইঁতক ৰাজ্যৰ ডাঙ্গৰ, ডাঙ্গৰ বিষয়বিলাকত নিযুক্ত কৰিবলৈ ধৰিলে। গতিকে, ৰাজ্যত নানা প্ৰকাৰ অন্যায়-উপদ্ৰৱ আদি হৈ চাৰিওফালে

হাহাকাৰ লাগি উঠিল। প্ৰজাবিলাকে পাচলৈ তেওঁক নীতিপালৰ সলনি অনীতিপাল নাম দি গৰিহনা দিবলৈ ধৰিলে। তেওঁৰ অন্যায় শাসনত ছুটীয়া ৰাজ্যৰ দুৰৱস্থাৰ সীমা নোহোৱাত পৰিল। পিচে, এই বাতৰি লাহে লাহে আহোম ৰজাৰ ওচৰ পালেগৈ। সেই সময়ত আহোম ৰাজ-পাটত স্বৰ্গদেৱ চুহুম্মুং বা স্বৰ্গনাৰায়ণ ৰজা আছিল। এই জনা স্বৰ্গদেৱৰ ৰাজত্বৰ কালত, খ্ৰীঃ ১৫০০ অব্দত কেনেকৈ যুদ্ধত ছুটীয়া ৰজাক ঘটাই তেওঁৰ ৰাজ্য আহোম ৰাজ্যৰ ভিতৰ কৰা হৈছিল, আৰু শদিয়াত 'শদিয়াখোৱা গোহাঁই' বিষয়াক শাসনকৰ্ত্তা পাতি কেনেকৈ ছুটীয়াবিলাকক আসামৰ চাৰিওফালে সিঁচৰিতকৈ থাপি সিবিলাকৰ পুনৰুত্থানৰ বীজ নাশ কৰিলে, সেই বিষয়ে আহোম ৰজাৰ ৰাজত্বত বহলাই লিখা হৈছে। এই যুদ্ধতে নীতিপালৰ মৃত্যু ঘটে, আৰু তেওঁৰ সাধনী ৰাণীয়ে কুবেৰদত্ত সম্পত্তি বুকত বান্ধি লৈ চন্দনগিৰি পৰ্ব্বতৰ টিঙ্গৰপৰা তলৰ কুণ্ডলৈ জাঁপ দি দেহত্যাগ কৰে।

সাধনীক বিয়া দিয়াৰ পাচত, ধৰ্ম্মধ্বজপাল ৰজাৰ এটি পুত্ৰ জন্ম হয়। বহু সাধনাৰ ফলত লাভ কৰাৰ কাৰণে, লৰাৰ নাম সাধক ৰখা হৈছিল। সাধকৰ জন্মৰ পূৰ্ব্বেই ধৰ্ম্মধ্বজে জোঁৱায়েকক ৰাজ্য এৰি দিয়াৰ গতিকে, সাধকে পিতৃৰাজ্যত ৰজাৰ একো বাব পাব নোৱাৰিলে। কিন্তু, নীতিপালক বধ কৰি আহোম ৰজাই ছুটীয়া ৰাজ্য দখল কৰাৰ পাচত, সাধকক নামনি আসামত, উত্তৰে কবিৰৰ আলি, দক্ষিণে ব্ৰহ্মপুত্ৰ, পূবে ৰৌটা, পছিমে দৰং ও ধনশিৰী এই চতুঃসীমাৰ ভিতৰত এজন তলতীয়া ৰজা পাতি ৰাখিলে।

ছুটীয়া জাতি ঘোৰ কালীভক্ত আছিল। ইবিলাকে কেঁচাইখাতী গোসাঁনীক নৰবলি দি পূজিছিল। আহোম ৰজাই দেশ দখল কৰাৰ পাচতো ছুটীয়াৰ পুৰোহিত 'দেউৰী'বিলাকে নৰবলি দিছিল; কিন্তু

পাচলৈ প্ৰাণদণ্ড হোৱা অপৰাধীক হে বলি দিব পাৰিছিল। শদিয়াৰ কেঁচাইখাতী পীঠস্থানত ছুটীয়াবিলাকে তামৰ মন্দিৰ সাজি লৈ মহা আড়ম্বৰেৰে কালীপূজা চলাইছিল।

---

# ৩। আধ্যা।

## কছাৰি ৰজা।

কছাৰিবিলাক ব্ৰহ্মপুত্ৰ উপত্যকাৰ আদি-বাসী। সিবিলাকে নিজক বদোবংশী বুলি চিনাকি দিয়ে; কিন্তু, বঙ্গদেশৰ ফালে সিবিলাক মেছ নামেহে জনাজাত। আহোমসকলে কছাৰিবিলাকক টিমিছা বুলিছিল। কিন্তু, যদ্যপি ইবিলাক নানা নামে অভিহিত হৈছিল, কছাৰি নামেই ইবিলাকৰ চলন্তা নাম, আৰু সেই নাম অনুসৰিয়েই যে কাছাৰ জিলাৰ নাম হৈছে, সেইটো ঠাৱৰ। কছাৰিবিলাক হিড়িম্বাৰ গৰ্ভজাত দ্বিতীয় পাণ্ডৱ ভীমৰ বংশী বুলিও সিবিলাকে চিনাকি দিয়ে। সেই মতেই হিড়িম্বাপুৰ বা ডিমাপুৰ নামৰ উৎপত্তি; আৰু সেই ডিমাপুৰৰ অধীশ্বৰ কছাৰি ৰজাবিলাকে হিড়িম্বেশ্বৰ উপাধি লৈছিল।

কছাৰিবিলাকৰ কোনো লিখা বুৰঞ্জী নাই। আহোম আৰু কোচ ৰজাৰে সৈতে সম্পৰ্ক নলগালৈকে কছাৰি ৰজাসকলৰ নাম পৰ্য্যন্ত কিম্বদন্তীমূলক। খ্ৰীঃ ত্ৰয়োদশ শতাব্দীত কছাৰি ৰাজ্য ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে দিখৌৰপৰা কলং নৈলৈকে বিস্তৃত আছিল। ইয়াৰ ভিতৰত ধনশিৰী উপত্যকা ভাগতে সিবিলাকৰ প্ৰভুত্ব প্ৰবল আছিল, আৰু কাছাৰ পাহাৰৰো কিছু অংশ ইবিলাকৰ দখলত পৰিছিল। চতুৰ্দ্দশ

খ্ৰীষ্টাব্দত দিখৌৰ পূবত স্থাপিত হোৱা কছাৰি ৰাজ্য লাহে লাহে এৰা পৰিবলৈ ধৰে। পঞ্চদশ খ্ৰীষ্টাব্দৰ শেহছোৱাত এই সীমা লৈয়ে কছাৰি আৰু আহোম ৰজাৰ ভিতৰত যুদ্ধ-বিগ্ৰহ চলিছিল। প্ৰথম-প্ৰথম এই যুদ্ধত আহোম ৰজা ঘাটিছিল; কিন্তু তাৰ পাচত সিবিলাকে কছাৰি ৰাজ্য ক্ৰমাৎ ঠেলি নি ধনশিৰী সীমাত থলেগৈ।

খুনখৰা।—ৰাজ্যৰ সীমা লৈ, কছাৰি আৰু আহোম ৰজাৰ ভিতৰত ভালেমান দিনলৈকে ৰণ চলি আছিল। ১৫২৬ খ্ৰীষ্টাব্দত ধনশিৰী সীমা লৈ দুয়োপক্ষৰ ভিতৰত দুখন ৰণ লাগে। প্ৰথম খনত কছাৰি ৰজাৰ জয় হৈছিল; কিন্তু পিচৰ খনত আহোম ৰজাৰ জয় নিশ্চয় হল। ইয়াৰ পাচত, আকৌ ১৫৩১ খ্ৰীষ্টাব্দত সেই যুদ্ধৰ জুই জ্বলি উঠিছিল। এই বাৰ আহোম সেনাই কছাৰি সেনাক খেদি হোহঁকাই নি একেবাৰে সিবিলাকৰ ডিমাপুৰ নগৰত সোমালগৈ। কছাৰি ৰজা খুনখৰা নিৰুপায় হৈ পলাল; কিন্তু তেওঁৰ ভায়েক ডেচ্ছক ধৰি বধ কৰা হল।

ডেট্‌চুং।—খুনখৰা ৰজা পলাই যোৱাত, তেওঁৰ কুটুম্ব ডেট্‌চুঙ্গক আহোম সেনাপতিয়ে ডিমাপুৰত ৰজা পাতি আহে। তেওঁ আহোমৰ বশ্যতা স্বীকাৰ কৰি, বছৰি এধাৰ মুকুতাৰ মণি, এখন দোগ্‌দুগী আৰু এটা ঘোঁৰা আহোম ৰজালৈ সম্মানী কৰ পঠাবলৈ অঙ্গীকাৰ কৰিছিল। পিচে, এই অঙ্গীকাৰ ডেট্‌চুঙ্গে অলপ পিচতে পাহৰি পেলালে। এই কথাত আহোম স্বৰ্গদেৱ চুহুম্মুং কুপিত হল, আৰু তেওঁ ১৫৩৬ খ্ৰীষ্টাব্দত ডিমাপুৰ ৰাজ্য পুনঃ আক্ৰমণ কৰিলে। ডেট্‌চুঙ্গক ৰণত ঘটাই বধ কৰা হল, আৰু এইবাৰ ডিমাপুৰ ৰাজ্য সম্পূৰ্ণে আহোম ৰজাৰ দখলত পৰিল। তেতিয়াৰপৰা কছাৰিবিলাক ডিমাপুৰৰপৰা ভাগি মায়ং বা মায়বঙ্গত থিতাপি হলগৈ।



ডিমাপুৰ নগৰৰ ভগ্নাৱশেষ ; দুটা স্তম্ভ ।

চিলাৰায়ৰ বীৰত্বৰ আগত কছাৰি সেনা পৰাস্ত হয়।

ডিমাপুৰ নগৰৰ ভগ্নাৱশেষে আজিও প্ৰবল প্ৰতাপী কছাৰি ৰজাৰ চিনাকি দিব লাগিছে। বৰ্ত্তমান ডিমাপুৰ থানাৰ সমুখত ধনশিৰী নৈৰ দক্ষিণ পাৰত এই নগৰৰ পকী গড় আৰু দুৱাৰ অদ্যাপি দেখিবলৈ পোৱা যায়।

**চক্ৰধ্বজ।**—দৈয়াং নৈৰ ওচৰত কাচমাৰী পথাৰত আৰু এখন পুৰণি নগৰৰ চিন পোৱা যায়। এই নগৰ কছাৰি ৰজা চক্ৰধ্বজে পাতিছিল বুলি জনা যায়। কিন্তু, ইতিপূৰ্ব্বেই ধনশিৰী উপত্যকা এৰি মহুৰ নৈৰ দাঁতিত মায়ং বা মায়বঙ্গত কছাৰি উপনিবেশ স্থাপিত হৈছিল।

**চিলাৰায়ৰ আক্ৰমণ।**—মায়ং বা মায়বঙ্গত গৈয়ো কছাৰি-বিলাকে শত্ৰুৰ আক্ৰমণৰ হাত সাৰিব পৰা নাছিল। ষোড়শ খ্ৰীষ্টাব্দৰ মাজছোৱাত বিখ্যাত কোচ ৰজা নৰনাৰায়ণৰ ভায়েক মহা বাহুবলী যুবৰাজ চিলাৰায়ে কছাৰি ৰাজ্য আক্ৰমণ কৰেগৈ। সেই আক্ৰমণত কছাৰি ৰজা সম্পূৰ্ণে ঘাটিছিল। আৰু, বছৰি ৭০০০০৲ টকা, ১০০০ সোণৰ মোহৰ আৰু ৬০টা হাতী কৰ শোধাবলৈ মান্তি হৈ, কছাৰি ৰজাই মহাৰাজ নৰনাৰায়ণৰ অধীনতা স্বীকাৰ কৰে।

**শত্ৰুদমন।**—নতুন উপনিবেশত হৈ যোৱা কছাৰি ৰজাবিলাকৰ ভিতৰত শত্ৰুদমন এজন বৰ প্ৰতাপী ৰজা হৈ উঠিছিল। সপ্তদশ খ্ৰীষ্টাব্দৰ আৰম্ভণত কছাৰি বংশৰ ডিমৰুৱাৰ শাসনকৰ্ত্তা প্ৰভাকৰক জয়ন্তীয়াৰ ৰজা ধনমাণিকে বন্দী কৰি নিয়েহি। কছাৰি ৰজা শত্ৰুদমনে ভতিজাক প্ৰভাকৰক এৰি দিবৰ কাৰণে জনোৱাতো জয়ন্তীয়াৰ ৰজাই তালৈ আওকাণ কৰিলে। এই কথাত কুপিত হৈ শত্ৰুদমনে জয়ন্তীয়া ৰাজ্য আক্ৰমণ কৰিলে। আৰু ধনমাণিক যুদ্ধত ঘাটি শত্ৰুদমনৰ শৰণাগত হল।

**ৰহাৰ ৰণ।**—জয়ন্তীয়া যুদ্ধৰ সন্ধি মতে ধনমাণিক ৰজাৰ পুত্ৰ যশমাণিক জামিন স্বৰূপে কছাৰি ৰজাৰ নগৰত বন্ধোৱা বা লগা হৈছিল। তাৰ পাচে, ধনমাণিকৰ মৃত্যুৰ পাচত শত্ৰুদমনে যশমাণিকক মুক্তি দি পিতৃ-ৰাজ্যত ৰজা পাতিলে। কিন্তু, যশমাণিকে সেই উপকাৰ পাহৰি শত্ৰুদমনৰ দৰ্প নষ্ট কৰিবৰ অভিপ্ৰায়ে তলে তলে আহোম ৰজাৰে সৈতে ফন্দি পাতিলে। সেই মতেই আহোম স্বৰ্গদেৱ চুচেঙ্গফা বা প্ৰতাপনাৰায়ণে কছাৰি ৰাজ্য আক্ৰমণ কৰিবলৈ সৈন্য পঠিয়ায়। পিচে, মহা পৰাক্ৰমী শত্ৰুদমনেও উলটি ধৰাত, ১৬৩০ খ্ৰীষ্টাব্দত ৰহাত দুয়োপক্ষৰে ঘোৰতৰ যুদ্ধ হয়। এই যুদ্ধত জয় লাভ কৰি শত্ৰুদমনে প্ৰতাপনাৰায়ণ বা প্ৰতাপদমন নাম লয়, আৰু ৰাজধানী মায়ং বা মায়বঙ্গৰ নাম কীৰ্ত্তিপুৰ থয়। এই সময়তে আহোমৰ ৰাজ্যত মছলমানৰ আক্ৰমণ পৰাত, আহোম ৰজাই কছাৰি ৰজাৰে সৈতে লগা যুদ্ধ স্থগিত ৰাখিলে।

**নৰনাৰায়ণ।**—শত্ৰুদমনৰ লোকান্তৰ হোৱাত, পুতেক নৰনাৰায়ণ ৰজা হয়। তেওঁ শাসনভাৰ লৈ আগন্তুক আহোমৰ আক্ৰমণ নিবাৰণ কৰিবলৈ আয়োজন কৰি থাকোঁতেই তেওঁৰ অকাল মৃত্যু হয়। ইয়াত বাজে নৰনাৰায়ণৰ ৰাজত্বত উল্লেখযোগ্য ঘটনা হোৱা নাই।

**ভীমদৰ্প।**—নৰনাৰায়ণৰ পাচত দদায়েক ভীমদৰ্প কছাৰি ৰাজপাটত উঠে। তেওঁক ভীমবল নামেও জনা যায়। শত্ৰুদমনৰ ৰাজত্বত আহোম-কছাৰি ৰণত তেওঁ প্ৰধান সেনাপতিৰ বাব পাইছিল। ভীমদৰ্প বৰ বাহুবলী ৰজা আছিল; আৰু আহোম ৰজাৰ দৰ্প চূৰ্ণ কৰিবৰ মনেৰে তেওঁ বিপুল আয়োজনেৰে ধনশিৰীৰ সীমান্ত আহোমৰ ৰাজ্য আক্ৰমণ কৰিছিলগৈ। কিন্তু, এনেতে তেওঁৰো ১৬৩৭ খ্ৰীষ্টাব্দত অকাল-মৃত্যু হয়।

ইন্দ্ৰবল্লভ।—ভীমদৰ্পৰ পাচত তেওঁৰ পুতেক ইন্দ্ৰবল্লভ মায়বং বা কীৰ্ত্তিপুৰত ৰজা হয়। তেওঁ আহোম ৰজাৰে সৈতে পুনঃ মিলা-প্ৰীতি ৰাখিবৰ নিমিত্তে ভালেমান উপহাৰে সৈতে আহোম ৰজাৰ ওচৰলৈ কটকী পঠিয়াইছিল। কিন্তু, স্বৰ্গদেৱ চুচেঙ্গফাই কছাৰি ৰজাক স্বাধীন ৰজা বুলি মানিবলৈ অমান্তি হৈ, সেই কটকীক নীৰস ভাৱে বিদায় দিয়ে। এই কথাত ইন্দ্ৰবল্লভে নতুন আক্ৰমণৰ আশঙ্কা কৰি, ধনশিৰী সীমাৰপৰা তেওঁৰ শাসন একেবাৰে উঠাই নিলে। ইন্দ্ৰবল্লভে ১৬৩৭ খ্ৰীষ্টাব্দৰপৰা ১৬৪৪ খ্ৰীষ্টাব্দলৈকে সাত বছৰ মাথোন ৰাজত্ব কৰে।

বীৰদৰ্পনাৰায়ণ।—ইন্দ্ৰবল্লভৰ পাচত বীৰদৰ্পনাৰায়ণ ৰজা হয়। তেওঁ নিজৰ দুৰ্ব্বলতা জানি, আহোম ৰজাৰে সৈতে বৈবাহিক সূত্ৰে মিত্ৰতা কৰিবলৈ চেষ্টা কৰে। আৰু, তেওঁ আহোমৰ কৰতলীয়া ৰজা বুলি স্বীকাৰ কৰাত, চুৰমফা স্বৰ্গদেৱে এগৰাকী আহোম গাভৰুক তেওঁলৈ বিয়া দি মিত্ৰতা ৰক্ষা কৰিলে। কিন্তু, এই মিত্ৰতা পেটেসমন্বিতে কোনো পক্ষে গ্ৰহণ কৰা নাছিল। ইয়াৰ পাচতো ভিতৰি আহোম আৰু কছাৰি ৰজাৰ ভিতৰত মনান্তৰ চলি আছিল, আৰু ১৬৬০ খ্ৰীষ্টাব্দত স্বৰ্গদেৱ জয়ধ্বজসিংহই বীৰদৰ্পনাৰায়ণক দেখাদেখিকৈ সাৱধান কৰিব লগাত পৰিছিল। তেওঁ ১৬৪৪ খ্ৰীষ্টাব্দৰপৰা ১৬৭২ খ্ৰীষ্টাব্দলৈকে ২৮ বছৰ ৰাজত্ব কৰে।

তাম্ৰধ্বজ।— বীৰদৰ্পনাৰায়ণৰ লোকান্তৰৰ পাচত গৰুড়ধ্বজ, মকৰধ্বজ আৰু উদয়াদিত্য নামে তিনিজন ৰজাই ৩০ বছৰ ৰাজত্ব কৰে। তাৰ পাচত, ১৭০২ খ্ৰীষ্টাব্দত তাম্ৰধ্বজ কছাৰি ৰাজপাটত উঠে। তেওঁ ৰজা হৈয়ে আহোম ৰজাৰ অধীনতা অস্বীকাৰ কৰি, নিজে স্বাধীন ৰজা বুলি ঘোষণা কৰিলে। এই কথাত কুপিত হৈ,

মহাৰাজ ৰুদ্ৰসিংহ স্বৰ্গদেৱে ৭০০০০ সেনাৰে সৈতে কছাৰিৰ ৰাজ্য তুফালৰপৰা আক্ৰমণ কৰালে। তাম্ৰধ্বজে এই আক্ৰমণ সহিব নোৱাৰি খাচপুৰলৈ পলাই গল, আৰু কছাৰি ৰাজধানী মায়বং বা কীৰ্ত্তিপুৰ আহোম ৰজাৰ হস্তগত হল। তাৰ পাচত, তাম্ৰধ্বজে জয়ন্তীয়াৰ ৰজা ৰামসিংহৰ ওচৰত সহায় ভিক্ষা কৰিলে। ৰামসিংহই সহায় কৰিবলৈ উদ্যত হওঁতেই কছাৰি ৰাজ্যত জ্বৰ, গ্ৰহণী আদি ব্যাধিৰ উৎপাত হোৱাত মায়বং নগৰ নষ্ট কৰি আহোমৰ ফৌজ গুচি আহিল। তাম্ৰধ্বজে এই সংবাদ পাই, ৰামসিংহৰ সহায় অগ্ৰাহ্য কৰি পঠিয়ালে। পিচে, তাম্ৰধ্বজৰ এনে আচৰণে নিজৰ দুৰ্ব্বলতা প্ৰকাশ কৰাত, জয়ন্তীয়া ৰজাই কছাৰি ৰাজ্য চামিল কৰি লবৰ অভিপ্ৰায়ে তাম্ৰধ্বজক বন্দী কৰাই নিলে। এই অৱস্থাত নিৰুপায় হৈ তাম্ৰধ্বজে তলে তলে আহোম ৰজালৈ শৰণাগত হৈ উদ্ধাৰৰ প্ৰাৰ্থনা জনালে। ৰুদ্ৰসিংহ স্বৰ্গদেৱে সেই মতে তাম্ৰধ্বজক এৰি দিবৰ কাৰণ জয়ন্তীয়া ৰজাক জনালে। কিন্তু, ৰামসিংহে সেই অনুৰোধ সদৰ্পে দলিয়াই পেলালে। ইয়াতে অপমান বোধ কৰি, ৰুদ্ৰসিংহ স্বৰ্গদেৱে ৰামসিংহক আক্ৰমণ কৰি, ১৭০৮ খ্ৰীষ্টাব্দত জয়ন্তীয়াপুৰ দখল কৰিলে। তাৰ পাচত, বিশ্বনাথত দৰবাৰ পাতি, তালৈকে তাম্ৰধ্বজক অনাই যথানিয়মে শৰণাগত কৰাই, ৰুদ্ৰসিংহ স্বৰ্গদেৱে তেওঁক মায়বঙ্গত পুনঃ ৰজা পাতিলে। কিন্তু, অলপ দিনৰ পাচতে টান নৰিয়াত পৰি তাম্ৰধ্বজৰ মৃত্যু হল।

শূৰদৰ্পনাৰায়ণ।—তাম্ৰধ্বজৰ লোকান্তৰ হোৱাত, আহোম বিষয়া গৈ তেওঁৰ ৯ বছৰীয়া নাবালক পুত্ৰ শূৰদৰ্পনাৰায়ণক মায়বঙ্গত ৰজা পাতি আহিল। কিন্তু, আহোম ৰজাৰ তত্ত্বাৱধানত বাৰবছৰ মাথোন ৰাজত্ব কৰোঁতেই তেওঁৰ অকাল-মৃত্যু হয়।

সন্ধিকাৰী।—শূৰদৰ্পনাৰায়ণৰ পাচত হৰিশ্চন্দ্ৰনাৰায়ণ, কীৰ্ত্তি-চন্দ্ৰনাৰায়ণ প্ৰভৃতি কেইজনমান ৰজাই দুকুৰিমান বছৰ ৰাজত্ব কৰাৰ পাচত, সন্ধিকাৰী নামে এজন ৰজা কছাৰি ৰাজপাটত প্ৰতাপী হৈ উঠে। পূৰ্ব্বৰ নিয়মমতে ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে নিজৰ নগৰলৈ মাতি পঠিওৱাত সন্ধিকাৰীয়ে সদৰ্পে আহোম কটকীক খেদি পঠিয়ালে। এই কথাত কুপিত হৈ, স্বৰ্গদেৱে বৰবৰুৱাক সসৈন্যে পঠিয়াই সন্ধিকাৰীক ধৰাই আনিলে। পিচে, সন্ধিকাৰীয়ে কাকুতি-মিনতি কৰি আহোম ৰজাৰ শৰণাগত হোৱাত তেওঁক আকৌ এৰি দিয়া হল। কিন্তু ইয়াৰ পাচত, তেওঁ বহুকাল ৰাজত্ব কৰিবলৈ নাপালে; ১৭৭১ খ্ৰীষ্টাব্দত হৰিশ্চন্দ্ৰ ভূপতি নামে এজন তেওঁৰ ঠাইত ৰজা হল।

কৃষ্ণচন্দ্ৰ।—১৭৮৫ খ্ৰীষ্টাব্দত হৰিশ্চন্দ্ৰ ভূপতিক ভাঙ্গি কৃষ্ণচন্দ্ৰ কছাৰি ৰাজ্যৰ ৰজা হয়। তেওঁ ৰাজ্যভাৰ গ্ৰহণ কৰিয়েই, ভায়েক গোবিন্দচন্দ্ৰৰে সৈতে যথানিয়মে হিন্দুধৰ্ম্ম গ্ৰহণ কৰে। ৰজা কৃষ্ণচন্দ্ৰৰ ৰাজত্বতে মোৱাঁমৰীয়া আৰু আহোমৰজাৰ বিদ্ৰোহী প্ৰজা কিছুমানে কছাৰি ৰাজ্যত আশ্ৰয় লৈছিল হি। স্বৰ্গদেৱ কমলেশ্বৰসিংহই সেই ৰাজদ্ৰোহীবিলাকক ধৰি আনিবৰ কাৰণে সেনা পাচিলে। কিন্তু, কৃষ্ণচন্দ্ৰ তাত অমান্তি হল। এই কথাতে আহোম ৰজাই আকৌ কছাৰি ৰাজ্য আক্ৰমণ কৰিব লগা হয়। এই কছাৰি-ৰণ ১৮০৩ৰ পৰা ১৮০৫ খ্ৰীষ্টাব্দলৈকে চলাৰ পাচত, কছাৰি ৰজাক পৰাস্ত কৰি আহোম ৰজাই ৰাজদ্ৰোহীবিলাকক ধৰাই আনি শাস্তি দিলেহি। ইয়াৰ আঁঠ বছৰৰ পাচত, ১৮১৩ খ্ৰীষ্টাব্দত কৃষ্ণচন্দ্ৰ ৰজাৰ মৃত্যু হয়।

গোবিন্দচন্দ্ৰ।—কৃষ্ণচন্দ্ৰৰ মৃত্যুৰ পাচত, ভায়েক গোবিন্দচন্দ্ৰই কছাৰি ৰাজপাট লাভ কৰে। তেওঁৰ ৰাজত্বৰ আৰম্ভণতে কহিধন নামে এজন কৰ্ম্মচাৰীয়ে বিদ্ৰোহ উপস্থিত কৰে। কহিধন কৃষ্ণচন্দ্ৰ-

ৰজাই পতা এজন বিষয়া। তেওঁ কছাৰি ৰাজ্যৰ উত্তৰ ভাগ ৰাজ-প্ৰতিনিধি স্বৰূপে শাসন কৰিছিল। গোবিন্দচন্দ্ৰই বহু প্ৰবন্ধে এই বিদ্ৰোহ থমাই কহিধনক বধ কৰিলে। কিন্তু, তাৰ পাচত আকৌ কহিধনৰ পুত্ৰ তুলাৰাম সেনাপতিয়ে কছাৰি ৰাজ্যৰ উত্তৰাংশত অধিকাৰ চলাই বিদ্ৰোহ চলাবলৈ ধৰিলে। এনে বিপদৰ উপৰি, মণিপুৰৰপৰা মাৰ্জ্জিৎসিংহৰ আক্ৰমণ পৰিলেহি। গোবিন্দচন্দ্ৰই নিৰুপায় হৈ, মণিপুৰৰ নিৰ্ব্বাসিত ৰজা চৌৰজিৎসিংহৰ সহায় গ্ৰহণ কৰিলে। কিন্তু, তেওঁ মাৰ্জ্জিৎসিংহৰে সৈতে লগ লাগি নিজে কছাৰি ৰাজ্যৰ এক অংশৰ অধিপতি হৈ হল। তাৰ পিচৰ বছৰত গম্ভীৰসিংহ নামে আৰু এজন মণিপুৰী কুটুম্ব আহি লগ লাগিল। এই দৰে কাছাৰদেশ বা কছাৰি ৰাজ্য প্ৰকৃতপক্ষে মণিপুৰী কোৱঁৰৰ অধিকাৰত পৰিল, কছাৰি ৰজা গোবিন্দচন্দ্ৰলৈ ৰাজ্যৰ ভাগ একো নাথাকিলগৈ। সৰশেহত গোবিন্দচন্দ্ৰই বৰ্ম্মাৰজাৰ ওচৰত সহায় প্ৰাৰ্থনা কৰিলে। বৰ্ম্মাৰজাই সেই মতে কছাৰি ৰজাক সহায় কৰিবলৈ সৈন্যবল পঠিয়ালে। এই কথাৰ সন্দেহ পাই বৃটিচ গৱৰ্ণমেণ্টে বৰ্ম্মাৰজাৰ উদ্দেশ্যৰ বিৰুদ্ধে যুগুত ব্যৱস্থা কৰিবৰ নিমিত্তে গম্ভীৰসিংহলৈ উপদেশ দি পঠিয়ালে। কিন্তু, তেওঁ বৃটিচৰাজৰ পৰামৰ্শ গ্ৰহণ নকৰি, তলে-তলে বৰ্ম্মাৰজাৰ সেনা-পতিৰে সৈতে সন্ধি পাতি কছাৰি ৰাজ্য ভগাই লবলৈ কাৰবাৰ কৰিলে। এই কথাত বৃটিচ গৱৰ্ণমেণ্ট্ অসন্তুষ্ট হৈ, এই গণ্ডগোলৰ মাজত ইচ্ছা কৰি সোমাল। পিচে, বৰ্ম্মাৰজাৰ সেনাদল বা মানবিলাক যেতিয়া ৰণত ঘাটি উলটিবলৈ বাধ্য হল, তেতিয়া গম্ভীৰসিংহক ৰাজ্যভোগৰপৰা বঞ্চিত কৰি, বৃটিচ গৱৰ্ণমেণ্টে গোবিন্দচন্দ্ৰক আকৌ কছাৰি ৰাজ্যত ৰজা পাতে। ইমানতো গোবিন্দচন্দ্ৰৰ অশান্তিৰ অন্ত নপৰিল; তুলাৰাম সেনাপতিয়ে পুনঃ বিদ্ৰোহ তুলি নানা উৎপাত লগাবলৈ ধৰিলে।

সৰশেহত বৃটিচৰাজৰ সুপৰামৰ্শ মতে চলি, গোবিন্দচন্দ্ৰই তাৰপৰা এক প্ৰকাৰ মুক্তিলাভ কৰিছিল; কিন্তু তেওঁৰ ৰাজত্বৰ শেহছোৱাত তেওঁ অত্যন্ত প্ৰজাপীড়ক হৈ উঠাত, সেই আপাহতে এটা মণিপুৰীয়ে ছেগ চাই খ্ৰীঃ ১৮৩০ চনত তেওঁৰ প্ৰাণ ললে। গোবিন্দচন্দ্ৰ কছাৰি বংশৰ শেহ ৰজা। তেওঁ অপুত্ৰক আছিল। গতিকে, তেওঁৰ মৰণৰ পাচত, খ্ৰীঃ ১৮৩২ চনত বৃটিচ গৱৰ্ণমেণ্টে কাছাৰ বা কছাৰি ৰাজ্য একেবাৰে নিজৰ খাচ দখলৰ ভিতৰত কৰি লয়। তাৰ পাচত, প্ৰথমতে কাছাৰ জিলা আসাম কমিচনাৰৰ অধীনে এজন বৃটিচ চুপাৰিণ্টেন্‌ডেণ্টৰ শাসনত ৰখা হৈছিল; তাৰ পাচত, ১৮৩৫ খ্ৰীষ্টাব্দত ইয়াক ঢাকা বিভাগত চামিল কৰি এজন ডেপুটী কমিচনাৰৰ শাসনাধীনত ৰখা হয়।

তুলাৰাম সেনাপতি।—কহিধনৰ মৃত্যুৰ পাচতো পুতেক তুলাৰাম সেনাপতিয়ে কছাৰি ৰাজ্যৰ উত্তৰাংশত অধিপতি হৈ, ৰজা গোবিন্দচন্দ্ৰৰ ওপৰত নানা উৎপাত লগাবলৈ ধৰিলে। তুলাৰাম এজন বৰ উচ্চাকাঙ্ক্ষী, বুদ্ধিমান আৰু বাহুবলী পুৰুষ আছিল। অকল বিদ্ৰোহ ঘটাই উদ্দেশ্য সিদ্ধি কৰিব নোৱাৰা যেন দেখি, তেওঁ গোবিন্দচন্দ্ৰৰপৰা কছাৰি ৰাজপাট একেবাৰে কাঢ়ি লবলৈ মনস্থ কৰিলে। সেই অৰ্থে, তেওঁ ১৮২৮ খ্ৰীষ্টাব্দত গোবিন্দৰাম নামে ভতিজাকক এজাক তেজী ৰণুৱাৰ সেনাপতি পাতি গোবিন্দচন্দ্ৰৰ নগৰ আক্ৰমণ কৰিবলৈ পঠিয়ালে। কিন্তু, গোবিন্দৰামে গোবিন্দচন্দ্ৰৰ ফৌজক ঘটাই উঠি, উলটি দদায়েক তুলাৰামৰ বিৰুদ্ধে উঠিল। হঠাৎ এনে আত্মবিদ্ৰোহ সহিব নোৱাৰি তুলাৰাম জয়ন্তীয়ালৈ পলাল। কিন্তু, ঘূৰি বছৰতে ১৮২৯ খ্ৰীষ্টাব্দত তেওঁ মণিপুৰী কোৱঁৰ গম্ভীৰসিংহৰ সহায় লৈ, তেওঁৰ অকৃতজ্ঞ ভতিজাকক আক্ৰমণ কৰিলেহি। গোবিন্দৰামে ধৰমপুৰলৈ পলাই গৈ গোবিন্দচন্দ্ৰৰ লগত যোগ দিলেগৈ। এনে অৱস্থাত তুলাৰাম

সেনাপতিক উত্তৰ কাছাৰৰ স্বাধীন অধিপতি বুলি মানি তেওঁক শান্ত কৰিবৰ নিমিত্তে বৃটিচ কৰ্ম্মচাৰী ডেভিড স্কট চাহাবে গোবিন্দচন্দ্ৰক উপদেশ দিয়ে। কিন্তু, তেওঁ সেই পৰামৰ্শ নোলোৱাত পুনঃ পুনঃ তুলাৰাম সেনাপতিৰ উৎপাত সহিব লগাত পৰিল। গোবিন্দচন্দ্ৰৰ মৰণলৈকে তুলাৰামে নিজৰ পৰাক্ৰমেৰে তেওঁক অস্থিৰ কৰি ৰাখিছিল। গোবিন্দচন্দ্ৰ অপুত্ৰক অৱস্থাত স্বৰ্গী হোৱাত, তুলাৰাম সেনাপতিয়ে কছাৰি ৰাজপাটলৈ স্বত্ব আগ বঢ়াইছিল, কিন্তু তেওঁ কছাৰি ৰাজবংশী নোহোৱাৰ গতিকে, বৃটিচ গৱৰ্ণমেণ্টে তেওঁৰ প্ৰাৰ্থনা গ্ৰাহ্য নকৰিলে। তথাপি, তেওঁক ৰজা খিতাপ নিদিলে যদিও, গোবিন্দচন্দ্ৰৰ দিনত ভোগ কৰা ৰাজ্যাংশৰ অধিকাৰ বা জমিদাৰ পতা হল। তেওঁৰ অধিকাৰ দক্ষিণে মহুৰ নৈ আৰু নগাপাহাৰ, উত্তৰে যমুনা আৰু দৈয়াং নৈ, পুবে ধনশিৰী নৈ, আৰু পছিমে দৈয়াং নৈ এই চতুঃসীমাৰ ভিতৰ আছিল। ইয়াৰ বাবে তেওঁ বৃটিচৰাজক প্ৰথমে বছৰি ৪টা হাতীৰ দাঁত শোধাবলৈ গাত লৈছিল; কিন্তু পাচলৈ তাৰ সলনি ৪৯০৲ টকা নগদ কৰ শোধাইছিল।

---

## ৪। আধ্যা।

### জয়ন্তীয়াৰ ৰজা।

খাচী আৰু জয়ন্তীয়া পাহাৰেই আদি জয়ন্তীয়া ৰাজ্য। পাচত হে জয়ন্তীয়া পৰগণা নামে ভৈয়ামৰ এক অংশ লগ লগোৱা হয়। এই অংশ এতিয়া ছিলট জিলাৰ ভিতৰ।

কছাৰি ৰজাৰ দৰেই জয়ন্তীয়া ৰজাৰো লিখা বুৰঞ্জী নাছিল; আন কি জয়ন্তীয়া ৰজা সম্বন্ধীয় কিম্বদন্তীও ভৈয়ামৰ জয়ন্তীয়া প্ৰজাৰ মুখে

হে শুনিবলৈ পোৱা যায়। কিন্তু, ইবিলাকৰ লিখিত ভাষা আছিল, আৰু আজিকালি খাচী ভাষাই বিশ্ববিদ্যালয়ত ঠাই পাইছে; তথাপি বুৰঞ্জী ৰাখিবলৈ যত্ন নোহোৱাৰপৰা বুজা যায় যে, তেতিয়া এই ৰাজ্যত সভ্যতাৰ পোহৰ পৰা নাছিল। এতিয়াও আহোম-বুৰঞ্জীৰ সংলগ্নত হে জয়ন্তীয়া ৰজাৰ বুৰঞ্জীমূলক তথ্য কিয়ং পৰিমাণে পাবলৈ আছে।

আনবিলাক পৰ্ব্বতীয়া জাতিৰ দৰে, জয়ন্তীয়াৰ ভিতৰতো অসংখ্য খেল, আৰু খেলেপতি একোজন গাওঁবুঢ়া বা শাসনকৰ্ত্তা আছিল। সেই শাসনকৰ্ত্তাবিলাকৰ ভিতৰত সততে বিবাদ চলিছিল; আৰু 'যাৰে বল তাৰে চল' প্ৰথাৰে সিবিলাকৰ ৰাজকাৰ্য্য নিৰ্ব্বাহ হৈছিল। খাচী আৰু জয়ন্তীয়া দুয়োতে একে ভাষা, একে আচাৰ-ব্যৱহাৰ আৰু একে ৰীতি-নীতি। সিবিলাকৰ ভিতৰত উত্তৰাধিকাৰীৰ স্বত্ব পুত্ৰৰ নাই, কন্যাৰ হে পিতৃ-সম্পত্তিৰ ওপৰত অধিকাৰ।

জয়ন্তীয়া ৰাজ-পৰিয়াল কাৰপৰা আৰম্ভ হয় সেইটো নিশ্চয় কব নোৱাৰি। তথাপি, পৰ্ব্বতৰায় নামে এজন জয়ন্তীয়া ৰজাকে ঘাই গুৰি বুলি মানিব লগা হৈছে। ভৈয়ামৰ কিম্বদন্তীৰ মতে এই কেইজন আদি ৰজাৰ নাম পোৱা যায়;—পৰ্ব্বতৰায়, মাঝোগোসাঁই বা মাজিউ-গোহাঁই, বুঢ়া পৰ্ব্বতৰায়, বৰগোসাঁই বা বৰগোহাঁই, বিজয়মাণিক, প্ৰতাপৰায় আৰু ধনমাণিক। আৰু, ইবিলাকে ১৫০০ৰ পৰা ১৬১২ খ্ৰীষ্টাব্দলৈকে ৰাজত্ব কৰে। ইবিলাকৰ ভিতৰত ধনমাণিকৰ নাম আহোম-বুৰঞ্জীত সংলগ্ন আছে; আৰু কছাৰিৰজা শত্ৰুদমনৰ ৰাজত্বৰ বৰ্ণনাত তেওঁৰ বিষয়ে উল্লেখ কৰি অহা হৈছে।

**যশমাণিক।**—ধনমাণিকৰ পুত্ৰ যশমাণিকৰ কথাও কছাৰি ৰজাৰ ৰাজত্বতে কৈ অহা হৈছে। যশমাণিক বুদ্ধিমান ৰজা আছিল। আহোম আৰু কছাৰিৰজাৰ মাজত কন্দল লগাই দি, তেওঁ মাজতে

ক্ষমতা লাভ কৰিছিল। যশমাণিকে কোচবিহাৰৰ লক্ষ্মীনাৰায়ণ ৰজাৰ জীয়েৰক বিয়া কৰাইছিল, আৰু তেওঁ জয়ন্তেশ্বৰী মূৰ্ত্তি আনি জয়ন্তীয়াত স্থাপন কৰে। যশমাণিকে ১৬১২ৰ পৰা ১৬২৫ খ্ৰীষ্টাব্দলৈকে ১৩ বছৰ ৰাজত্ব কৰে। তেওঁৰ পাচত সুন্দৰৰায়, আৰু ছোট প্ৰতাপৰায় নামে দুজন ৰজাই ১৬৪৭ খ্ৰীষ্টাব্দলৈকে ৰাজত্ব কৰাৰ প্ৰমাণ পোৱা যায়। ছোট প্ৰতাপৰায়ে ১৬৪৭ খ্ৰীষ্টাব্দত বুদ্ধিস্বৰ্গনাৰায়ণ স্বৰ্গদেৱৰ ওচৰলৈ মিত্ৰতা স্থাপনৰ অৰ্থে কটকী পঠিয়াইছিল।

ওপৰত কোৱা কেইজনৰ পাচত, যশমন্তৰায়, বাণসিংহ, প্ৰতাপসিংহ আৰু লক্ষ্মীনাৰায়ণ এই কেইজন ৰজাই ১৬৪৭ৰ পৰা ১৬৯৪ খ্ৰীষ্টাব্দলৈকে ৰাজত্ব কৰে। আহোম স্বৰ্গদেৱ চক্ৰধ্বজসিংহৰ ৰাজ্যাভিষেক উৎসৱত যোগ দিবলৈ বাণসিংহ ৰজা আহোম ৰাজধানীলৈ ১৬৬৩ খ্ৰীষ্টাব্দত আহিছিল। লক্ষ্মীনাৰায়ণ ৰজাই জয়ন্তীয়াত এখন সুন্দৰ নগৰ পাতিছিল; তাৰ চিন আজিলৈকে তেওঁৰ নামে সৈতে ৰৈছে।

ৰামসিংহ।—লক্ষ্মীনাৰায়ণৰ পাচত ৰামসিংহ জয়ন্তীয়াৰ ৰজা হয়। আৰু, এওঁ ১৬৯৫ৰ পৰা ১৭০৮ খ্ৰীষ্টাব্দলৈকে এজন বিখ্যাত ৰজা আছিল। কছাৰিৰজা তাম্ৰধ্বজৰ ৰাজত্বৰ বৰ্ণনাতে এওঁৰ বিষয়েও কৈ অহা হৈছে। ৰামসিংহ ৰজাৰ দিনতে কছাৰিৰজা তাম্ৰধ্বজক ধৰি নি জয়ন্তীয়াত বন্দী কৰি ৰখা হৈছিল, আৰু তেওঁক তাৰপৰা উদ্ধাৰ কৰাৰ অভিপ্ৰায়ে মহাৰাজ ৰুদ্ৰসিংহ স্বৰ্গদেৱে বৰবৰুৱা আৰু বৰফুকন দুইকো দুফালৰপৰা পঠিয়াই জয়ন্তীয়া ৰাজ্য আক্ৰমণ কৰায়। আক্ৰমণৰ উদ্দেশ্য সিদ্ধি হোৱাৰ পাচত, জয়ন্তীয়া ৰাজ্য সম্পূৰ্ণে আহোম ৰজাৰ খাচ দখলত পৰে।

ৰামসিংহৰ পাচত জয়নাৰায়ণ, বৰগোহাঁই, ছত্ৰসিংহ, বিজয়নাৰায়ণ আৰু দ্বিতীয় ৰামসিংহ এই কেইজন জয়ন্তীয়া ৰজাই ১৭০৮ৰ পৰা ১৮৩২

খ্ৰীষ্টাব্দলৈকে আহোম ৰজাৰ অধীনে ৰাজত্ব কৰে। ইবিলাকৰ ভিতৰত বৰগোহাঁই ৰজাই ৪০ বছৰ ৰাজত্ব কৰাৰ পাচত, ৰাজ্যভাৰ স্ব-ইচ্ছাৰে এৰি সন্ন্যাসীৰ বৃত্তি অৱলম্বন কৰে। তেওঁৰ দিনত দিয়া দেৱোত্তৰ ভূমি এতিয়াও জয়ন্তীয়াৰ দেৱলীয়া বা দেৱালয়-ৰথীয়াসকলে ভোগ কৰিব লাগিছে।

---

## ৫। আধ্যা।

### শ্ৰীহট্টৰ ৰজা।

শ্ৰীহট্ট এখন পুৰণি দেশ। ইয়াৰ আদি নাম গোৰ বা গৌৰ। এই দেশৰ নাম মহাভাৰততো উল্লিখিত আছে। কিন্তু, ইয়াৰ কোনো লিখিত ভাল বুৰঞ্জী পাবলৈ নাই। শ্ৰীহট্ট সম্বন্ধে আজিলৈকে বুৰঞ্জী-মূলক তথ্য যি সংগ্ৰহ কৰিব পৰা হৈছে, সি কেৱল জনশ্ৰুতিমূলক।

অতি পুৰণি কালত শ্ৰীহট্ট কামৰূপৰ অধীন আছিল। আৰু, ইয়াৰ উত্তৰ আৰু দক্ষিণ ভাগৰ মানুহে বদোভাষা কোৱালৈ চাই, শ্ৰীহট্টৰ আদি ৰজাবিলাক কছাৰিৰজাৰ সম্বন্ধীয়া আছিল বুলিব পাৰি। বিখ্যাত বল্লালসেনৰ দিনৰপৰা শ্ৰীহট্টৰ উত্তৰ ভাগ বঙ্গদেশৰ সেন ৰজাবিলাকৰ অধীনে থকাটো প্ৰমাণ পোৱা যায়। সেই সময়ত দক্ষিণ ভাগ ত্ৰিপুৰাৰ ৰজাৰ দখলত আছিল।

শ্ৰীহট্টৰ পুৰণি স্বাধীন ৰজাৰ আখ্যান কতো পাবলৈ নাই। তথাপি, খ্ৰীষ্টৰ দ্বাদশ আৰু ত্ৰয়োদশ শতিকাত খৰৱান, গকুল, নাৰায়ণ, গোবিন্দদেৱ বা কেশৱদেৱ, ইশানদেৱ প্ৰভৃতি কেইজনমান ৰজাৰ নাম পোৱা যায়। এই তালিকাৰ শেহৰ দুজনৰ নামে দান কৰা তামৰ ফলিও পোৱা গৈছে; তাত ১২৪৫ খ্ৰীষ্টাব্দৰ কথা উল্লেখ আছে।

খ্ৰীষ্টৰ চতুৰ্দ্দশ শতিকাৰপৰা শ্ৰীহট্ট মছলমান ৰজাৰ অধীনলৈ যায়। মোগল সম্ৰাটসকলে শ্ৰীহট্ট ঢাকাৰ নবাবৰ অধীনে শাসন কৰিছিল। শ্ৰীহট্টৰ অন্তৰ্গত লাউৰ ৰাজ্য আকবৰ সম্ৰাটৰ দিনত মোগল ৰাজ্যৰ ভিতৰত পৰে। আওৰেংজেব বাদশ্যাহৰ ৰাজত্বত গোবিন্দদেব নামে শ্ৰীহট্টৰ ৰজাক দিল্লীলৈ মতাই নিয়াইছিল; তাতে তেওঁ মছলমান ধৰ্ম্ম গ্ৰহণ কৰে। মোগল সম্ৰাটৰ দিনত শ্ৰীহট্টৰ শাসনকৰ্ত্তাবিলাকৰ খিতাপ "আমিল" আছিল। আমিলবিলাক ঢাকাৰ নবাবৰ অধীনে চলিছিল। ইবিলাকৰ ভিতৰত ফাজাদখাঁ নামে এজন প্ৰখ্যাত। তেওঁ ১৬৭১ খ্ৰীষ্টাব্দত এখন সাঁকো নিৰ্ম্মাণ কৰাইছিল; শ্ৰীহট্টত সি আজিও তেওঁৰ নাম ৰাখিছে।

১৬৭৫ খ্ৰীষ্টাব্দৰপৰা শ্ৰীহট্ট বৃটিচ গৱৰ্ণমেণ্টৰ দখলত পৰে। তেতিয়াৰ দিনলৈকে শ্ৰীহট্টৰ ৰূপৰ টকা আৰু তামৰ পইচাৰ প্ৰচলন নাছিল। মিষ্টাৰ গেইটে লিখিছে, সেই সময়ত ২৫০,০০০\ টকা ৰাজহ উঠিছিল আৰু গোটেইখিনি ৰাজহ কড়িৰে শোধাইছিল। বৃটিচৰাজৰ অধীনলৈ যোৱাৰ পাচৰপৰা শ্ৰীহট্টৰ নানা পিনে বহুল উন্নতি হবলৈ ধৰিছে।

---

# ৬। আধ্যা।

## মণিপুৰৰ ৰজা।

মণিপুৰ অতি পুৰণি ৰাজ্য। ইয়াৰ নাম মহাভাৰততো পোৱা যায়। সেই মতে, মণিপুৰীয়া ৰজা তৃতীয় পাণ্ডৱ অৰ্জ্জুনৰ বংশী বুলি জনা যায়। সেই যুক্তিৰেই, মণিপুৰীয়াবিলাকে ক্ষত্ৰিয় বুলি চিনাকি দিয়ে। কিন্তু, সিবিলাকৰ সামাজিক নিয়ম-কাৰণ আৰু আচাৰ-ব্যৱহাৰলৈ চাই সিবিলাকক তলৰ থাপৰ হিন্দু বুলি হে লেখত লব

পাৰি। সি যি হওক, লেফ্টেনেণ্ট্ পেম্বর্টনৰ মতে, মণিপুৰীয়াৰ আচল গুৰি তাতাৰত হে ওলাইছে গৈ; আৰু সিবিলাকৰ প্ৰথম প্ৰখ্যাত ৰজাক এজন নগাবংশী মানুহ বুলি হে মিষ্টাৰ গেইটে ঠাৱৰাইছে। এই ৰাজ্যৰ পুৰণি অসমীয়া নাম 'মগলাও'।

মণিপুৰ পুৰণি ৰাজ্য বুলিও, ইয়াৰ আগছোৱাৰ বিশ্বাসযোগ্য বিস্তাৰিত বিবৰণ পাবলৈ নাই। বৰ্ম্মাদেশৰ অন্তৰ্গত আভাত ইবিলাকৰ বুৰঞ্জী ৰখা হৈছিল। সেইমতে খ্ৰীষ্টাব্দৰ প্ৰায় আৰম্ভণৰে-পৰা মণিপুৰীয়া ৰজাৰ নাম পোৱা হৈছে। কিন্তু, প্ৰকৃতপক্ষে খ্ৰীষ্টৰ অষ্টাদশ শতিকাৰপৰা হে মণিপুৰীয়া ৰজাৰ বুৰঞ্জী লেখত লোৱা যায়।

গৰীবনেৱাজ।—পামহাইবা নামে এজন নগা-নেতাই ১৭১৪ খ্ৰীষ্টাব্দত মণিপুৰ দখল কৰে। তেওঁ মণিপুৰত ৰজা হৈয়ে হিন্দুধৰ্ম্ম গ্ৰহণ কৰে, আৰু সেইমতে তেওঁৰ নাম গৰীবনেৱাজ হয়। তেওঁ এজন বৰ প্ৰতাপী ৰজা আছিল। গৰীবনেৱাজে কেইবাবাৰো বৰ্ম্মাদেশ আক্ৰমণ কৰি তাৰ দাঁতিয়লীয়া ৰাজ্যৰ ভালেখিনি নিজৰ ৰাজ্যৰ ভিতৰ কৰি লৈছিল। আন কি, তেওঁ আভা নগৰ দখল কৰিবলৈকো হাত মেলিছিল; এনেতে নিজৰ পুতেক আগতচাহ বা কাকীলাল ঠাবাৰ চক্ৰান্তত তেওঁ দেশান্তৰিত হয়, আৰু অৱশেষত পুতেকৰ হাততে তেওঁৰ মৃত্যু হয়।

আগতচাহ বা কাকীলাল ঠাবা।—পিতৃ-সিংহাসন কাঢ়ি লৈ, কাকীলাল ১৭৫০ খ্ৰীষ্টাব্দৰপৰা মণিপুৰৰ ৰজা হয়। কিন্তু, বছৰ-চেৰেকলৈ মাথোন তেওঁ নাম-মাত্ৰ ৰজা আছিল। তাৰ পাচত ১৭৫৫ খ্ৰীষ্টাব্দত বৰ্ম্মাৰ ৰজাই মণিপুৰ আক্ৰমণ কৰি আগেয়ে গৰীবনেৱাজে দখল কৰা ৰাজ্য আকৌ কাঢ়ি ললে; কাকীলাল দেশ এৰি পলাব লগাত পৰিল।

**জয়সিংহ।**—১৭৬৫ খ্ৰীষ্টাব্দত জয়সিংহ মণিপুৰৰ ৰজা হয়। তেওঁ ৰজা হৈয়ে বৃটিচ গৱৰ্ণমেণ্টৰ লগত সন্ধি স্থাপন কৰে। সেই মতে গৱৰ্ণমেণ্টে বৰ্ম্মাৰজাই কাঢ়ি লোৱা ৰাজ্য উদ্ধাৰ কৰি দিবলৈ মান্তি হৈছিল। কিন্তু, জয়সিংহই বৃটিচ সেনাক খৰচ যোগাবলৈকো অপাৰগ হোৱাত, সেই প্ৰস্তাব এৰা পৰিল। তাৰ পিচত, ১৭৬৫ খ্ৰীষ্টাব্দত বৰ্ম্মা ৰজাৰ সেনাই আকৌ মণিপুৰ আক্ৰমণ কৰেহি। এইবাৰ জয়সিংহ ঠাৱৰিব নোৱাৰি কাছাৰলৈ পলাইছিল, কিন্তু বৰ্ম্মাৰজাৰ সেনা উলটি যোৱা মাত্ৰে তেওঁ মণিপুৰলৈ আহি সিবিলাকে পাতি থৈ যোৱা ৰজাক ভাঙ্গি নিজে ৰজা হলহি। এই বাৰ্ত্তা পাই বৰ্ম্মাৰজাই আকৌ ১৭৬৮ খ্ৰীষ্টাব্দত মণিপুৰ আক্ৰমণ কৰে। জয়সিংহ পলাই কছাৰি ৰাজ্যত সোমাল গৈ। তাৰ পাচত, আহোমৰজা ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ সাহায্যত মণিপুৰৰ ৰাজসিংহাসন তেওঁ পুনঃ লাভ কৰে। কিন্তু, ইয়াৰ পাচতো তেওঁ কেইবাবাৰো খেদা খাব লগাত পৰিছিল। সৰ্ৱশেহত তেওঁ বৰ্ম্মাৰজাৰে সৈতে মিত্ৰতা কৰিবলৈ বাধ্য হল। ১৭৯২ খ্ৰীষ্টাব্দত জয়সিংহই ৫০০ ঘোঁৰা-ৰণুৱা আৰু ৪০০০ মাটিৰণুৱাৰে সৈতে গৌৰী-নাথসিংহ স্বৰ্গদেৱক সহায় কৰিছিল। এই দৰে ৩৪ বছৰ ৰাজত্ব কৰাৰ পাচত, ১৭৯৯ খ্ৰীষ্টাব্দত তীৰ্থলৈ যাওঁতে বাটতে জয়সিংহৰ লোকান্তৰ হয়।

**হৰ্ষচন্দ্ৰ আৰু মধুচন্দ্ৰ।**—জয়সিংহৰ পাচত তেওঁৰ বৰপুত্ৰ হৰ্ষচন্দ্ৰ ১৭৯৯ খ্ৰীষ্টাব্দত ৰজা হয়। দুবছৰমান ৰাজত্ব কৰোঁতেই তেওঁক চক্ৰান্তৰ ওপৰত বধ কৰি, ভায়েক মধুচন্দ্ৰ ১৮০০ খৃষ্টাব্দত ৰজা হয়। কিন্তু, তেওঁৰো একে দশাই ঘটিল ; দুবছৰমানৰ পাচতে ভায়েক চৌৰ-জিতসিংহৰ হাতত তেওঁৰ মৃত্যু হয়।

**চৌৰজিতসিংহ।**— ককায়েক মধুচন্দ্ৰক বধ কৰি, ১৮০৩

খ্ৰীষ্টাব্দত চৌৰজিতসিংহ মণিপুৰৰ ৰজা হয়। কিন্তু, তেওঁ কেইবছৰমান ৰাজত্ব কৰোঁতেই ভায়েক মাৰ্জ্জিতসিংহই আভাৰ ৰজাৰ সহায় লৈ, ১৮১২ খ্ৰীষ্টাব্দত ককায়েকক ভাঙ্গি নিজে ৰজা হলহি। চৌৰজিতসিংহই জয়ন্তীয়াত আশ্ৰয় ললেগৈ।

মাৰ্জ্জিতসিংহ। — ১৮১৮ খ্ৰীষ্টাব্দত মাৰ্জ্জিতসিংহই কাছাৰৰাজ্য আক্ৰমণ কৰিছিল। কিন্তু, পূৰ্ব্বৰ শত্ৰুতা মনত কৰি চৌৰজিতসিংহই কাছাৰৰ ৰজা গোবিন্দচন্দ্ৰক সহায় কৰাত, মাৰ্জ্জিতসিংহৰ উদ্দেশ্য সফল নহল। মাৰ্জ্জিত উলটি অহাৰ পাচত, চৌৰজিতসিংহই কাছাৰৰে এক অংশৰ অধিপতি হৈ থাকিল। ইয়াৰ পাচত, ১৮১৯ খ্ৰীষ্টাব্দত বৰ্ম্মাদেশৰ ৰজাই আকৌ মণিপুৰ আক্ৰমণ কৰে। মাৰ্জ্জিতসিংহ ঠাৱৰিব নোৱাৰি কাছাৰলৈ পলাল। ইয়াতে তেওঁ ককায়েক চৌৰজিতসিংহৰে সৈতে মিল হৈ, গোবিন্দচন্দ্ৰক খেদি, কাছাৰৰাজ্য দুইৰো ভিতৰত ভগাই ললে।

পীতাম্বৰ।—ইফালে কাছাৰত গোলমাল চলি থাকোঁতেই সিফালে চৌৰজিতসিংহৰ ভতিজাক পীতাম্বৰে ১৮২৩ খ্ৰীষ্টাব্দত মণিপুৰ আক্ৰমণ কৰেগৈ; আৰু বৰ্ম্মাদেশী সেনাই পাতি যোৱা ৰজাক ভাঙ্গি নিজে ৰজা হল। এই সংবাদ শুনি আকৌ চৌৰজিতৰ ভায়েক গম্ভীৰসিংহই ভতিজাক পীতাম্বৰক খেদি নিজে ৰজা হবলৈ গল। পীতা-ম্বৰ পলাই আভা নগৰ সোমালগৈ।

গম্ভীৰসিংহ।—ভতিজাকক খেদি গম্ভীৰসিংহ মণিপুৰৰ ৰজা হল। কিন্তু, ওপৰা-উপৰি ৰাজবিপ্লৱত দেশৰ এনে দুৰৱস্থা ঘটিল যে, গম্ভীৰসিংহই তেওঁৰ সৈন্যবিলাকক পুহিবলৈকো যুগুত উপায় কৰিব নোৱাৰি, আকৌ কাছাৰলৈ উলটি আহিব লগা হল। কাছাৰলৈ উলটি আহি গম্ভীৰসিংহে আকৌ ককায়েক চৌৰজিতৰ ওপৰত আক্ৰমণ

বহালেহি। চৌৰজিতে কাছাৰত তেওঁৰ অধিকাৰ "ইষ্ট্ ইণ্ডিয়া কোম্পানীক" এৰি দি, শ্ৰীহট্টলৈ গুচি গল। গম্ভীৰসিংহ দক্ষিণ কাছাৰৰ গৰাকী হৈ ৰল। ইয়াৰ কিছুদিনৰ পাচত, বৃটিচ গৱৰ্ণমেণ্টৰ সহায়ত, ১৮২৬ খ্ৰীষ্টাব্দত গম্ভীৰসিংহ আকৌ মণিপুৰত ৰজা হয়গৈ। ইয়াৰ পাচত, বৰ্ম্মাৰজাৰ সেনাই মণিপুৰ, কুবো উপত্যকা আৰু তাৰ ওচৰৰ ঠাইবিলাক এৰি দি, লাহে লাহে আঁতৰ হল; আৰু ১৮২৬ খ্ৰীষ্টাব্দৰ ২৪ ফেব্ৰুৱাৰীত হোৱা "ইয়াণ্ডাবু" সন্ধিমতে বৰ্ম্মাৰ ৰজাই গম্ভীৰসিংহক মণিপুৰৰ ৰজা বুলি স্বীকাৰ কৰিলে।

**চন্দ্ৰকীৰ্ত্তিসিংহ।**—গম্ভ ৰসিংহৰ লোকান্তৰ হোৱাত, তেওঁৰ দুবছৰীয়া নাবালক পুত্ৰ চন্দ্ৰকীৰ্ত্তিসিংহই পিতৃ-সিংহাসন লাভ কৰে। তেওঁ ১০ বছৰমান ৰজা হোৱাৰ পাচত, দদায়েক নৰজিতসিংহৰ লগত বিবাদ কৰি, ১৮৪৪ খ্ৰীষ্টাব্দত কাছাৰলৈ পলাই যায়।

**নৰজিতসিংহ আৰু দেবেন্দ্ৰসিংহ।**—চন্দ্ৰকীৰ্ত্তিসিংহ আপুনি দেশান্তৰ হোৱাত, নৰজিতসিংহ ৰজা হয়। নৰজিতসিংহই সাত বছৰ নিৰ্ব্বিবাদে ৰাজত্ব কৰাৰ পাচত, ১৮৫১ খ্ৰীষ্টাব্দত ভায়েক দেবেন্দ্ৰসিংহই তেওঁক বধ কৰি নিজে ৰজা হয়।

**চন্দ্ৰকীৰ্ত্তিসিংহ (২য়, বাৰ)।**—দেবেন্দ্ৰসিংহই চাৰিবছৰ মাথোন ৰাজত্ব কৰোঁতেই, চন্দ্ৰকীৰ্ত্তিসিংহই ৰণবল গোটাই লৈ মণিপুৰ আক্ৰমণ কৰেহি। আৰু, দদায়েক দেবেন্দ্ৰসিংহই এই আক্ৰমণ সহিব নোৱাৰি কাছাৰলৈ পলাই যোৱাত, চন্দ্ৰকীৰ্ত্তিসিংহই পিতৃ-সিংহাসন পুনঃলাভ কৰে। ইয়াৰ পাচত, দেবেন্দ্ৰসিংহই কেইবাবাৰো মণিপুৰ আক্ৰমণ কৰি কৰি বিফল মনোৰথ হয়। চন্দ্ৰকীৰ্ত্তিসিংহ এজন বৰ সুদক্ষ ৰজা আছিল। ১৮৭৯ খ্ৰীষ্টাব্দত তেওঁ ২০০০ মণিপুৰী সেনাৰে সৈতে নগাপাহাৰৰ খনমা যুদ্ধত বৃটিচ গৱৰ্ণমেণ্টক সহায় কৰিছিল। চন্দ্ৰ-

কীৰ্ত্তিসিংহই ১১ গৰাকী মহিষীৰপৰা ১০ জন পুত্ৰ আৰু ৯ জনা কন্যা ৰাখি, ১৮৮৬ খ্ৰীষ্টাব্দত স্বৰ্গী হয়।

সুৰচন্দ্ৰসিংহ।—চন্দ্ৰকীৰ্ত্তিসিংহৰ লোকান্তৰ হোৱাত, তেওঁৰ বৰপুতেক সুৰচন্দ্ৰ ৰজা হয়। তেওঁ প্ৰথম ভায়েক কুলচন্দ্ৰক যুবৰাজ, আৰু তৃতীয় ভায়েক টিকেন্দ্ৰজিতক সেনাপতি পাতে। তেওঁৰ ৰাজত্ব তিনিবছৰ হওঁতেই ভাতৃবিৰোধ উপস্থিত হয়; আৰু তাৰ ফলস্বৰূপ ১৮৯১ খ্ৰীষ্টাব্দত মণিপুৰত ভয়ঙ্কৰ বিদ্ৰোহ ঘটে। এই বিদ্ৰোহতে আসামৰ চীফ্ কমিচনাৰ অনৰেবোল মিঃ কুইন্টন, পলিটিকেল এজেণ্ট্ মিঃ গ্ৰিম্‌উড প্ৰভৃতি পাঁচজন বৃটিচ কৰ্ম্মচাৰীক হত্যা কৰাৰ অপৰাধত সুৰচন্দ্ৰক ৰাজ্য-চ্যুত কৰি কুলচন্দ্ৰক আণ্ডামানলৈ নিৰ্ব্বাসন কৰা হয়, আৰু টিকেন্দ্ৰজিতৰ ফাঁচী হয়।

চূড়াচন্দ্ৰসিংহ।—সুৰচন্দ্ৰ আৰু তেওঁৰ ভায়েকসকলৰ ওপৰত সিবিলাকৰ অসৎ চৰিত্ৰৰ বাবে অসন্তুষ্ট হৈ বৃটিচ গৱৰ্ণমেণ্টে সিবিলাকৰ পুৰুষৰ বংশধৰক ছাত পেলাই, দদায়েক নৰজিতসিংহৰ পাঁচবছৰীয়া নাতি চূড়াচন্দ্ৰক ১৮৯১ খ্ৰীষ্টাব্দত মণিপুৰৰ ৰজা পাতে। এতিয়া মণি-পুৰত চূড়াচন্দ্ৰৰ ৰাজত্ব চলিব লাগিছে।

৮। খণ্ড।

---

## ১। আধ্যা।

### বৃটিচ গৱৰ্ণমেণ্ট্।

মানৰ আক্ৰমণৰ পাচত, কাছাৰ, জয়ন্তীয়া, আৰু মণিপুৰ ৰাজ্য কি নিয়মে বৃটিচ শাসনৰ তললৈ অনা হল তাক যথাস্থানত কৈ অহা হৈছে। এতিয়া, আসাম উপত্যকাত বৃটিচ শাসন বিস্তাৰৰ বিষয়ে চমুকৈ কোৱা হব।

মিঃ ডেভিড স্কট, কেপ্টেইন নিউভিল, লেফ্টেনেণ্ট্ জেম্চ মেথি, আৰু কেপ্টেইন আডাম হোৱাইট।—মানৰ দিনত আসাম উপত্যকাৰ ৰাজকীয় আৰু সামাজিক বান্ধ্ এনে শিথিল হৈ পৰিল যে, মানে এৰি যোৱাৰ পাচতো অসমৰপৰা বৃটিচ সৈন্যবল উঠাই নিয়াটো নিৰাপদ দেখা নগল। সেই কাৰণে, উজনিৰ অতিপূৰ্বভাগত শদিয়া আৰু মটকৰ ৰাজ্য ক্ৰমে থামতীৰ শদিয়াখোৱাগোহাঁই আৰু মটকৰ বৰসেনাপতিৰ জিম্মাত ৰাখি, বাকী গোটেই অসম উপত্যকাৰ শাসনৰ ভাৰ ১৮২২ খ্ৰীষ্টাব্দৰপৰা বঙ্গদেশৰ অন্তৰ্গত উত্তৰ-পূব ৰংপুৰৰ কমিচনাৰ মিঃ ডেভিড স্কট চাহাবৰ হাতত দিয়া হয়। কিন্তু, অকলশৰীয়াকৈ এই কাৰ্য্য তেওঁৰ পক্ষে দুঃসাধ্য হোৱাত, ১৮২৭ খ্ৰীষ্টাব্দত কেপ্টেইন আডাম হোৱাইটক নামনি আসামত আৰু ১৮২৮ খ্ৰীষ্টাব্দত কেপ্টেইন নিউভিলক উজনি আসামত সহকাৰী কমিচনাৰ পাতি দিয়া হয়।

আদিতে নিউভিল আৰু হোৱাইট চাহাবে আসাম শাসন কৰিছিল।

মহাৰাণী ভাৰতেশ্বৰী ভিক্টোৰীয়া।



উত্তৰপাৰে ভৈৰবী আৰু দক্ষিণপাৰে ধনশিৰী নৈকে মাজসীমা পাতি উজনি আৰু নামনি নামে দুভাগ কৰা হয়। পোনতে উজনি আসামৰ সদৰঠাই ৰংপুৰ বা এতিয়াৰ শিৱসাগৰত আছিল, পাচত যোৰহাটলৈ তুলি অনা হয়।

পোনতে মটক, খামতী আৰু চিংফৌইঁতক নিজৰ শাসনকৰ্ত্তা দিয়া হয়।

ইয়াৰ পাচত, ১৮৩০ খ্ৰীষ্টাব্দৰ ২৬ জুলাইত নিউভিল চাহাবৰ মৃত্যু হোৱাত, তেওঁৰ ঠাইত লেফ্‌টেনেণ্ট্ জেম্‌চ মেথি চাহাব নিযুক্ত হয়।

**বৰসেনাপতি।**—শদিয়াৰ দক্ষিণে ব্ৰহ্মপুত্ৰ আৰু বুঢ়ী দিহিঙ্গৰ মাজত কিলাকুটীয়া ঠাই ডোখৰক মটকৰ ৰাজ্য বোলে; এতিয়া সি ডিব্ৰুগড় নামে খ্যাত। ইয়াত ঘাইকৈ মোৱাঁমৰীয়াবিলাক বাস কৰিছিল। এই ৰাজ্যভাগ পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙ্গৰীয়াই পতা মটকৰ বৰসেনাপতিৰ দ্বাৰা শাসিত হৈছিল। মানৰ দিনতো তেওঁ এই দেশ ৰক্ষা কৰি আছিল। গতিকে, বৃটিচ গৱৰ্ণমেণ্টেও বৰসেনাপতিকে মটকৰাজ্যৰ গৰাকী পাতি এৰিলে। আৰু, তেওঁ ডিবৰু নৈৰ পাৰত ৰঙ্গাগৰা নামে ঠাইত ৰাজধানী পাতিলে। তাৰ পাচত বৰসেনাপতিয়ে ১৮২৬ খ্ৰীষ্টাব্দৰ সন্ধিমতে, গৱৰ্ণমেণ্টক বছৰি ১২০০০্ টকা কৰ শোধাব লগা হয়। কিন্তু, এই কৰ অতি অধিক বুলি তেওঁ আপত্তি কৰাত, ১৮০০্ টকালৈ কমাই দিয়া হল। বৰসেনাপতিৰ ৰাজহ 'পলটেক্স্' বা পাইকৰ গোট হিচাপে ধৰি আদায় কৰা হৈছিল। এই 'টেক্স্' পাইকেপতি কছাৰি আৰু মটকৰ ৩্ টকাকৈ, বিহিয়াৰপৰা ২৷৷০ টকাকৈ, আৰু সাধাৰণ অসমীয়াৰপৰা ২্ টকাকৈ লোৱা হৈছিল।

**খামতী আৰু চিংফৌ।**—মটকৰ দৰেই খামতী আৰু চিংফৌবিলাককো নিজৰ শাসনকৰ্ত্তা দিয়া হয়। সেই সময়ত শদিয়া অঞ্চল গোটেই খামতীৰ অধীনত, আৰু মটকৰাজ্যৰ পূবে ন-দিহিং আৰু টেঙ্গাপানীৰ মাজৰ ভাগেই চিংফৌৰ অধীনত পৰিছিল। খামতীৰ শাসনকৰ্ত্তা শদিয়াখোৱাগোহাঁইয়ে কৰ দিব নালাগিছিল; কিন্তু তেওঁৰ সদৰত ২০০ জন চিপাহীৰে এজন বৃটিচ পলিটিকেল অফিচাৰ তেওঁৰ খৰচত ৰখাটো স্থিৰ হয়। তেওঁ প্ৰজাৰপৰা গায়পতি ১্ এটকাকৈ

'পল টেক্স্' আদায় কৰিছিল। চিংফৌৰপৰাও গৱৰ্ণমেণ্টে কৰ বিচৰা নাই। কিন্তু সিহঁতৰ গাম বা শাসনকৰ্ত্তাই গৱৰ্ণমেণ্টক লাগিলেই ৮০ জন ৰণুৱা মানুহ দি সহায় কৰিবলৈ, আৰু পাটকাই দুৱাৰত সদাই ৰখীয়া থাকিবলৈ গাত লয়।

মিঃ ডেভিড স্কট চাহাবৰ আমোলত বৃটিচ শাসনাধীনত থকা অসম দেশৰ ফৌজদাৰী আৰু দেৱানী গোচৰ চালিচ বা পঞ্চায়তৰ দ্বাৰা সোধ হৈছিল। কোনো গোচৰৰ আপীল হলে সহকাৰী কমিচনাৰে সুধিছিল। আৰু তেওঁৰো ওপৰে চূড়ান্ত নিষ্পত্তি হব লগা আপীলাদি কমিচনাৰৰ ওচৰলৈ পঠিওৱাৰ নিয়ম চলিছিল। মিঃ ডেভিড স্কট চাহাবে বন্দী-বেটী ৰখাৰ নিয়ম ৰহিত কৰি, অকল কামৰূপৰপৰাই ১২০০০ বন্দী-বেটীক মুক্তি দিয়ে।

**ৰাজহ-বন্দবস্তী।**—বাহিক শাসনকাৰ্য্যৰ গঢ় লগোৱাৰ লগে-লগে মিঃ ডেভিড স্কট চাহাবে ৰাজহৰ সু-বন্দৱস্ত কৰিবলৈকো মনোযোগ দিয়ে। পোন-প্ৰথমে অসমীয়া ৰায়তে গায়পতি ৩্ টকাকৈ 'পল টেক্স্' দিয়াৰ নিয়ম চলিছিল। আৰু, এই কৰ প্ৰত্যেক খেলে সুকীয়াকৈ তুলি গৱৰ্ণমেণ্টত শোধাইছিল। কিন্তু, ইয়াৰপৰা ৰাজহ সংগ্ৰহৰ সুচল নেদেখি, পাচলৈ খেলবিলাক লাট কৰি মৌজা বা মহল পতা হয়। সেই মৌজা বা মহলৰ গৰাকী বা ৰাজহ সংগ্ৰহ কৰোঁতাবিলাকক মৌজাদাৰ, বিষয়া, চৌধাৰী, কাকতি, পাটগিৰি ইত্যাদি নাম দিয়া হয়। কিন্তু যেতিয়া দেখা গল যে, এই নিয়মেও 'পল টেক্স্' আদায় কৰাত বেমেজালি সুগুচিল, তেতিয়াৰপৰা মাটি-পীয়ল কৰাই, বস্তী, ৰূপীত আৰু ফৰিঙ্গতি নামে মাটি তিনি শ্ৰেণীত ভগোৱা হল; আৰু ৰূপীতৰ পুৰাত ১৷৹ টকাকৈ বান্ধি, আন দুই শ্ৰেণীত ১্ এটকাকৈ ৰাজহৰ নিৰিখ বন্ধা হল। প্ৰথমতে মৌজাদাৰবিলাকৰ লগত কেইবা বছৰ—

লৈকো বন্দবস্তী চলিছিল, আৰু তাৰ ভিতৰত ৰায়তৰ সংখ্যা বাঢ়ি ৰাজহৰ যি বেচি উৎপন্ন হৈছিল, সেইটো সিবিলাকৰ লাভ হৈছিল। কিন্তু, এনে নিয়মত গৱৰ্ণমেণ্টে সুচল নোপোৱাত মৌজা বা মহলৰ বছৰি বন্দবস্তীৰ নিয়ম কৰিলে।

মানৰদিনে বেমেজালি লগোৱা অসম দেশৰ বাজে-ভিতৰে গঢ়-গতি লগাই, ইয়াত পুনঃ শান্তি স্থাপনৰ চেষ্টা কৰি থাকোঁতেই, ১৮৩১ খ্ৰীষ্টাব্দৰ ২০ আগষ্টত মিঃ ডেভিড স্কট চাহাবৰ পৰলোক হয়। তেওঁ এজন বৰ ৰাজনীতিজ্ঞ আৰু কাৰ্য্যদক্ষ শাসনকৰ্ত্তা আছিল। মিঃ ডেভিড স্কটৰ অকাল-মৃত্যুত গৱৰ্ণমেণ্ট্ আৰু প্ৰজাই সমানে ক্ষতি বোধ কৰিছিল।

**মিষ্টাৰ টি, চি, ৰবাৰ্ট্‌চন।**—মিঃ ডেভিড স্কট চাহাবৰ লোকান্তৰ হোৱাত, মিষ্টাৰ টি, চি, ৰবাৰ্ট্‌চনে তেওঁৰ শাসনভাৰ লয়হি। তেওঁ আহিয়েই আসাম উপত্যকাৰ উজনি খণ্ডত, ডেভিড স্কটে এৰিযোৱা প্ৰস্তাবমতে পুৰন্দৰসিংহ স্বৰ্গদেৱক পুনৰ ৰজা পাতেহি। এই অৰ্থে, ১৮৩২ খ্ৰীষ্টাব্দত এটা সন্ধি স্থাপন কৰা হয়; সেই মতে মটকৰ ৰাজ্য আৰু শদিয়া বাজ কৰি, উজনি আসামৰ ভৈৰবী আৰু ধনশিৰীৰপৰা পূবভাগ স্বৰ্গদেৱ পুৰন্দৰসিংহক এৰি দিয়া হয়। সেই সময়ত আসামৰ কামৰূপ, নগাওঁ আৰু দৰং এই তিনিখন জিলা মাথোন বৃটীচৰ হাতত ৰল। উত্তৰপাৰে বিশ্বনাথৰপৰা উজনিলৈ লক্ষীমপুৰ জিলাৰ অন্তৰ্গত আছিল।

**পুৰন্দৰ সিংহ।**—১৮৩৩ খ্ৰীষ্টাব্দত শিৱসাগৰ আৰু লক্ষীমপুৰ এই দুখন জিলা স্বৰ্গদেৱ পুৰন্দৰসিংহৰ অধিকাৰত ৰখা হল। স্বৰ্গদেৱে ইষ্ট্ ইণ্ডিয়া কোম্পানীক বছৰি ৫০,০০০ অৰ্দ্ধলক্ষ টকা কৰ শোধাবলৈ আৰু কোম্পানীৰ নিয়ম-প্ৰণালীমতে শাসন কৰিবলৈ মান্তি হৈ বৃটিচ

ৰাজৰ লগত সন্ধি কৰে। কিন্তু স্বৰ্গদেৱে নিৰ্দ্ধাৰিত কৰ শোধাব নোৱাৰি এৰি দিয়াত ১৮৩৮ খ্ৰীষ্টাব্দত এই দুই জিলাও নামনি আসামৰ লগত চামিল কৰি বৃটিচৰ খাচ দখলত ৰখা হল।

জেনেৰেল জেন্‌কিঞ্চ্।—মিষ্টাৰ ৰবার্ট্‌চনৰ পাচত, ১৮৩৪ খ্ৰীষ্টাব্দত জেনেৰেল জেন্‌কিঞ্চ্ আসামৰ কমিচনাৰ আৰু গৱৰ্ণৰ-জেনেৰেলৰ এজেন্ট্ হৈ আহে। তেওঁ আহিয়েই বৃটিচ শাসনাধীনৰ আসাম খণ্ড দৰং, নগাওঁ, কামৰূপ আৰু গুৱালপাৰ এই চাৰিখন জিলাত বিভক্ত কৰে। জেনেৰেল জেন্‌কিঞ্চৰ আমোলতে, ১৮৩৬ খ্ৰীষ্টাব্দত কাছাৰ ৰাজ্য বৃটিচ শাসনাধীনলৈ নিয়া হয়। আৰু, ছিলছৰত সদৰ পাতি, সেই চনতে ঢাকাৰ কমিচনাৰৰ তলে ইয়াত এজন ডেপুটী কমিচনাৰ ৰখাৰ নিয়ম কৰা হয়। সেই চনতে, জয়ন্তীয়াৰ শেহ ৰজা ৰামসিংহৰ পুত্ৰ ৰাজিন্দ্ৰসিংহক ৰজা ভাঙ্গি, জয়ন্তীয়া ৰাজ্য সম্পুৰ্ণে বৃটিচ শাসনৰ তললৈ নিয়া হয়। ইয়াৰ বছৰচেৰেকৰ পাচত, ১৮৩৮ খ্ৰীষ্টাব্দত, পুৰন্দৰসিংহ স্বৰ্গদেৱে পূৰ্ব্বৰ বন্দৱস্তমতে কৰ শোধাবলৈ অপাৰগ হোৱাত, তেওঁক ভাঙ্গি, আহোমৰজাৰ নাম অন্ত কৰি, উজনি অসমকো বৃটিচ গৱৰ্ণমেণ্টৰ খাচ দখলত ভুক্ত কৰা হয়, আৰু আহোম-ৰজাৰ পৰিয়ালক পেন্‌চন দিয়াৰ নিয়ম বন্ধা হয়। মিষ্টাৰ গেইটে তেওঁৰ বুৰঞ্জীৰ টীকাত লিখিছে, ১৮৫৩ খ্ৰীষ্টাব্দত হিচাপ লওঁতে, আহোম ৰাজবংশী মানুহক মাহে ১২০০০৲ টকা পেন্‌চন দিয়া হৈছিল। এই দৰেই, আৰু বছৰচেৰেকৰ পাচত, ১৮৪২ আৰু ১৮৪৩ খ্ৰীষ্টাব্দত মটক আৰু শদিয়া ৰাজ্য আৰু শদিয়াখোৱাগোহাঁই আৰু বৰসেনাপতিৰ বংশধৰসকলৰ ৰাজ্যও বৃটিচ গৱৰ্ণমেণ্টৰ খাচ দখলৰ ভিতৰ কৰা হয়। ইয়াৰ পাচত, গৱৰ্ণমেণ্টে বৰসেনাপতিৰ পৰিয়ালক বছৰি সাত হেজাৰ টকা পেন্‌চন দিবলৈ নিয়ম ধাৰ্য্য কৰে, আৰু লক্ষীমপুৰৰ সদৰ তুলি নি

মটকৰ ৰাজধানী ডিব্ৰুগড়ত পাতেগৈ। খামতীবিলাকে পলিটিকেল এজেণ্ট্ কৰ্ণেল হোৱাইটক বধ কৰাৰ অপৰাধত, সিবিলাকক থানথান কৰি, এভাগ নাৰায়ণপুৰত আৰু এভাগক শদিয়াৰ ওপৰে মিচিমিৰ নামনিত পাতিবলৈ দিহা লগোৱা হয়। ১৮৪৪ খ্ৰীষ্টাব্দত নকুলৰাম বৰ্ম্মণ আৰু ব্ৰজনাথ বৰ্ম্মণ নামে দুই পুতেকক ৰাজ্য ভগাই দিয়াৰ পাচত, তুলাৰাম সেনাপতিৰ পৰলোক হয়। পিচে, সেনাপতিৰ লোকান্তৰৰ পাচত, দুই ককায়েক-ভায়েকৰ ভিতৰত কন্দল লাগি ৰাজ্যত অশান্তি বাঢ়িবলৈ ধৰে ; সেই কাৰণে, কৰ্ণেল জেন্‌কিন্সে ১৮৫৪ খ্ৰীষ্টাব্দত কছাৰি ৰাজ্যৰ তুলাৰাম সেনাপতিৰ অংশও বৃটিচ দখলৰ ভিতৰ কৰি উত্তৰ কাছাৰৰ লগত চামিল কৰে, আৰু সেনাপতিৰ পৰিয়ালক পেঞ্চন দিয়াৰ বন্দৱস্ত লগায়। এই দৰেই, কৰ্ণেল জেন্‌কিঞ্চৰ আমোলত গোটেই আসাম প্ৰদেশ বৃটিচ গৱৰ্ণমেণ্টৰ খাচ দখলত ভুক্ত হয়।

মণিৰাম দেৱানৰ ফাঁচী।—মণিৰাম বৰুৱা চাৰিংৰজাৰ দেৱান আছিল। সেই সময়ত চাৰিংৰজা নাবালক থকাত মণিৰাম দেৱানেই প্ৰকৃতে শাসনকৰ্ত্তাৰ কাম চলাইছিল। পিচে, ১৮৫৭ খ্ৰীষ্টাব্দত, ডিব্ৰুগড়ত থকা বৃটিচ ৰেজিমেণ্টৰ চিপাহীবিলাকে চাহাবাদৰপৰা কিবা বাতৰি পাই হঠাৎ জঁকি উঠিল, আৰু তলে-তলে সিহঁতে চাৰিং ৰজাৰ লগত যোগ দিবলৈ ষড়যন্ত্ৰ কৰিলে। সেই সময়ত মণিৰাম দেৱান কলিকতাত আছিল। পিচে, চিপাহীৰ ষড়যন্ত্ৰ জনাজাত হোৱাত, ইফালে চাৰিংৰজাক বন্দী কৰি, সিফালে মণিৰামক আটক কৰোৱা হল। অনুসন্ধানত চাৰিংৰজাৰ ঘৰত মণিৰামৰ সেই ষড়যন্ত্ৰত যোগ দিয়া ভাবৰ কিছুমান গুপ্তপত্ৰ পোৱা গল। সেই অপৰাধতে কলিকতাৰপৰা ধৰাই আনি যোৰহাটত মণিৰাম দেৱানক ফাঁচী দিয়া হয়।

কৰ্ণেল হপ্‌কিন্‌চন।—জেনেৰেল ( পাচত কৰ্ণেল ) জেন্‌কিঞ্চ

চাহাবৰ পাচত, খ্ৰীঃ ১৮৬১ চনত কৰ্ণেল হপ্‌কিন্‌চন চাহাব আসামৰ কমিচনাৰ নিযুক্ত হৈ আছে। তেওঁৰ শাসনৰ কালত, খ্ৰীঃ ১৮৬৪-৬৫ চনত ভোটান ৰজাই ইংৰাজৰ কটকী মেজৰ এডেন চাহাবক অপমান কৰাৰ বাবে ভোটান ৰাজ্য আক্ৰমণ কৰা হয়; যুদ্ধত ভুটীয়াবিলাক ঘাটিলত দেৱানগিৰি নামে ভোটান ৰাজ্যৰ নামনি খণ্ড বৃটিচ ৰাজ্যৰ ভিতৰ কৰা হয়। আৰু, দৰং আৰু গুৱালপাৰাৰ উত্তৰৰ ভুটীয়া দুৱাৰবিলাক অধিকাৰ কৰা হল। এইখন যুদ্ধৰপৰাই আসামত ১৮৬৬ খ্ৰীষ্টাব্দৰপৰা টেলিগ্ৰাফ বা বিজুলী-ডাকৰ সৃষ্টি হয়; আৰু এই সময়ত গৱৰ্ণমেণ্টৰ প্ৰায় ৮০৫০০০০৲ টকা ভগন হয়। এইবিলাক ভগনৰ যোগান দিবৰ অৰ্থেহি গৱৰ্ণমেণ্টে দেশত ৰাজহৰ নিৰিখ বঢ়াবলৈ বাধ্য হোৱাত, কৰ্ণেল হপ্‌কিন্‌চন চাহাবৰ দিনৰপৰা আসামত ৰাজহৰ বৃদ্ধিহাৰ চলিবলৈ আৰম্ভ হয়। তেওঁৰ শাসনৰ কালতে, খ্ৰীঃ ১৮৭১ চনৰপৰা আসাম আৰু বঙ্গদেশৰ গৰাকী ডুৱলীয়া লাট চাৰ জৰ্জ্জ্ কেম্বেল চাহাব বাহাদুৰে আসামৰ পঢ়াশালি আৰু আদালতবিলাকৰপৰা বঙ্গালী ভাষা গুচাই তাৰ ঠাইত অসমীয়া ভাষা আকৌ অসমদেশত চলাবলৈ নিয়ম কৰিলে। এই উপকাৰৰ নিমিত্তেই আজি অসমত শিক্ষিত অসমীয়া সমাজৰ কাণত তেওঁৰ নাম অতি মধুৰ লাগে।

**কৰ্ণেল কিটিং।**—এওঁৱেই আসামৰ সৰ্ব্ব-প্ৰথম চীফ কমিচনাৰ। কৰ্ণেল হপ্‌কিন্‌চন চাহাবে পেন্‌চন লৈ কামৰপৰা মেলানি লোৱাত, খ্ৰীঃ ১৮৭৪ চনত আসামদেশক বঙ্গদেশৰপৰা বেলেগ কৰি এজন সুকীয়া চীফ কমিচনাৰৰ শাসনৰ তলত ৰখা হয়, আৰু সেই চনতে কৰ্ণেল কিটিং চাহাব অসমলৈ পোন-প্ৰথমে চীফ কমিচনাৰ হৈ আহে। কৰ্ণেল কিটিং চাহাবৰ শাসনৰ কালতে বঙ্গদেশৰপৰা কাছাৰ আৰু ছিলট এই দুখন জিলা আসাম উপত্যকাত চামিল কৰি ইয়াৰ

সীমা আগতকৈ ভালেমান গুণে বঢ়োৱা হয়। আৰু, ১৮৭৫ খ্ৰীষ্টাব্দত লঠা নগাক বশ কৰি, উথাত এজন বৃটিচ কৰ্ম্মচাৰী ৰখাৰ নিয়ম হয়।

চাৰ এচ, চি, বেলী।—কৰ্ণেল কিটিং চাহাবে আসামৰ-পৰা বিদায় লোৱাত, খ্ৰীঃ ১৮৭৮ চনৰ ডিচেম্বৰ মাহত, চাৰ এচ, চি, বেলী আসামৰ চীফ কমিচনাৰ হৈ আহে। আৰু, ১৮৭৯ খ্ৰীষ্টাব্দত নগাপাহাৰত তেওঁৰ দিনত হোৱা খনমা যুদ্ধত বৃটিচৰ জয় হয়। তেওঁ এজন বহুদৰ্শী শাসনকৰ্ত্তা আছিল, আৰু আসামৰ উন্নতিৰ অৰ্থে তেওঁ ভালেমান পুৰুষাৰ্থ কৰিছিল।

মিষ্টাৰ চি, এ, ইলিয়ট।—চাৰ এচ, চি, বেলী চাহাবৰ পাচত, মিষ্টাৰ ( পাচত চাৰ চাৰ্ল্‌চ ) ইলিয়ট চাহাব বাহাদুৰ খ্ৰীঃ ১৮৩৩ চনৰপৰা আসামৰ চীফ কমিচনাৰ হয়হি। তেওঁ এজন অতি মৰমিয়াল আৰু বিদ্যোৎসাহী শাসনকৰ্ত্তা আছিল। তেওঁৰ শাসনৰ কালত আসামত শিক্ষাৰ বিশেষ উন্নতি হয়; প্ৰবেশিকা বা 'এণ্ট্ৰাঞ্চ্' মহলাত উত্তীৰ্ণ হৈ অসমীয়া ছাত্ৰে কলিকতাত গৈ মাহে ২০৲ টকাকৈ যি জলপানী বা খোৰাকী ভোগ কৰিবলৈ পাইছিল, সেইটি উদাৰচেতা ইলিয়ট বাহাদুৰৰে অনুগ্ৰহৰ ফল।

মিষ্টাৰ ডব্লিউ, ই, ওৱাৰ্ড্।—মিষ্টাৰ ইলিয়ট ছুটীত যাওঁতে ১৮৮৩ খ্ৰীষ্টাব্দৰ ৭ জুলাইৰপৰা ৭ অক্টোবৰলৈ তিনিমাহ, আৰু মিষ্টাৰ ইলিয়টে একেবাৰে অৱসৰ লোৱাত ১৮৮৫ খ্ৰীষ্টাব্দৰ ২৩ ফেব্ৰুৱাৰীৰপৰা ১৮৮৭ চনৰ ৩১ অক্টোবৰলৈকে দুবাৰ একটিং চীফ কমিচনাৰ হৈছিল।

মিষ্টাৰ ডি, ফিট্জ পেট্ৰিক।—চাৰ চাৰ্ল্‌চ ইলিয়ট চাহাব বাহাদুৰৰ পাচত, মিষ্টাৰ ডি, ফিট্জ পেট্ৰিক খ্ৰীঃ ১৮৮৩ চনত আসামলৈ চীফ কমিচনাৰ হৈ আহে। তেওঁ এজন বৰ ওথমনৰ আৰু মৰমিয়াল

শাসনকৰ্ত্তা আছিল। কিন্তু, তেওঁৰ শাসনৰ কাল পূৰ্ণ হবলৈ নৌ পাওঁতেই খ্ৰীঃ ১৮৮৯ চনৰ জুলাই মাহত তেওঁ আসাম এৰি যায়। তেওঁৰ দিনতে উত্তৰ লুচাইৰ আইজালত বৃটিচ পলিটিকেল এজেণ্ট্ ৰাখিবলৈ নিয়ম কৰা হয়।

মিষ্টাৰ জে, ওৱেষ্ট্‌লেণ্ড্।— মিষ্টাৰ ফিট্‌জ পেট্ৰিক্ চাহাবে অসময়ত আসাম এৰি যোৱাত, তেওঁৰ ঠাইত মিষ্টাৰ জে, ওৱেষ্ট্‌লেণ্ড্ চাহাব ১৮৮৯ খ্ৰীষ্টাব্দৰ জুলাই মাহৰপৰা অক্টোবৰলৈকে চাৰিমাহ একটিং বা অস্থায়ী চীফ কমিচনাৰ হৈছিলহি।

অনাৰেবল মিষ্টাৰ জে, ডি, কুইণ্টন।—খ্ৰীঃ ১৮৮৯ চনৰ অক্টোবৰ মাহত অনাৰেবল মিষ্টাৰ জে, ডি, কুইণ্টন চাহাবে অসমৰ চীফ কমিচনাৰৰ ভাৰ গ্ৰহণ কৰেহি। তেওঁৰ শাসনৰ কালত আও নগাৰ ৰাজ্য বৃটিচ দখলৰ ভিতৰ কৰা হয়। তাৰ পাচত, মণিপুৰত খ্ৰীঃ ১৮৯০ চনত এটা ভয়ানক বিদ্ৰোহ উপস্থিত হয়। সেই বিদ্ৰোহ দমাবলৈ যাওঁতেই মণিপুৰত তেওঁক আৰু পলিটিকেল এজেণ্ট্ মিঃ গ্ৰীমউদ প্ৰভৃতি পাঁচজন চাহাবক মণিপুৰীয়াবিলাকে ছলেৰে বধ কৰে। সেই অপৰাধৰ বাবে মণিপুৰৰ ৰজাক বন্দী কৰি দেশান্তৰ কৰা হয়, আৰু সেনাপতি যুবৰাজ টিকেন্দ্ৰজিত আৰু মন্ত্ৰী টঙ্গাল জেনেৰেলৰ প্ৰাণদণ্ড হ'ল। ৰাজবংশৰ নাবালক এজনক ৰজা পাতি, তেতিয়াৰপৰা মণিপুৰ ৰাজ্য আসামৰ চীফ কমিচনাৰৰ শাসনৰ তলে শাসন কৰিবলৈ দিয়া হৈছে।

জেনেৰেল চাৰ এইচ, কলেট।—অনাৰেবল মিষ্টাৰ কুইণ্টন চাহাবৰ অপমৃত্যুৰ পাচত, জেনেৰেল চাৰ এইচ, কলেট চাহাব এমাহমানলৈ আসামৰ একটিং চীফ কমিচনাৰ হৈছিলহি। কলেট চাহাব

পাইহিমানে মাজতে কেইদিনমানৰ নিমিত্তে মিঃ এ, টি, কেম্বেল চাহাবে চীফ কমিচনাৰৰ অফিচৰ চাৰ্জ্জ্ লৈছিলগৈ।

**মিষ্টাৰ ডব্লিউ, ই, ওৱাৰ্ড্।**—কুইণ্টন চাহাবৰ ঠাইত মিষ্টাৰ ডব্লিউ, ই, ওৱাৰ্ড্ (পাচত চাৰ উইলিয়াম) খ্ৰীঃ ১৮৯১ চনৰ মেই মাহত নিগাজীকৈ আসামৰ চীফ কমিচনাৰ হৈ আহে। তেওঁ ইয়াৰ বছৰচেৰেকৰ আগেয়ে আসামৰ ব্ৰহ্মপুত্ৰ উপত্যকা খণ্ডত জজ আৰু কমিচনাৰ আছিল। তেওঁৰ শাসনৰ কালত আসামৰ মাটিবিলাকৰ শ্ৰেণী-বিভাগ কৰি প্ৰায় দুগুণ পৰিমাণে ৰাজহৰ নিৰিখ বঢ়াবলৈ প্ৰস্তাৱ কৰা হৈছিল। তাতে, আসামৰ প্ৰত্যেক জিলা আৰু মহকুমাত ৰায়তৰ সভা-সমিতি আদি বহি হুলস্থুল লাগি পৰিছিল। দৰং জিলাৰ অন্তৰ্গত পাথৰিঘাট তহচীলৰ ৰায়তবিলাকে এটা সৰুসুৰা বিদ্ৰোহৰ দৰে ঘটনা ঘটাই, কিছুমানে ৰাজকীয় শান্তিৰক্ষকৰ বন্দুকৰ গুলিৰ মুখত প্ৰাণো এৰিব লগা হৈছিল। পাচে, এই নিৰিখ দুখীয়া অসমীয়া প্ৰজাৰ পক্ষে বৰ টান যেন হোৱাত, ভাৰতগৱৰ্ণমেণ্টে পুনৰ বিচাৰ কৰি তাতকৈ অলপ কমাই আকৌ নতুন নিৰিখ ধাৰ্য্য কৰি দিলে।

**মিষ্টাৰ চি, জে, লায়েল।**—মিঃ ওৱাৰ্ড্ ছুটীত যাওঁতে ১৮৯৪ খ্ৰীষ্টাব্দৰ ১৭ জুলাইৰপৰা ৪ অক্টোবৰলৈকে মিঃ চি, জে, লায়েল একটিং চীফ কমিচনাৰ হৈছিল।

**মিষ্টাৰ এইচ, জে, এচ, কটন।**—ওৱাৰ্ড্ চাহাবে পেন্‌চন লৈ কামৰপৰা মেলানি লোৱাত, ১৮৯৬ খ্ৰীষ্টাব্দৰ নবেম্বৰ মাহত অনাৰেবল মিষ্টাৰ এইচ, জে, কটন ( পাচত চাৰ হেন্‌ৰি কটন ) আসামৰ চীফ কমিচনাৰ হৈ আহে। তেওঁৰ দিনত, খ্ৰীঃ ১৮৯৭ চনৰ ১২ জুনত এটা অতি ভয়ঙ্কৰ ভূমিকম্পে আসামৰ ৰাজধানী শিলং আৰু আন আন নগৰ উছন-প্ৰায় কৰে। ১৮৯৮ খ্ৰীষ্টাব্দত লুচাই পাহাৰৰ উত্তৰ আৰু দক্ষিণ ভাগ একে-

লগ কৰি, আসামৰ চীফ কমিচনাৰৰ অধীনত ৰখা হয়। তেওঁৰ দিনতে ভাৰতবৰ্ষৰ গৱৰ্ণৰজেনেৰেল বা ঘাই লাট লৰ্ড্ কৰ্জ্জন চাহাব মহোদয়ে ১৮৯৯ খ্রীষ্টাব্দত গুৱাহাটী, তেজপুৰ আৰু ডিব্রুগড় পৰিদৰ্শন কৰেহি। তেওঁ আসামৰ অতি উজনি ভাগ মাৰ্ঘেৰীতা, লিডু প্রভৃতি ঠাইলৈকে পৰিদৰ্শন কৰে, আৰু ডিব্রুগড়, তেজপুৰ আৰু গুৱাহাটীৰ অধিবাসী-সকলৰপৰা অভিনন্দন পত্র গ্রহণ কৰিছিল। গুৱাহাটীত অসমৰ সকলো জিলাৰ মুখিয়াল মানুহেৰে গঠিত এখনি দৰবাৰ বহিছিল; তাত প্রজাসকলৰ ফালৰপৰা ঘাই লাট বাহাদুৰক সম্মান কৰি এখনি অভিনন্দন পত্র দিয়া হৈছিল। এই জনা চীফ কমিচনাৰৰ যত্নতে গুৱাহাটীত পুনৰ দ্বিতীয় শ্রেণীৰ কলেজ, আৰু ‘বেৰি হোৱাইট মেডিকেল স্কুল’ স্থাপিত হয়। কটন বাহাদুৰে উনৈছ আৰু কুৰি দুটা শতাব্দীত আসাম শাসন কৰিবলৈ পায়; আৰু তেওঁৰ শাসনৰ কালতে, সিফালে দুটা শতাব্দীৰ ভাৰতেশ্বৰী মহাৰাণী ভিক্টোৰীয়া ১৯০১ খ্রীষ্টাব্দত স্বৰ্গী হোৱাত, তেওঁৰ বৰপুত্র সপ্তম এড্ওৱাৰ্ড্ ইংলণ্ডৰ মহাৰজা আৰু ভাৰতবৰ্ষৰ সম্রাট হয়। চাৰ হেন্ৰি কটন পেন্চন লৈ যোৱাৰ দুবছৰৰ পাচত, খ্রীঃ ১৯০৪ চনৰ ডিচেম্বৰ মাহত, তেওঁ আকৌ এবাৰ আসাম চাবলৈ আহিছিল। তেওঁৰ প্রজাবৎসলতাৰ চিন স্বৰূপে অসমীয়া ৰাইজে গুৱাহাটীৰ ‘কৰ্জ্জন হলত’ মাৰ্ব্বল পাথৰৰ কটন-প্রতিমূৰ্ত্তি এটি ১৯০৫ চনৰ এপ্রিল মাহত প্রতিষ্ঠা কৰিলে।

চাৰ বেম্ফিল্ড্ ফুলাৰ।—১৯০২ খ্রীষ্টাব্দৰ এপ্রিল মাহত কটন চাহাবে ৰাজকীয় কামৰপৰা একেবাৰে মেলানি লোৱাৰ অভিপ্রায়ে ছুটী লৈ যোৱাত, অনাৰেবল মিষ্টাৰ জে, বি, (পাচত চাৰ বেম্ফিল্ড্) ফুলাৰ চাহাবে আসামৰ শাসনভাৰ গ্রহণ কৰেহি। এই জনা চীফ কমিচনাৰৰ শাসনৰ কালতে, খ্রীঃ ১৯০২ চনৰ ২৬ জুন তাৰিখে ইংলণ্ডত

আৰু ভাৰতবৰ্ষৰ নানা প্ৰদেশত ভাৰত-সম্ৰাট, মহাৰাজ সপ্তম এড্‌ওৱাৰ্ডৰ ৰাজ্যাভিষেক উৎসৱ পতা হয়। গাওঁবুঢ়াক বঁটা দান,



মহাৰাজ ভাৰতেশ্বৰ সপ্তম এডোৱাৰ্ড্।

মৌজাদাৰী প্ৰথা পুনঃ প্ৰচলন, শিক্ষা-বিভাগৰ নতুন নিয়ম, অসমীয়া সাহিত্য কলিকতা বিশ্ববিদ্যালয়ৰ বি, এ, পৰীক্ষালৈকে প্ৰচলন, মাটিৰ কুৰিবছৰীয়া বন্দবস্তী, চৰ্কাৰী পদত অসমীয়াক আগ-বাছনি দান, দুখীয়া আহোম ছাত্ৰক বিনা-মাচুলে গৱৰ্ণমেণ্ট্ স্কুল আৰু কলেজত পঢ়িবলৈ অনুমতি দান প্ৰভৃতি ভালেমান প্ৰজাহিতকৰ কাৰ্য্য তেওঁৰ শাসনত সম্পাদিত হয়। এই শাসনতে খ্ৰীঃ ১৯০৫ চনৰ ১৬ অক্টোবৰ তাৰিখে বঙ্গদেশৰপৰা চিটাগঙ্গ, ঢাকা, ময়মনসিংহ, ৰাজচাহী, দিনাজপুৰ, মালদহ, জলপাইগুৰি প্ৰভৃতি বিভাগ আৰু জিলা আসামত লগ লগাই "পূৰ্ব্ববঙ্গ আৰু আসাম" নামে নতুন প্ৰদেশৰ সৃষ্টি কৰি, এজন ছুৱলীয়া

লাট বা লেফে্‌টেনেণ্ট্‌ গৱৰ্ণৰৰ শাসনত ৰখা হয়। আৰু, চাৰ বেম্‌ফিল্ড্‌ ফুলাৰ চাহাবেই এই নতুন প্ৰদেশৰ প্ৰথম তুৰুলীয়া লাট।

**চাৰ লেঞ্চ্‌লট হেয়াৰ।**—১৯০৬ খ্ৰীষ্টাব্দৰ ১৯ আগষ্টত চাৰ বেম্‌ফিল্ড্‌ ফুলাৰ চাহাবে ইস্তফা দি যোৱাত, অনাৰেবল মিষ্টাৰ এল, (পাচত চাৰ লেঞ্চ্‌লট) হেয়াৰ চাহাব বাহাদুৰ পূৰ্ব্ববঙ্গ আৰু আসামৰ তুৰুলীয়া লাট হয়। তেওঁৰ শাসন বঙ্গবিভাগৰ উৎপাত-অশান্তিৰে পূৰ্ণ আছিল। তেওঁৰ শাসনতে ১৯০৮ খ্ৰীষ্টাব্দৰ ফেব্ৰুৱাৰী মাহত যোৰহাটত এখন কৃষি আৰু শিল্প প্ৰদৰ্শনী পতা হৈছিল। চাৰ হেয়াৰ চাহাবৰ আমোলত নতুন প্ৰদেশৰ ব্যৱস্থাপক সভাত তিনিজন অসমীয়া আৰু এজন চাহকৰ ইংৰাজ আসামৰ প্ৰতিনিধিসভ্য নিযুক্ত হয়। তেওঁৰ দিনতে ৰঙ্গিয়াৰপৰা টংলালৈ উত্তৰপৰীয়া ৰেলওৱে বঢ়োৱা হয়, আৰু গুৱাহাটীৰ ওচৰৰ আমিনগাওঁ ষ্টেচনৰপৰা বাজে বাজে কলিকতা-লৈ চমু ৰেল-বাট যুগুত হৈ উঠে। এই শাসনতে ১৯১১ খ্ৰীষ্টাব্দৰ মাৰ্চ্চ্‌ মাহত আবৰ পাহাৰলৈ যাওঁতে শদিয়াৰ এঃ পলিটীকেল এ্‌জেণ্ট্‌ মিঃ উইলিয়ম্‌চন আৰু ডাক্তাৰ গ্ৰিগেৰ্‌চনক সদলে বৰ আবৰে বধ কৰে—সেই বাবে আবৰৰ বিৰুদ্ধে বৃটিচ ৰণ-বল পঠিওৱা হয়। তেওঁৰ দিনতে ভাৰত সম্ৰাট সপ্তম এড্‌ওৱাৰ্ড ১৯১০ খ্ৰীষ্টাব্দত স্বৰ্গী হয়; আৰু যুবৰাজ (প্ৰিঞ্চ্‌ অব ওৱেল্‌চ) জৰ্জ্জ্‌, পঞ্চম জৰ্জ্জ্‌ খিতাপেৰে গ্ৰেট্‌ ব্ৰিটেইন আৰু আয়ৰ্লেণ্ডৰ ৰাজপাটত উঠি ভাৰতৰ সম্ৰাট হয়। ১৯১১ খ্ৰীষ্টাব্দৰ আগষ্ট মাহত পাঁচবছৰ পূৰ্ণ কৰি চাৰ লেঞ্চ্‌লট হেয়াৰ চাহাবে ইয়াৰপৰা পেঞ্চনত বিদায় লয়।

**চাৰ চাৰ্লচ ষ্টুৱাৰ্ট্‌ বেলী।**—১৯১১ খ্ৰীষ্টাব্দৰ ২৩ আগষ্টৰ-পৰা চাৰ চাৰ্ল্‌চ ষ্টুৱাৰ্ট্‌ বেলী চাহাব বাহাদুৰ "পূৰ্ব্ববঙ্গ আৰু আসাম" প্ৰদেশৰ তুৰুলীয়া লাট (লেফ্‌টেনেণ্ট গৱৰ্ণৰ) হৈ আছে। এথেত

আসামৰ আগৰ চীফ কমিচনাৰ চাৰ এচ, চি, বেলী চাহাব বাহাদুৰৰ ভতিজাক। চাৰ চাৰ্লচ্‌ বেলী ইয়াৰ আগেয়ে ১৯০৮ খ্রীষ্টাব্দত তিনি-মাহৰ নিমিত্তে এই প্রদেশৰ একটিং ছুৰলীয়া লাট হৈছিলহি। সেই সময়ৰ ভিতৰতে তেখেতে কেইবাটাও দেশহিতকৰ কাৰ্য্য কৰে; তাৰ ভিতৰত অসমীয়া ভাষাৰ উন্নতিকল্পে এই পুথিৰ লিখকক 'সাহিত্যিক পেঞ্চন' দান কৰাটিও এটি বুলি ধৰা যায়।



মহাৰাজ ভাৰতেশ্বৰ পঞ্চম জৰ্জ্জ্।

মহাৰাজ পঞ্চম জৰ্জ্জ্‌ৰ ভাৰতলৈ আগমন।— ১৯১১ খ্রীষ্টাব্দৰ ডিচেম্বৰ মাহত সম্রাট পঞ্চম জৰ্জ্জ্ আৰু মহাৰাণী মেৰীয়ে

ভাৰতবৰ্ষত পদাৰ্পণ কৰে। ১২ ডিচেম্বৰৰ দিনা ভাৰতৰ পুৰণি ৰাজধানী দিল্লী নগৰীত এখন বিৰাট দৰবাৰ পতা হয়। সেই দৰবাৰলৈ ভাৰতৰ সকলো ঠাইৰেপৰা প্ৰতিনিধি-প্ৰজা বাছি নিয়া হৈছিল। অসমৰো গণ্যমান্য জনচেৰেক প্ৰধানলোক নিমন্ত্ৰিত হৈ সেই সভালৈ গৈছিল। ভাৰতবৰ্ষৰ পালি ৰজাসকল, গৱৰ্ণৰ জেনাৰেল, প্ৰধান প্ৰধান বিষয়া, সদস্য আৰু প্ৰতিনিধি-প্ৰজাকে আদি কৰি সভাস্থ সকলোৰে সম্ৰাট-সম্ৰাজ্ঞীৰ ওলগ লয়। দৰবাৰত সম্ৰাটে ভাৰতবাসীক শিক্ষাৰ অৰ্থে সৰহীয়াকৈ ধন ব্যয় কৰা, আৰু সৈনিক বিভাগৰ কিছুমান ওখপদ ভাৰতবাসীলৈ মুকলি কৰাকে আদি কৰি গোটাচেৰেক বৰ দান কৰে; গৱৰ্ণৰ জেনাৰেল লৰ্ড্ হাৰ্ডিঞ্জে সেই বৰ ঘোষণা কৰে। তাৰ পাচত, সম্ৰাটে স্বয়ং কলিকতাৰ সলনি দিল্লীক ভাৰতবৰ্ষৰ ৰাজধানী পতা, অসমক পুনৰ আগৰ দৰে চীফ কমিচনাৰৰ তলত ৰখা আৰু আগেয়ে বেলেগ কৰা বঙ্গক যোৰা লগাই বিহাৰ, ছোটনাগপুৰ আৰু উড়িষ্যাক এখন স্বকীয়া প্ৰদেশ পতাৰ কথা ঘোষণা কৰে। সেই দিনা ভাৰতৰ সকলো ঠাইতে আনন্দোৎসৱ পতা হৈছিল। অসমত, নগৰত বাজেও, চুকে-কোণে থকা গাৱঁতো সবল ৰাজভক্ত প্ৰজাবৃন্দই উৎসৱ পাতিছিল। দিল্লীৰ উৎসৱ আদি সমাপন কৰি সম্ৰাটে নেপালত চিকাৰ কৰিবলৈ যায়; তাৰ পাচত কলিকতাত মহাসমাৰোহেৰে অভ্যৰ্থনা দিয়া হয়। ১৯১২ খ্ৰীষ্টাব্দৰ ৮ জানুৱাৰী তাৰিখে সম্ৰাট আৰু সম্ৰাজ্ঞীয়ে কলিকতা এৰি, বোম্বায়েদি বিলাতলৈ যাত্ৰা কৰে। বৃটিচ সম্ৰাটসকলৰ ভিতৰত মহাৰাজ পঞ্চম জৰ্জ্জেই পোনপ্ৰথমে ভাৰতবৰ্ষত পদাৰ্পণ কৰে। মহাৰাজ আৰু মহাৰাণীৰ প্ৰজালৈ আন্তৰিক মৰম, কৰুণা আৰু সহানুভূতিৰ চানেকী পাই সকলোৰে প্ৰাণ ৰাজভক্তিৰে উপচি পৰিছিল। মহাৰাজ

পঞ্চম জৰ্জ্জ্, মহাৰাণী মেৰী আৰু বৰ্ত্তমান গৱৰ্ণৰ জেনেৰেল লৰ্ড্ হাৰ্ডিঞ্জৰ নাম চিৰকাললৈ ভাৰতবাসীৰ স্মৃতিফলিত অঁকা থাকিব ।

চাৰ আৰ্চ্‌ডেল আৰ্ল্ ।—১৯১১ খ্ৰীষ্টাব্দৰ ১২ ডিচেম্বৰত ভাৰতেশ্বৰ মহাৰাজ পঞ্চম জৰ্জ্জে দিল্লী দৰবাৰত স্বয়ং ঘোষণা কৰা মতে, ১৯১২ খ্ৰীষ্টাব্দৰ ১ এপ্ৰিলৰপৰা আসাম প্ৰদেশ আকৌ আগৰ দৰে স্বকীয়া হৈ চীফ কমিচনাৰৰ শাসনাধীনলৈ আহে, আৰু অনাৰেবল চাৰ আৰ্চ্‌ডেল আৰ্ল্ চাহাব বাহাদুৰ এই নতুন গৱৰ্ণমেণ্টৰ প্ৰথম চীফ কমিচনাৰ হয়। কিন্তু, আসাম স্বকীয়া প্ৰদেশৰূপে পুনৰ্গঠিত হোৱাৰ পাচত, ভাৰতবৰ্ষৰ গৱৰ্ণৰ জেনেৰেল বাহাদুৰৰ ১৯১২ খ্ৰীষ্টাব্দৰ ১৪ নবেম্বৰৰ ঘোষণা মতে, ১৯১৩ খ্ৰীষ্টাব্দৰ ২ জানুৱাৰীৰপৰা আসাম গৱৰ্ণমেণ্ট্ চলাবৰ নিমিত্তে চীফ কমিচনাৰ বাহাদুৰৰ এখন ব্যৱস্থাপক সভা বা লেজিচ্‌লেটীভ কাউন্সিল গঠিত হয়। এই কাউন্সিলত ১৯০৯ খ্ৰীষ্টাব্দৰ ইণ্ডিয়া কাউন্সিল আইন অনুসৰি ১১ জন প্ৰজাৰ আৰু ১৩ জন গৱৰ্ণমেণ্টৰ বাছনি মতে সৰ্ব্বমোট ২৪ জন সদস্য বা মেম্বৰ নিযুক্ত হয়। আসাম গৱৰ্ণমেণ্ট্ সৃষ্টি হবৰপৰা আসাম চীফ কমিচনাৰক লেজিচ্‌লেটীভ কাউন্সিল দিয়া এয়ে প্ৰথম, আৰু তলত নাম দিয়া অনাৰেবল মেম্বৰসকলৰ দ্বাৰা আসামৰ সৰ্ব্বপ্ৰথম কাউন্সিল গঠিত হয়।—

---

## গৱৰ্ণমেণ্টৰ বাছনি ।

১। অনাৰেবল চাৰ আৰ্চ্‌ডেল আৰ্ল্ কে, চি, আই, ই, আসামৰ চীফ কমিচনাৰ......প্ৰেচিডেণ্ট্।

২। অনাৰেবল কৰ্ণেল পি, আৰ, টি, গৰ্ডন চি, আই, ই, আসাম উপত্যকাৰ কমিচনাৰ......ভাইচ-প্ৰেচিডেণ্ট্।

১৯১৩ চনৰপৰা আসামৰ নিমিত্তে ব্যৱস্থাপক সভা দিয়া হয়।

৩। অনাৰেবল মিঃ এফ, চি, হেনিকাৰ আই, চি, এচ, চুৰমা উপত্যকাৰ একটিং কমিচনাৰ······মেম্বৰ।

৪। অনাৰেবল মিঃ ডবলিউ, জে, ৰীড আই, চি, এচ, চীফকমিচনাৰৰ চীফচেক্ৰেটৰী······মেম্বৰ।

৫। অনাৰেবল মেজৰ ডব্লিউ, এম, কেনেডি আই, এ, চীফকমিচনাৰৰ চেকেণ্ড্ চেক্ৰেটৰী······মেম্বৰ।

৬। অনাৰেবল কৰ্ণেল আৰ, এন, কেম্বেল আই, এম, এচ; চি, আই, ই, ইন্স্পেক্টৰ জেনেৰেল্, মেডিকেল ডিপাৰ্ট্মেণ্ট্ ঐ।

৭। অনাৰেবল মিঃ ডবলিউ, মেক্চুইট, চি, ই, চীফ ইঞ্জিনিয়াৰ ······মেম্বৰ।

৮। অনাৰেবল মিঃ জে, আৰ, কনিংহাম এম, এ, শিক্ষাবিভাগৰ ডিৰেক্টৰ······মেম্বৰ।

৯। অনাৰেবল মিঃ জে, এফ, গ্ৰেহেম চি, এচ, আই, আসাম উপত্যকাৰ চেচন জজ······মেম্বৰ।

১০। অনাৰেবল শ্ৰীযুত পদ্মনাথ গোহাঁই মৰাণ-বৰুৱা, সাহিত্যিক পেঞ্চনাৰ, আহোম-প্ৰতিনিধি····· মেম্বৰ।

১১। অনাৰেবল মিঃ এ, বি, হাওকিন্স্, ৰেলওৱে কাৰখানাদিৰ প্ৰতিনিধি······মেম্বৰ।

১২। অনাৰেবল ৰজা প্ৰভাতচন্দ্ৰ বৰুৱা বাহাদুৰ গৌৰীপুৰৰ জমিদাৰ······মেম্বৰ।

১৩। অনাৰেবল ৰায় দুলালচন্দ্ৰ দেব বাহাদুৰ ··· ঐ।

১৪। অনাৰেবল বাবু ৰমনীমোহন দাস ··· ··· ঐ।

## প্ৰজাৰ বাছনি।

| | | |
|---|---|---|
| ১৫। | অনাৰেবল মিঃ মানিকচন্দ্ৰ বৰুৱা | মিউনিচিপালিটীৰ মেম্বৰ। |
| ১৬। | অনাৰেবল মিঃ কামিনীকুমাৰ চন্দ | |
| ১৭। | অনাৰেবল মিঃ তৰুণৰাম ফুকন বাৰিষ্টাৰ | মাটিগিৰীৰ মেম্বৰ। |
| ১৮। | অনাৰেবল বাবু নলিনীকান্ত ৰায় দস্তিদাৰ | |
| ১৯। | অনাৰেবল শ্ৰীযুত ঘনশ্যাম বৰুৱা | লোকালবোৰ্ড্ মেম্বৰ। |
| ২০। | অনাৰেবল ৰায় সীতামোহন দাস বাহাদুৰ | |
| ২১। | অনাৰেবল মৌলবী আব্দুল মজিদ | মছলমান প্ৰতিনিধি মেম্বৰ। |
| ২২। | অনাৰেবল মৌলবী চৈয়দ চাহদুল্লা | |
| ২৩। | অনাৰেবল মিষ্টাৰ চি, টি, ফাৰ্ব্বচ | চাহবাগিছাৰ প্ৰতিনিধি মেম্বৰ। |
| ২৪। | অনাৰেবল মিঃ ডব্লিউ, টি, ক্যাথ্কাৰ্ট | |
| ২৫। | অনাৰেবল মিঃ চি, এল, প্ৰিঙ্গেল | |

আসাম কাউন্সিলৰ নন-অফিচিয়েল মেম্বৰসকলৰ বাছনি মতে অনাৰেবল শ্ৰীযুত ঘনশ্যাম বৰুৱা ইণ্ডিয়া কাউন্সিলৰ মেম্বৰ নিৰ্ব্বাচিত হৈ, আসাম কাউন্সিলৰ আসন এৰি দিয়াত তেওঁৰ ঠাইত অনাৰেবল মিঃ এ, এল, প্লেফেয়াৰ লোকালবোৰ্ডৰ মেম্বৰ নিৰ্ব্বাচিত হয়। আসাম গৱৰ্ণমেণ্টৰ আইন-উপদেষ্টা বা লিগাল ৰিমাম্ব্ৰাঞ্চাৰ অনাৰেবল মিঃ আব্দুল মজিদ বাৰিষ্টাৰ আসাম কাউন্সিলৰ মেম্বৰ মনোনীত হোৱাত অনাৰেবল ৰায় দুলালচন্দ্ৰ দেব বাহাদুৰে তেওঁৰ আসন এৰি দিব লগা হয়। আৰু, ইণ্ডিয়া কাউন্সিলৰ আসাম অফিচিয়েল প্ৰতিনিধি-মেম্বৰ অনাৰেবল মিঃ জে, চি, আৰবথ্নট চি, আই, ই, তেওঁৰ নিগাজী কামত হাজিৰ হোৱাত অনাৰেবল মিঃ হেনিকাৰে আসাম কাউন্সিলৰ আসন এৰিব লগা হয়।

অনাৰেবল চাৰ আৰ্চ্ডেল আৰ্ল্ বাহাদুৰৰ আমোলত আসাম প্ৰদেশৰ



*The Honourable Sir Archdale Earle, K.C.I.E., I.C.S.*

CHIEF COMMISSIONER OF ASSAM.

উন্নতিকল্পে ভালেমান সদনুষ্ঠান হাতত লোৱা হৈছে। তাৰ ভিতৰত (১) আসামত আইন কলেজ দিয়াৰ প্ৰস্তাৱ, (২) গাৱঁলীয়া স্বাস্থ্যৰ উন্নতি-বিধান, (৩) গাৱঁত বিশুদ্ধ খোৱাপানী যোগানৰ বহুল ব্যৱস্থা, (৪) আসাম প্ৰদেশত যাতায়াতৰ সুচল বঢ়োৱা, (৫) স্বায়ত্ব শাসনৰ শিক্ষা দিয়াৰ অৰ্থে গাৱঁলীয়া সমাজ সংগঠন, (৬) লোকাল চেল্ফ গৱৰ্ণমেণ্ট্ বিল বা আসামত স্বায়ত্ব শাসনৰ ক্ষমতা দিয়াৰ ব্যৱস্থা, (৭) আহোমৰ উন্নতিকল্পে সিবিলাকক বিবিধ বিষয়ত গৱৰ্ণমেণ্টৰ বিশেষ অনুগ্ৰহ দান, (৮) আগৰদিনীয়া পুথি, বুৰঞ্জী, চিত্ৰিত শিল আৰু খনিকৰী কাৰ্য্যৰ চিন সুৰক্ষণৰ ব্যৱস্থা, (৯) আসামত শিল্প শিক্ষাদিৰ উন্নতি বিস্তাৰৰ আয়োজন এই বিলাকেই প্ৰধান। মুঠ্‌কৈ কবলৈ গলে, এই জনা চীফ কমিচনাৰৰ আমোলত আসামৰ উন্নতিৰ এটা অভিনৱ যুগান্তৰৰ আগন্তুক মিলিছে। চাৰ আৰ্চ্‌ডেল আৰ্লৰ শাসনকাল এতিয়া ২য়, বছৰত সোমাইছে; বাকী তিনিবছৰৰ ভিতৰত তেওঁৰ আমোলত আসামে আৰু বহুল উন্নতি কামনা কৰিছে।

---

# ২। অধ্যা।

## অসমত ভূস্বত্বৰ নিয়ম-প্ৰণালী।

গুৱালপাৰত বাজে অসমত ৰায়তৰ ভূস্বত্ব ঘাইকৈ তিনিবিধ;—(১) ৰায়তোৱাৰী, (২) নিস্পিখেৰাজ, আৰু (৩) লাখেৰাজ।

(১) ৰায়তোৱাৰী।—এই স্বত্ব অনুসৰি ৰায়তে ৰজাঘৰ বা গৱৰ্ণমেণ্টৰপৰা একচনীয়া আৰু ম্যাদী (১০ চনীয়া, ২০ চনীয়া, ৩০ চনীয়া) বন্দবস্তীত মাটি ভোগদখল কৰে; আৰু এই মাটি ৰায়তে নিজ ইচ্ছামতে সমুদায় বা তাৰ কোনো দাগ ইস্তফা দিব পাৰে, আৰু নতুনকৈ চৰ্কাৰী মাটি লগাই লবও পাৰে। ১৮৮৩ খ্ৰীষ্টাব্দলৈকে অসমত ৰায়তোৱাৰী স্বত্ব,

একচনীয়া মাথোন আছিল ; তেতিয়া মাটিত ৰায়তৰ ভোগদখলত বাজে আন স্বত্ব নাছিল। কিন্তু, ১৮৮৬ খ্ৰীষ্টাব্দৰ মাটি আৰু ৰাজহৰ নিয়ম-নিৰ্ব্বন্ধমতে যেতিয়া ম্যাদী বন্দবস্তীৰ প্ৰথা প্ৰচলিত হ'ল, তেতিয়াৰপৰা দহচনীয়া আৰু তাৰ ওপৰ বন্দবস্তীৰ মাটিত ৰায়তৰ ভূস্বত্ব আগতকৈ বেচি স্থায়ী বা দীৰ্ঘকলীয়া হল ;—এই স্বত্বৰ বলত ৰায়তে নিজ পটাৰ মাটি দান, বিক্ৰয়, হস্তান্তৰ আৰু পৈতৃক সম্পত্তিৰূপে ব্যৱহাৰ কৰিব পৰা হল ; তদুপৰি ম্যাদী বন্দবস্তী চলিবৰপৰা বন্দবস্তীৰ নিৰ্দ্ধাৰিত কালৰ ভিতৰত ৰাজহৰ নিৰিখ লৰিবৰ বা বাঢ়িবৰ আশঙ্কা গুচিল, আৰু গৱৰ্ণমেণ্টে চৰ্কাৰী কাৰ্যোপলক্ষে কোনো ম্যাদী পটাৰ মাটি ললেও ৰায়তে তাৰ মূল্যস্বৰূপে ক্ষতিপূৰণ পাব পৰা হল। কিন্তু, একচনীয়া বন্দবস্তীত এই বিলাক স্বত্ব নাই ; গৱৰ্ণমেণ্টে চৰ্কাৰী কাৰ্য্যোপলক্ষে কোনো এক-চনীয়া পটাৰ মাটি ললেও ৰায়তে তাৰ মূল্যস্বৰূপ ক্ষতিপূৰণ দাবী কৰিব নোৱাৰে, কেৱল ঘৰ, গছ, শস্য ইত্যাদিৰ মূল্য হে পাব পাৰে।

(২) নিস্পিখেৰাজ আৰু (৩) লাখেৰাজ।—নিস্পিখেৰাজ মাটি ৰায়তে অৰ্দ্ধ ৰাজহত ভোগদখল কৰিবলৈ পায়। তাত বাজেও এই মাটিৰ গৰাকীয়ে তাৰ ওপৰত চিৰস্থায়ী স্বত্ব চলায়, আৰু বঙ্গদেশীয় দখলীস্বত্বৰ দাবী তাত নাখাটে। লাখেৰাজ-মাটিতো এইবিলাক স্বত্বকে পোৱা যায়, কিন্তু তাৰ উপৰিও এই মাটিৰ ৰাজহ সম্পূৰ্ণে ৰেহাই পোৱা হয়, অৰ্থাৎ ৰজাঘৰত ইয়াৰ ৰাজহ মুঠেই শোধাব নালাগে। এইৰীতি আহোম ৰাজত্বৰ আদিছোৱাৰেপৰা চলি আহিছিল ; পিচে আহোমৰ শেহ-ৰজা চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱে 'খৰিকাটন' বুলি পুৰাত ।/০ পাঁচঅনাকৈ নিস্পিখেৰাজ মাটিত কৰ লগায়, আৰু মানৰ দিনতো সেই কৰ চলিছিল। অসম যেতিয়া বৃটিচ দখলত পৰিল, তেতিয়া ওপৰত কোৱা আটাইবিলাক স্বত্ব লোপ বা ৰদ কৰা হল ; কিন্তু সেই কালৰ বৃটিচ শাসনকৰ্ত্তা মিষ্টাৰ

ডেভিদ স্কট চাহাবে তাক সমূলঞ্চে ৰদ নকৰি, আগৰ নিৰ্দ্ধাৰিত নিৰিখৰ লগতে আৰু অলপ যোগ দি, নিষ্পিখেৰাজ আৰু লাখেৰাজ দুয়োবিধৰে একাকাৰে পুৰাত ॥• আধলিকৈ ৰাজহ ধাৰ্য্য কৰে।

১৮৩৪ খ্ৰীষ্টাব্দত কেপ্টেইন জেন্‌কিন্সৰ তলে, কেপ্টেইন বগেল আৰু কেপ্টেইন মেথিৰ দ্বাৰা অসমৰ আহোম ৰাজপ্ৰদত্ত দেৱোত্তৰ, ব্ৰহ্মোত্তৰ, ধৰ্ম্মোত্তৰ আৰু আন-আন সেই বিধৰ ভূস্বত্বৰ বিষয়ে অনুসন্ধান কৰোৱা হয়, আৰু তাৰ কাৰ্য্য ১৮৬০ খ্ৰীষ্টাব্দলৈকে চলে। ইয়াৰ ভিতৰত জেনেৰেল জেন্‌কিন্সৰ বিচাৰ আৰু সিদ্ধান্ত অনুযায়ী ব্ৰহ্মোত্তৰ, ধৰ্ম্মোত্তৰ আৰু আন তেনেকুৱা লাখেৰাজ মাটিৰপৰা দেৱোত্তৰ ভূমি পৃথক কৰা হয়; আৰু আহোম ৰাজপ্ৰদত্ত দেৱোত্তৰ ভূমিৰ ৰাজহ সম্পূৰ্ণে ৰেহাই দি, যিবিলাক ব্ৰহ্মোত্তৰ, ধৰ্ম্মোত্তৰ আৰু আন-আন তেনে বিধৰ মাটি আচলতে আহোম ৰজাই দান কৰিছিল সেইবিলাকৰ পুৰাত আধলিকৈয়ে ৰাজহ ধাৰ্য্য কৰি ৰাখিলে; আৰু যিবিলাক লাখেৰাজ বা নিষ্পিখেৰাজ মাটি আহোমৰাজে দান কৰাৰ ভাল প্ৰমাণ পোৱা নগল সেইবিলাক ৰায়তোৱাৰী শ্ৰেণীভুক্ত কৰি সকলোবিধ সাধাৰণ মাটিৰ ৰাজহ পুৰাত ১৲ এটকাকৈ ধাৰ্য্য কৰা হল। তাৰ পাচত ১৮৭২ খ্ৰীষ্টাব্দৰপৰা ১৮৭৯ লৈকে গৱৰ্ণমেণ্টে অসমত ভূস্বত্বৰ নিয়ম-নিৰ্ব্বন্ধবিষয়ে আকৌ সাতবছৰ অনেক লিখালিখিৰে সৈতে আলোচনা কৰে; কিন্তু শেহন্তৰত জেনেৰেল জেন্‌কিন্সৰ নিয়ম-নিৰ্ব্বন্ধেই বাহাল ৰয়। সেই কালত অৰ্দ্ধ ৰাজহ দিওঁতা বিলাককো লাখেৰাজদাৰ বোলা হৈছিল, কিন্তু আচলতে সিবিলাক নিষ্পিখেৰাজদাৰ হে। নিষ্পিখেৰাজদাৰবিলাকে আৰু এটা সুবিধা ভোগ কৰে যে, সিবিলাকৰ দখলৰ পতিত মাটিৰপৰা কোনো আৰ্জোন নহলে তাৰ বাবে সিবিলাকে ৰাজহ দিব নালাগে। এই নিষ্পিখেৰাজ স্বত্বৰ লেখ অকল কামৰূপ জিলাতে চাৰিভাগৰ তিনিভাগ পৰিছে; আহোম

ৰাজত্বৰ শেহছোৱাত, বিশেষকৈ গুৱাহাটীত আহোম ৰাজধানী পাতিবৰ-পৰা ব্ৰহ্মোত্তৰ আৰু ধৰ্ম্মোত্তৰ মাটিৰ লেথ বাঢ়ি কামৰূপত নিষ্পিখেৰাজ-দাৰৰ সংখ্যা এই দৰে বঢ়ালে।

ওপৰত কোৱা কেইবিধত বাজেও অসমত চমুৱ, খাট, দহ-কুৰীয়া আৰু ডুপইচীয়া লাখেৰাজ আৰু নিষ্পিখেৰাজ ভূস্বত্ব আছে। চমুৱাদাৰে ৰায়তোৱাৰী নিৰিখেই ৰাজহ দিব লাগে; কিন্তু এটা সুবিধা এই যে, তেওঁ সাধনীদাৰ, মৌজাদাৰ, তহচীলদাৰ প্ৰভৃতি বিষয়াৰ জৰিয়তে নোশোধাই পোনহাতে ৰাজভঁড়ালত ৰাজহ জমা দিবগৈ পাৰে, আৰু মুঠ জমাৰ ওপৰত তেওঁ শতকৰা ১০৲ দহটকাকৈ কমিচন পায়। এনে ভূস্বত্ব অসমত মুঠেই একেখন। গোটেই অসমত খাটও মুঠেই ৪ চাৰিখনহে;—এখন নগাওঁত, এখন লক্ষীম্পুৰত, ডুখন কামৰূপত। ইয়াৰ ভিতৰৰ ডুজন খাটদাৰক মৌজাদাৰ বুলিয়েই ধৰিব পাৰি; আন ডুখন খাটত মাথোন পটা বাজে বাজে ৰায়তৰ নামে নিদি খাটদাৰৰ নামে দিয়া হয়। দহ-কুৰীয়া স্বত্বত ৰাজহ কুৰিটকাৰ ওপৰ হলে স্বত্বাধিকাৰীয়ে মুঠ ৰাজহৰ অৰ্দ্ধেক ৰেহাই পায়, আৰু দহটকাৰপৰা কুৰিটকাৰ ভিতৰত হলে দহৰ ওপৰে যি ৰাজহ হয় তাৰহে অৰ্দ্ধেক ৰেহাই দিয়া হয়। এই বিধৰ ভূস্বত্ব শিৱসাগৰত চাৰিখন আছে। ডুইপইচীয়া ভূস্বত্ব মুঠেই ৯ নখন। ইয়াৰ মুঠ মাটিকালি ২৭৫৫ একৰ, আৰু ৰাজহ বিঘাত ৶৬ ছয়পাইকৈ দিব লাগে। এনে ভূস্বত্ব কেৱল দৰং আৰু লক্ষীম্পুৰত হে আছে।

চিৰস্থায়ী ভূস্বত্বৰ চিন অসমৰ অকল গুৱালপাৰত হে আছে। পূব ডুৱাৰক এৰি ১৯ খন চিৰকলীয়া আৰু ৮ খন অলপদিনীয়া বন্দবস্তীৰ ভূমিয়েই গোটেই জিলাখনকে সামৰিছে। সেই ১৯ খনৰ ৯ খন চৌধুৰী বিলাকৰ সীমাত, আৰু বাকী ১০ খনৰ সৰহ ভাগ আগৰ ৰাজহ ৰেহাই পোৱা মাটি, আৰু এতিয়া এটা চিৰস্থায়ী জমাত ধাৰ্য্য হৈছে। ৮ খন

অলপদিনীয়া বন্দবস্তীৰ স্বত্বৰ ৫ থনৰ বছৰি ডাক হয়; তুথন লাখেৰাজ, আৰু এথন গৱৰ্ণমেণ্টে জমিদাৰৰপৰা দান পাইছে।

পূবতুৱাৰ ভাগ ৫ পাঁচ ভাগে বিভক্ত।—(১) বিজ্নী, (২) চিদ্লী, (৩) চিৰাং, (৪) ৰিফু, আৰু (৫) গুমা। ইয়াৰ ভিতৰৰ শেহৰ তিনি ভাগ সম্পূৰ্ণে গৱৰ্ণমেণ্টৰ সম্পত্তি; আৰু ইয়াৰ বন্দবস্তী খাচ অসমৰ ৰায়তোৱাৰীৰ নিচিনা;—বিভিন্ন ইমানেই হে যে, ইয়াৰ সৰহ ভাগ মাটি-ৰেই একচনীয়া বন্দবস্ত আৰু ৰাজহৰ নিৰিখো খাচ অসমৰ ৰায়তোৱাৰী স্বত্বৰ নিৰিখতকৈ কম। বিজ্নী আৰু চিদ্লী সেই সেই নামৰ ৰজাৰ জমিদাৰী। চিদ্লী জমিদাৰী গৱৰ্ণমেণ্টে চলায়; ৰজাই মুঠেই মালিকানা বুলি মুঠ জমাৰপৰা শতকৰা ২০৲ টকাকৈ ৰাজহৰ ভাগ পায়। বিজ্নী জমিদাৰী ১৯০১ খ্ৰীষ্টাব্দত ৰাণীৰ নামে দহবছৰলৈ নতুন বন্দবস্তী হৈছিল, আৰু সেইমতে ৰাণী মুঠ ৰাজহৰ শতকৰা ৮০৲ টকাৰ গৰাকিনী। এতিয়া ১৯১১ খ্ৰীষ্টাব্দৰ ৩১ মাৰ্চ্চত সেই বন্দবস্তীৰ কাল উকলি যোৱাত, পুনঃ বন্দবস্তীৰ প্ৰস্তাৱ গৃহীত নোহোৱালৈকে আগৰ বন্দবস্তীৰ নিয়ম-নিৰ্ব্বন্ধৰে দিন দীঘলাই দিয়া হৈছে।

---

# ৩। আধ্যা।

## চাহখেতি।

আসামত চাহৰ খেতিটো বৰ প্ৰবল, আৰু ইয়াত অতি উত্তম চাহ উৎপন্ন হয়। এই চাহৰ নিম্িত্তেই আওহতীয়া আসামৰ নাম আজি-কালি পৃথিৱীৰ উন্নত দেশবিলাকত জনাজাত হৈছে। কিন্তু, এই খেতি অসমৰ নিজাপী খেতি নহয়; অৰ্থাৎ বৃটিচ গৱৰ্ণমেণ্টৰ আগমনৰ পূৰ্ব্বে অসমত চাহখেতি নাছিল। বৃটিচ গৱৰ্ণমেণ্টৰ সু-শাসনে অসম-

দেশৰ মানুহৰ অৱস্থাৰ বিৰূপে ভালৰ ফালে পৰিবৰ্ত্তন ঘটালে, চাহ-খেতিয়েও ৰত্নপ্ৰসূতী অসম ভূমিৰ উৎকৰ্ষতা সেই দৰে প্ৰকাশ কৰিলে। ইয়াত বাজেও, চাহখেতিয়ে অসমীয়া মানুহলৈ জীবিকা আৰ্জ্জনৰ এটা সুগম বাট মুকলি কৰিলে। চাহখেতিৰ নিমিত্তে ভাৰতবৰ্ষৰ আন ঠাইৰপৰা কামকৰা মানুহ আনিব লগা হোৱাত, আৰু শেহস্তৰত সেই মানুহৰ সৰহভাগ ইয়াতে বসতি কৰি থকাত, অসমদেশৰ লোকসংখ্যাও ভালেমান গুণে বাঢ়িছে; এনে কি, বৰ্ত্তমানত আসামৰ মোট লোক-সংখ্যাৰ আঁঠভাগৰ এভাগ এই দৰে বসতি কৰা নতুন মানুহ। তদুপৰি, এই চাহখেতিৰ নিমিত্তেই আসামত জাহাজাদিৰ চলাচল, ৰেল আৰু বাট-ঘাটৰ সু-ব্যৱস্থা হৈছে। মুঠকৈ কবলৈ গলে, এই চাহখেতিৰপৰা অসমদেশৰ মাটি আৰু মানুহৰ বহুল উন্নতি আৰু উপকাৰ হৈছে।

আসামত পোন-প্ৰথম চাহখেতি ব্ৰহ্মপুত্ৰ আৰু কুণ্ডিল নৈৰ মাজৰ বালি-চাপৰিত গৱৰ্ণমেণ্টে মুকলি কৰে। এই ঠাইত চাহৰ খেতি ভাল নোহোৱাত, কেইবছৰমানৰ পাচত তাৰপৰা খেতি তুলি নি জয়পুৰত নতুনকৈ চাহ-বাগিছা খোলা হয়। তাৰ পাচত, ১৮৪০ খ্ৰীষ্টাব্দত গৱৰ্ণ-মেণ্টে সেই বাগিছা "আসাম কোম্পানীক" বেচি দিয়ে। সিবিলাকে ইয়াৰ লগতে ডিব্ৰুগড়ত আৰু বুঢ়ীদিহিং ও টিঙ্গিৰী নৈৰ মাজৰ চাপৰিত নতুনকৈ বাগিছা খুলি তাৰ উন্নতি ক্ৰমাৎ বঢ়াবলৈ ধৰে। তেতিয়া চাহগুটি প্ৰায় সমুদায় চীন দেশৰপৰা অনা হৈছিল। আগ-ডোখৰত এই চাহখেতিত কোম্পানীয়ে লাভ দেখাব পৰা নাছিল, বৰঞ্চ এই খেতিৰপৰা সিবিলাকৰ বিস্তৰ ক্ষতি হৈছিল। কিন্তু, ১৮৫২ খ্ৰীষ্টাব্দৰপৰা ইয়াৰ উন্নতি হবলৈ ধৰাত, কোম্পানীয়ে এই কাৰবাৰত লাভৰ মুখ দেখে; ১৮৫৯ খ্ৰীষ্টাব্দত ৪০০০ একৰ মাটিত এই খেতি বিস্তাৰিত হয়, আৰু কোম্পানীয়ে ৭৬০০০০ পাউণ্ড্ চাহৰ ৰপ্তানি

দেখায়। গৱৰ্ণমেণ্টৰপৰা কিনি লোৱাৰ পাচত, কোম্পানীয়ে উজনি আসামত ১৮৫৩ খ্ৰীষ্টাব্দলৈকে আৰু ৯ খন চাহবাগিছা নতুনকৈ খোলে। উজনি আসামত "আসাম কোম্পানী"য়ে চাহখেতিৰ বহুল উন্নতি কৰি তাৰপৰা বিস্তৰ লাভ কৰা দেখি, পাচলৈ আন-আন ইংৰাজ কোম্পানীয়ে আসামৰ আন-আন ঠাইত নতুন-নতুনকৈ চাহবাগিছা খুলি, অলপ দিনৰ ভিতৰতে এই কাৰবাৰ জিলিকাই তুলিলে। উজনি আসামৰ আহিৰে চুৰমা উপত্যকাতো চাহ-বাগিছা খুলিবলৈ কোম্পানীয়ে কাৰবাৰ কৰিবলৈ ধৰিলে, আৰু ১৮৫৫ খ্ৰীষ্টাব্দত ছিলট জিলাত পোন-প্ৰথম চাহ-বাগিছা খোলা হয়। ইয়াৰ পাচত, দুয়ো উপত্যকাতে চাহ-বাগিছাৰ সংখ্যা ক্ৰমাৎ বাঢ়িবলৈ ধৰে, আৰু এই খেতিৰ কাৰবাৰৰপৰা ইউৰোপীয় কোম্পানীয়ে কৌটী-কৌটী টকা লাভ কৰিব লাগিছে।

সন্তোষৰ কথা, আজিকালি অসমীয়া মানুহেও আসামৰ চাহ-খেতিত উৎসাহেৰে হাত দিছে। আৰু, কোনো-কোনোৱে তাৰপৰা বিস্তৰ লাভ কৰি বৰ উন্নত অৱস্থা লাভ কৰিছে। অসমীয়া মানুহে চাহ-খেতি কৰি বা চাহ-বাগিছাৰ কাৰবাৰ চলাই কৃতকাৰ্য্য হোৱাৰ ভিতৰত যোৰহাটৰ ৺ ৰায় জগন্নাথ বৰুৱা বাহাদুৰ এজন অগ্ৰগণ্য পুৰুষ। তেওঁৰ আৰ্হিয়ে অসমীয়াৰ ভিতৰত স্বাধীন কাৰবাৰত কৃতীত্ব লাভ কৰি গণ্য-মান্য আৰু অৱস্থাপন্ন হবলৈ চিৰকাল বল দিব।

# আধ্যা

## পৰ্ব্বতীয়া আৰু দাঁতিয়লীয়া জাতি।

মিৰি।—ইহঁতৰ বসতি আসামৰ উত্তৰ সীমাত। ইহঁতে পৰ্ব্বত আৰু ভৈয়াম দুয়ো ঠাইতে বাস কৰে। মিৰিবিলাক বৰ শান্ত। ইহঁতে সময়ত আবৰ বৰোৱা কামত গৱৰ্ণমেণ্টক সহায় কৰে। সেই কাৰণে, গৱৰ্ণমেণ্টে ইহঁতক বছৰি ১১১৮৲ টকাকৈ পাঁচা দিয়ে।

মিচিমি।—দিবং আৰু ব্ৰহ্মকুণ্ডৰ মাজৰ ঠাইতে মিচিমিবিলাকে বাস কৰে। চুলিকটা, বেবেজিয়া, ডিগৰু আৰু মিজু নামে ইহঁতৰ চাৰি জাত আছে। ইহঁত আদিছোৱাত বৰ দুৰ্দ্দান্ত আছিল। ১৮৫৪ খ্ৰীষ্টাব্দত মিজু মিচিমিয়ে আৰম্ভ কৰি, কেইওজাত মিচিমিয়ে মাজে-সময়ে ভৈয়ামত উৎপাত ঘটাবলৈ ধৰে। অৱশেষত, ১৮৬৬ খ্ৰীষ্টাব্দত মিচিমিহঁতক ভেটা দি ৰাখিবলৈ খামতী ৰণুৱা ৰাখিবলৈ নিয়ম কৰা হয়। তথাপি, মিচিমিহঁতে মাজে-সময়ে খ্ৰীঃ ১৮৯৯ চনলৈকে উৎপাত ঘটাবলৈ এৰা নাই।

খামতী।—ইহঁতৰ বিষয়ে আগেয়ে কৈ অহা হৈছে। শদিয়াত বাস কৰা খামতী আৰু নাৰায়ণপুৰত স্থাপিত হোৱা খামতীবিলাক গৱৰ্ণমেণ্টৰ খাচ প্ৰজাৰ ভিতৰত গণ্য, আৰু সিহঁতে ৰাজহ দিব লাগে। কিন্তু, টেঙ্গাপানীত বাস কৰা খামতীবিলাকে গৱৰ্ণমেণ্টৰে সৈতে মিত্ৰতা হে ৰাখিছে, কৰ-কাটল একো শোধাব নালাগে।

চিংফৌ।—ইহঁতৰ আদি বসতিৰ ঠাই পাটকাই পৰ্ব্বতৰ নামনিত। তাত ইহঁতক কাকীয়ান বোলে। বুঢ়ীদিহিং, ন-দিহিং আৰু টেঙ্গাপানীৰ মাজত বাস কৰা বিলাকক হে চিংফৌ নামে জনা যায়।

ইহঁত বৰ যুঁজাৰু জাতি। মোৱাঁমৰীয়া বিদ্রোহৰ সময়ত ইহঁতৰো গা উঠিছিল। আৰু, তেতিয়া চিংফৌইঁতে আহোম ৰজাক নুমনা হৈ উঠিছিল। তাৰেপৰা বহুকাল নিটাল মাৰি থাকি, তিপাম ৰজাৰ যোগে, ১৮৪৩ খ্ৰীষ্টাব্দত ইহঁত আকৌ জঁকি উঠিছিল; আৰু কেইবা মাহলৈকে গৱৰ্ণমেণ্টৰে সৈতে সিহঁতে ৰণ পাতিছিল। অৱশেষত চিংফৌইঁত বৃটিচ গৱৰ্ণমেণ্টৰ শৰণাগত হবলৈ বাধ্য হল। এতিয়া সিহঁতে কানি খাই আগৰ তেজ হেৰুৱাইছে।

আবৰ।—বৃটিচ অধিকাৰৰ উত্তৰ-পূব প্ৰান্তত আবৰৰ পৰ্ব্বত। ইহঁতৰ দোৱান মিৰিৰে সৈতে অলপ মিলে। কিন্তু, ইহঁত বৰ অঁকৰা জাতি। আৰু, সহজে বৰাব নোৱাৰি কাৰণেই ইহঁতক 'আবৰ' বোলা যায়। ইহঁতে ১৮৪৮ খ্ৰীষ্টাব্দৰপৰা মাজে-সময়ে ভৈয়ামৰ বৃটিচ ৰাজ্যত উপদ্ৰৱ কৰি আছিল; আৰু, ১৮৫৮ খ্ৰীষ্টাব্দত ইহঁতৰ এটা ডাঙৰ উৎপাত অসহনীয় হৈ উঠে। গৱৰ্ণমেণ্টে সিহঁতৰ বিৰুদ্ধে কেইবাবাৰো যাত্ৰা কৰাই সিহঁতক বলে নোৱাৰিছিল। অৱশেষত, ১৮৫৯ খ্ৰীষ্টাব্দত বৃটিচৰ বৰ শকত সৈন্য-বল পঠিয়াই হে আবৰহঁতক অলপ শান্ত কৰোৱা হল। তেতিয়াৰপৰা সিহঁতক কোৰ, লোণ, কানি, ধঁপাত, ৰম-চেৰাপ ইত্যাদি দি বৰিবৰ নিয়ম কৰা হয়। কিন্তু, সিহঁতক ইমানতো প্ৰকৃতপক্ষে বৰাব পৰা নহল। ১৮৯৩ খ্ৰীষ্টাব্দত আবৰহঁতে বৃটিচ পুলিচৰ ওপৰত আক্ৰমণ কৰি আকৌ ভয়ানক উৎপাত লগায়। গতিকে, গৱৰ্ণমেণ্টে পুনঃ সিহঁতৰ বিৰুদ্ধে লৰিব লগাত পৰে, আৰু একেৰাহে সাতবছৰ লাগি, ১৯০০ খ্ৰীষ্টাব্দত হে আবৰক আকৌ অলপ শান্ত কৰিব পাৰিছে। কিন্তু সিমানতো আবৰহঁতক বৰাব পৰা নহল। সিহঁতে আকৌ ১৯১১ খৃষ্টাব্দৰ মাৰ্চ্চ মাহত শদিয়াৰ পলিটীকেল এজেণ্ট মিঃ উইলিয়মচন, ডাক্তাৰ গ্ৰিগেৰ্চন আৰু ৪০ জন বৃটিচ প্ৰজা কাটি গৱৰ্ণমেণ্টৰে সৈতে

ফেৰ পাতি লয়। গৱৰ্ণমেণ্টে বিপুল আয়োজনৰে সৈতে আবৰৰ



আবৰ জাতি।

বিৰুদ্ধে যাত্ৰা কৰাই সিহঁতক বশ মনাইছে আৰু আবৰ পৰ্ব্বতত মিঃ

উইলিয়ম্‌চনৰ স্মৃতিস্তম্ভ স্থাপন কৰি, সেই ঠাই বৃটিচ শাসনৰ অধীনলৈ আনি শদিয়াৰে সৈতে এটা সীমান্ত বিভাগ গঠিত কৰা হৈছে।

অঁকা।—দৰং জিলাৰ উত্তৰ সীমাত অঁকা পৰ্ব্বত। ইহঁত দুজাত,—হাজাৰিখোৱা অঁকা আৰু কপাহচোৰ অঁকা। শেহৰ বিধ বৰ দুৰ্দ্দান্ত। সিহঁতৰ টাগি ৰজাই বৃটিচ প্ৰজাৰ গাৱঁত ভালেমান উপদ্ৰৱ কৰাৰ দোষত, ১৮২৯ খ্ৰীষ্টাব্দত তাক ধৰি আনি গুৱাহাটীৰ বৰফাটকত বন্দী কৰি ৰখা হৈছিল। পিচে, ১৮৩২ খ্ৰীষ্টাব্দত এৰি দিয়া মাত্ৰকে টাগি ৰজাই আকৌ বালিপাৰাৰ গাওঁ আৰু থানা আক্ৰমণ কৰিলেহি। ইয়াৰ পাচতো ঘনাই উৎপাত লগোৱাত, টাগি ৰজাক ধৰাই আনি ভৈয়ামত বাস কৰিবলৈ দিয়া হল। ইয়াৰ পাচত, গৱৰ্ণমেণ্টে সীমা ঠেলি নিয়া বুলি অঁকাহঁতে ১৮৯৩ খ্ৰীষ্টাব্দত কেইবাজনো দেশী কৰ্ম্মচাৰীক ধৰি নিআটক কৰিলেগৈ। এইবাৰে গৱৰ্ণমেণ্টে ততালিকে সিহঁতক বশ কৰিব নোৱাৰিছিল। অৱশেষত অঁকাবিলাক শৰণাগত হোৱাত, বৃটিচ গৱৰ্ণমেণ্টে সিহঁতক বছৰি ৭০০৲ টকা পঁচা দিবলৈ নিয়ম কৰে।

ডফলা।—অঁকা পৰ্ব্বতৰ পূবে ডফলা পৰ্ব্বত। ইহঁতৰ দোৱান মিৰি আৰু আবৰৰ লগত অলপ মিলে। আহোম ৰাজত্বত ডফলাহঁতৰ উৎপাতৰ কথা ইতিপূৰ্ব্বে কৈ অহা হৈছে। বৃটিচ শাসনতো সিহঁতে ১৮৫২খ্ৰীষ্টাব্দলৈকে ঘনাই উপদ্ৰৱ কৰিছিল। আন কি, সিহঁতক পঁচা দিবলৈ নিয়ম কৰাৰ পাচতো, ১৮৭০ আৰু ১৮৭২ খ্ৰীষ্টাব্দত সিহঁতে বৃটিচ গাওঁ আক্ৰমণ কৰিছিলহি। অৱশেষত নানা উপায়ে সিহঁতক বৰাই, বছৰি ৪১৩০৲ টকা পঁচা দিবলৈ গৱৰ্ণমেণ্টে নিয়ম চলাইছে।

আপাটাঙ্গা।—ইহঁত ডফলাৰে এটা ঠাল-বিশেষ। আৰু, ইহঁতক 'অঙ্কা' নামেও জনা যায়। উত্তৰলক্ষীম্‌পুৰ মহকুমাৰ উত্তৰ সীমাৰ প্ৰান্তস্থ পৰ্ব্বতশাৰীৰ নামনিত আপাটাঙ্গা বা অঙ্কাবিলাকৰ বসতি।

ভোটৰ দুৱাৰৰ বাবে গৱৰ্ণমেণ্টে ভুটীয়াক পঁচা দিয়ে।

১৮৯৬ খ্রীষ্টাব্দত ইহঁতে বৃটিচ ৰাজ্যত সোমাই বৃটিচ প্ৰজা গোটাচেৰেক ধৰি নিয়াত, গৱৰ্ণমেণ্টে সিহঁতৰ বিৰুদ্ধে এদল সৈন্য পঠিয়ায়। আৰু, সিহঁতক ৰণত ঘটাই সিহঁতে ধৰি নিয়া বন্দী উদ্ধাৰ কৰি অনা হয়। কিন্তু, আপাটাঙ্গাবিলাকে এতিয়াও বৃটিচৰ বশ মনা নাই।

নগা।—'নগ্ন' বা 'নাঙ্গঠ'ৰপৰা 'নগা' বোলা হৈছে। কোনোৱে 'নাগ' শব্দৰপৰাও ইয়াৰ উৎপত্তি ধৰে; এই অৰ্থত নগাহঁতক নাগ বা সৰ্পৰ লগত তুলনা কৰা হয়। আঙ্গামী নগাবিলাকৰ বিষয়ে ওপৰত উল্লেখ কৰা হৈছে। তাত বাজেও, পূবলৈ নামচাঙ্গীয়া, জবৰিয়াল, টাবলুঙ্গীয়া প্ৰভৃতি কেইবিধমান নগা আছে। ইহঁতে আহোম ৰজাৰ দিনৰেপৰা ভৈয়ামৰ মানুহৰে সৈতে কাৰবাৰ চলাই আছিল। এতিয়াও সিহঁতে সেই নিয়মেই চলিছে। ১৮৭৯ খ্রীষ্টাব্দত নাগাহিলত হোৱা খনমা ৰণৰ পাচৰপৰা বৃটিচ শাসনত নগাহঁতে আৰু কোনো উৎপাত লগোৱা নাই।

ভুটীয়া।—১৮৬৪ খ্রীষ্টাব্দত ভুটীয়া-দুৱাৰ দেৱানগিৰি বৃটিচ গৱৰ্ণমেণ্টে অধিকাৰ কৰাৰ কথা ইতিপূৰ্ব্বে কোৱা হৈছে। ইয়াৰ পাচতো, ভুটীয়াবিলাকে বৃটিচ ৰাজ্যত মাজে-সময়ে উপদ্ৰৱ কৰিবলৈ এৰা নাছিল। অৱশেষত, দৰঙ্গৰ ভুটীয়া দুৱাৰ আৰু পূবে কৰিয়াপাৰা দুৱাৰ পৰ্য্যন্ত গৱৰ্ণমেণ্টে লোৱাৰ বন্দৱস্ত হয়। সেইবাবে উদলগুৰি হাটত বছৰি ৫০০০৲ টকা ভুটীয়াক পঁচা দিবলৈ স্থিৰ হয়। তত বাজেও, চাৰিদুৱাৰৰ ভুটীয়াক ১৭৪০৲ টকা, আৰু থেবেঙ্গীয়া ভুটীয়াক ১৪৬৲ টকাকৈ বছৰি পঁচা দিয়াৰ নিয়ম চলিছে।

---

অন্ত।

# ওপৰঞ্চি।

## দানৱবংশী আৰু অসূৰবংশী ৰজা।

১। মহীৰঙ্গ দানৱ
২। হতকাসুৰ
৩। সম্বৰাসুৰ।
৪। ৰত্নাসুৰ।
৫। ঘটক কিৰাট।
৬। নৰকাসুৰ।
৭। ভগদত্ত।
৮। বজ্রদত্ত
৯। প্রলম্ভ।
১০। সালস্তম্ভ।
১১। পালকবিজয়।
১২। হর্জৰ।
১৩। বনমালদেৱ।
১৪। জয়মালদেৱ।
১৫। বীৰবাহু।
১৬। বলবর্ম্মদেৱ।
১৭। সুবাহু।

---

## বিবিধ বংশৰ ৰজা।

১। ভীষ্মক ৰজা।
২। বাণ ৰজা।
৩। দেৱেশ্বৰ।
৪। নাগশঙ্কৰ।
৫। সঙ্কল।
৬। কুমাৰ ভাস্কৰবর্ম্মা।

---

## জীতাৰিবংশী ৰজা।

১। ধর্ম্মপাল।
২। সুৰলী।
৩। পদ্মনাৰায়ণ।
৪। চন্দ্রনাৰায়ণ।
৫। মহেন্দ্রনাৰায়ণ।
৬। প্রাণনাৰায়ণ।
৭। জয়নাৰায়ণ।
৮। ক্ষোভনাৰায়ণ।
৯। ৰামচন্দ্র বা মায়ামত্ত কিম্বা প্রতাপপুৰীয়া।
১০। আৰিমত্ত।
১১। ৰত্নসিংহ।
১২। জোঙ্গাল বলহু।

## পালবংশী ৰজা।

১। ব্ৰহ্মপাল।
২। ৰত্নপাল।
৩। পুৰন্দৰপাল।
৪। ইন্দ্ৰপাল।
৫। কুমাৰপাল।
৬। ধৰ্ম্মপাল।
৭। দেবপাল।
৮। জয়পাল।
৯। বিগ্ৰহপাল ১ম,।
১০। নাৰায়ণপাল।
১১। ৰাজপাল।
১২। গোপাল।
১৩। বিগ্ৰহপাল ( ২য়, )।
১৪। মহাপাল।
১৫। ন্যায়পাল।
১৬। বিগ্ৰহপাল (৩য়,)।

## খেনবংশী ৰাজা।

১। নীলধ্বজ ( খ্ৰীঃ ১২১০-১২৯৫ )। ২। দুৰ্ল ভ নাৰায়ণ ( খ্ৰীঃ ১২৯৫-১৩৩০ )। ৩ আৰু ৪। অজ্ঞাত ( খ্ৰীঃ ১৩৩০-১৪২০ )। ৫। চক্ৰধ্বজ ( খ্ৰীঃ ১৪২০-১৪৫৫ )। ৬। নীলাম্বৰ ( খ্ৰীঃ ১৪৫৫-১৫১০ )।

## অহম বা আহোম ৰজা।

| ৰজাৰ নাম। | ৰাজত্বৰ কাল। | ৰজাৰ নাম। | ৰাজত্বৰ কাল। |
|---|---|---|---|
| ১। চুকাফা | খৃঃ ১২২৯—১২৬৮ | ১১। চুচেনফা | খৃঃ ১৪৩৯—১৪৮৮ |
| ২। চুতেউফা | „ ১২৬৮—১২৮১ | ১২। চুহানফা | „ ১৪৮৮—১৪৯৩ |
| ৩। চুবিনফা | „ ১২৮১—১২৯৩ | ১৩। চুপিমফা | „ ১৪৯৩—১৪৯৭ |
| ৪। চুখাংফা | „ ১২৯৩—১৩৩২ | ১৪। চুহুমুং বা | |
| ৫। চুখ্ৰাংফা | „ ১৩৩২—১৩৬৪ | স্বৰ্গনাৰায়ণ | „ ১৪৯৭—১৫৩৯ |
| ৬। চুতুফা | „ ১৩৬৪—১৩৭৬ | ১৫। চুক্লেন্মুং | „ ১৫৩৯—১৫৫২ |
| অৰাজকতা | „ ১৩৭৬—১৩৮০ | ১৬। চুখামফা | |
| ৭। ত্যাওখামথি | „ ১৩৮০—১৩৮৯ | বা খোৰাৰজা | „ ১৫৫২—১৬১১ |
| অৰাজকতা | „ ১৩৮৯—১৩৯৮ | ১৭। চুচেঙ্গফা বা | |
| ৮। চুডাঙ্গফা বা | | | |
| বামুণীকোঁৱৰ | „ ১৩৯৮—১৪০৭ | বুদ্ধিস্বৰ্গনাৰায়ণ | „ ১৬১১—১৬৪৯ |
| ৯। চুজাঙ্গফা | „ ১৪০৭—১৪২২ | ১৮। চুৰমফা | „ ১৬৪৯—১৬৫২ |
| ১০। চুফকফা | „ ১৪২২—১৪৩৯ | ১৯। চুত্যিঙ্গফা | „ ১৬৫২—১৬৫৪ |

| ৰজাৰ নাম। | ৰাজত্বৰ কাল। | ৰজাৰ নাম। | ৰাজত্বৰ কাল। |
|---|---|---|---|
| ২০। চুতাম্লা বা | | ৩১। চুতনফা | |
| জয়ধ্বজসিংহ | খৃঃ ১৬৫৪-১৬৬৩ | বা শিৱসিংহ | খৃঃ ১৭১৪— ১৭৪৪ |
| ২১। চুপুঙ্গমুঙ্গ | | ৩২। চুচেনফা | |
| বা চক্ৰধ্বজসিংহ | „ ১৬৬৩—১৬৭০ | বা প্ৰমতসিংহ | „ ১৭৪৪—১৭৫১ |
| ২২। চুন্যতফা | | ৩৩। চুৰমফা বা | |
| বা উদয়াদিত্য | „ ১৬৭০—১৬৭২ | ৰাজেশ্বৰসিংহ | „ ১৭৫১—১৭৬৯ |
| ২৩। চুক্লনফা | „ ১৬৭২—১৬৭৪ | ৩৪। চুন্যেউফা | |
| ২৪। চুহুঙ্গ | „ ১৬৭৪—এমাহ | বা লক্ষ্মীসিংহ | „ ১৭৬৯—১৭৮০ |
| ২৫। গোবৰৰজা | মুঠে ২০ দিন। | ৩৫। চুহিতপঙ্গফা | |
| ২৬। চুজিনফা | খৃঃ ১৬৭৪—১৬৭৭ | বা গৌৰীনাথসিংহ | „ ১৭৮০—১৭৯৫ |
| ২৭। চুডৈফা | „ ১৬৭৭—১৬৭৯ | ৩৬। কমলেশ্বৰসিংহ | „ ১৭৯৫—১৮১০ |
| ২৮। চুলিকফা | | ৩৭। চন্দ্ৰকান্তসিংহ | „ ১৮১০—১৮১৭ |
| বা লৰাৰজা | „ ১৬৭৯—১৬৮১ | ৩৮। পুৰন্দৰসিংহ | „ ১৮১৭—১৮১৮ |
| ২৯। চুপাতফা | | | |
| বা গদাধৰসিংহ | „ ১৬৮১—১৬৯৫ | ৩৯। চন্দ্ৰকান্ত- | |
| ৩০। চুখ্ৰংফা | | সিংহ ( ২য় বাৰ) | „ ১৮১৮—১৮২১ |
| বা ৰুদ্ৰসিংহ | „ ১৬৯৫—১৭১৪ | ৪০। যোগেশ্বৰ সিংহ | „ ১৮২২—১৮২৪ |

## কোচবংশী ৰজা।

| ৰজাৰ নাম। | ৰাজত্বৰ কাল। | ৰজাৰ নাম। | ৰাজত্বৰ কাল। |
|---|---|---|---|
| ১। বিশ্বসিংহ | খৃঃ ১৪৯০—১৫২৫ | ৭। মহেন্দ্রনাৰায়ণ ( দৰঙ্গী ফৈদ ) | খৃঃ ১৬৩৭—১৬৪৩ |
| ২। নৰনাৰায়ণ | „ ১৫৩৪—১৫৮৪ | ৮। চন্দ্রনাৰায়ণ ঐ | „ ১৬৪৩—১৬৬০ |
| ৩। ৰঘুৰায় | „ ১৫৮৪—১৫৯৩ | ৯। সূৰ্য্যনাৰায়ণ ঐ | „ ১৬৬০—১৬৮২ |
| ৪। পৰীক্ষিত নাৰায়ণ | „ ১৫৯৩—১৬১২ | ১০। ইন্দ্রনাৰায়ণ ঐ | „ ১৬৮৫—১৭২৫ |
| ৫। বলিত নাৰায়ণ | „ ১৬১৪—১৬৩৬ | ১১। আদিত্য নাৰায়ণ ঐ | „ ১৭২৫—১৭২৭ |
| ৬। বিজিতনাৰায়ণ (বেজিনীফৈদ) | „ ১৬৩৭—১৬৪০ | ১২। মধুনাৰায়ণ ঐ | „ ১৭২৭—১৭২৮ |

## ছুটীয়া ৰজা।

( ১২২৩ খ্রীষ্টাব্দৰপৰা ১৫০০ লৈকে )

১। ৰত্নধ্বজপাল।
২। বিজয়ধ্বজ পাল।
৩। বিক্রমধ্বজ পাল।
৪। গৰুড়ধ্বজ পাল।
৫। শঙ্খধ্বজ পাল।
৬। ময়ূধ্বজ পাল।
৭। জয়ধ্বজ পাল।
৮। কৰ্ম্মধ্বজ পাল।
৯। ধৰ্ম্মধ্বজ পাল।
১০। নীতিপাল।

## কছাৰি ৰজা।

| ৰজাৰ নাম। | ৰাজত্বৰ কাল। | ৰজাৰ নাম। | ৰাজত্বৰ কাল। |
|---|---|---|---|
| ১। খুনথৰা | খৃঃ ১৫২৫—১৫৩১ | ১১। তাম্ৰধ্বজ | খৃঃ ১৭০২—১৭০৮ |
| ২। ডেট্‌চুং | „ ১৫৩১—১৫৩৬ | ১২। সুৰদৰ্প | „ ১৭০৮—১৭২১ |
| ৩। শত্ৰুদমন | „ ১৬০০—১৬৩১ | ১৩। হৰিশ্চন্দ্ৰ নাৰায়ণ | „ ১৭২১—১৭৩৫ |
| ৪। নৰনাৰায়ণ | „ ১৬৩১—১৬৩২ | | |
| ৫। ভীমদৰ্প | „ ১৬৩২—১৬৩৭ | ১৪। কীৰ্ত্তিচন্দ্ৰ নাৰায়ণ | „ ১৭৩৫—১৭৬০ |
| ৬। ইন্দ্ৰবল্লভ | „ ১৬৩৭—১৬৪৪ | | |
| ৭। বীৰদৰ্পনাৰায়ণ | „ ১৬৪৪—১৬৭২ | ১৫। সন্ধিকাৰী | „ ১৭৬০—১৭৭১ |
| ৮। গৰুড়ধ্বজ<br>৯। মকৰধ্বজ<br>১০। উদয়াদিত্য | „ ১৬৭২-১৭০২ | ১৬। হৰিশ্চন্দ্ৰভূপতি | „ ১৭৭১—১৭৮৫ |
| | | ১৭। কৃষ্ণচন্দ্ৰ | „ ১৭৮৫—১৮১৩ |
| | | ১৮। গোবিন্দচন্দ্ৰ | „ ১৮১৩—১৮৩০ |

## জয়ন্তীয়াৰ ৰজা।

| ৰজাৰ নাম। | ৰাজত্বৰ কাল। | ৰজাৰ নাম। | ৰাজত্বৰ কাল। |
|---|---|---|---|
| ১। পৰ্ব্বতৰায়<br>২। মাঝোগোঁসাই<br>৩। বুঢ়া পৰ্ব্বতৰায়<br>৪। বৰগোঁসাই<br>৫। বিজয়মাণিক<br>৬। প্ৰতাপৰায়<br>৭। ধনমাণিক | খ্ৰীঃ ১৫০০ —১৬১২ | ১১। যশমন্তৰায়<br>১২। ৰামসিংহ<br>১৩। প্ৰতাপসিংহ<br>১৪। লক্ষ্মীনাৰায়ণ | খ্ৰীঃ ১৬৪৭ — ১৬৯৪ |
| | | ১৫। ৰামসিংহ | খৃঃ ১৬৯৫—১৭০৮ |
| ৮। যশমাণিক | খৃঃ ১৬১২—১৬২৫ | ১৬। জয়নাৰায়ণ<br>১৭। বৰগোসাঁই<br>১৮। ছত্ৰসিংহ<br>১৯। বিজয় নাৰায়ণ<br>২০। ২য় ৰামসিংহ | খ্ৰীঃ ১৭০৮ —১৮৩২ |
| । সুন্দৰৰায়<br>১০। ছোটপ্ৰতাপ ৰায় | খ্ৰীঃ ১৬২৫ —১৬৪৭ | | |

## শ্ৰীহট্টৰ ৰজা।

১। খৰৱান।
২। গকুল।
৩। নাৰায়ণ
৪। গোবিন্দদেৱ।
৫। ঈশানদেৱ।

## মণিপুৰৰ ৰজা।

| ৰজাৰ নাম। | ৰাজত্বৰ কাল। | ৰজাৰ নাম। | ৰাজত্বৰ কাল। |
|---|---|---|---|
| ১। গৰীবনেৱাজ | খৃঃ ১৭১৪-১৭৫০ | ৮। গম্ভীৰসিংহ | খৃঃ ১৮২৩-৩৩ |
| ২। অগতচাহ | „ ১৭৫০-১৭৬৫ | ৯। চন্দ্ৰকীৰ্ত্তিসিংহ | „ ১৮৩৩-৪৪ |
| ৩। জয়সিংহ | „ ১৭৬৫-১৭৯৯ | ১০। নৰজিতসিংহ | „ ১৮৪৪-৫১ |
| ৪। হৰ্ষচন্দ্ৰ | „ ১৭৯৯-১৮০১ | ১১। দেবেন্দ্ৰসিংহ | „ ১৮৫১-৫৫ |
| ৫। মধুচন্দ্ৰ | „ ১৮০১-১৮০৩ | ১২। চন্দ্ৰকীৰ্ত্তি২য়বাৰ | „ ১৮৫৫-৮৬ |
| ৬। চৌৰজিতসিংহ | „ ১৮০৩-১৮১২ | ১৩। সুৰচন্দ্ৰসিংহ | „ ১৮৮৬-৯১ |
| ৭। মাৰ্জ্জিতসিংহ | „ ১৮১২-১৮১৯ | ১৪। চুড়াচন্দ্ৰসিংহ | „ ১৮৯১— |

চলিত আছে।

# বৃটিচ গৱৰ্ণমেণ্ট্।

## কমিচনাৰ।

| শাসনকৰ্ত্তা। | শাসনৰ কাল। |
|---|---|
| মিঃ ডেভিড স্কট ... ... | খ্ৰীঃ ১৮২৩—৩১ চন। |
| কেপ্টেইন নিউভিল ... ... | ,, ১৮২৮—৩০ ,, |
| লেফ্‌টেনেণ্ট জেম্‌চ মেথি ... ... | ,, ১৮৩০—৩১ ,, |
| মেজৰ এডাম হোৱাইট ... ... | ,, ১৮৩১—৩২ ,, |
| মিঃ টি, চি, ৰবাৰ্ট্‌চন ... ... | ,, ১৮৩২—৩৪ ,, |
| জেনেৰেল জেন্‌কিঞ্চ্ ... ... | ,, ১৮৩৪—৬১ ,, |
| কৰ্ণেল হপ্‌কিঞ্চন ... ... | ,, ১৮৬১—৭৪ ,, |

## চীফ কমিচনাৰ।

| | | | | | |
|---|---|---|---|---|---|
| কৰ্ণেল কিটিং ... | ৭ ফেব্ৰুৱাৰী, | ১৮৭৪ | ২১ জুন, | | ১৮৭৮ |
| চাৰ এচ, চি, বেইলী ... | ২২ জুন, | ১৮৭৮ | ১ মাৰ্চ্চ, | | ১৮৮১ |
| মিঃ চি, এ, ইলিয়ট ... | ২ মাৰ্চ্চ, | ১৮৮১ | ৭ জুলাই, | | ১৮৮৪ |
| মিঃ ডব্লিউ, ই, ওৱাৰ্ড ... | ৭ জুলাই, | ১৮৮৩ | ৭ অক্টোবৰ | | ১৮৮৩ |
| মিঃ চি, এ, ইলিয়ট ... | ৭ অক্টোবৰ, | ১৮৮৩ | ২৩ ফেব্ৰুৱাৰী, | | ১৮৮৫ |
| মিঃ ডব্লিউ ই, ওৱাৰ্ড্ ... | ২৩ ফেব্ৰুৱাৰী, | ১৮৮৫ | ৩১ অক্টোবৰ, | | ১৮৮৭ |
| মিঃ ডি, ফিট্‌জ্‌প্ৰেট্ৰিক ... | ৩১ অক্টোবৰ, | ১৮৮৭ | ১৫ জুলাই, | | ১৮৮৯ |
| মিঃ জে, ওৱেষ্টলেণ্ড্ ... | ১৫ জুলাই, | ১৮৮৯ | ২২ অক্টোবৰ, | | ১৮৮৯ |
| মিঃ জে, ডব্লিউ, কুইণ্টন ... | ২২ অক্টোবৰ, | ১৮৮৯ | ২৪ মাৰ্চ্চ, | | ১৮৯১ |
| চাৰ এইচ, কলেট ... | ২৪ মাৰ্চ্চ, | ১৮৯১ | ২৭ মেই, | | ১৮৯১ |
| মিঃ ডব্লিউ, ই, ওৱাৰ্ড ... | ২৭ মেই, | ১৮৯১ | ১৫ জুলাই, | | ১৮৯৪ |
| মিঃ চি, জে, লায়েল ... | ১৭ জুলাই, | ১৮৯৪ | ৪ অক্টোবৰ, | | ১৮৯৪ |

| শাসনকৰ্ত্তা | ... ... | শাসনৰ কাল। |
|---|---|---|
| মিঃ ডবলিউ, ই, ওৱাৰ্ড | ... | ৪ অক্টোবৰ, ১৮৯৪ চন—২৭ নবেম্বৰ, ১৮৯৬ চন। |
| মিঃ এইচ্, জে, এচ্, কটন | ... | ২৭ নবেম্বৰ, ১৮৯৬ „ — ১ মেই, ১৯০০ „ |
| মিঃ জে, বি, ফুলাৰ | ... | ১ মেই, ১৯০০ „ — ১ আগষ্ট, ১৯০০ „ |
| অনাৰেবল মিঃ কটন | ... | ১ আগষ্ট, ১৯০০ „ —২৯ এপ্ৰিল, ১৯০২ „ |
| অনাৰেবল মিঃ ফুলাৰ | ... | ২৯ এপ্ৰিল, ১৯০২ „ —১৬ অক্টোবৰ, ১৯০৫ „ |

## লেফ্‌টেনেণ্ট গৱৰ্ণৰ।

| | | |
|---|---|---|
| চাৰ বেম্‌ফিল্ড ফুলাৰ | ... | ৬ অক্টোবৰ, ১৯০৫ চন—১৯ আগষ্ট, ১৯০৬ চন। |
| চাৰ লেঞ্চলট্ হেয়াৰ | ... | ১৯ আগষ্ট, ১৯০৬ „ —২৩ আগষ্ট, ১৯১১ „ |
| চাৰ চাৰ্লচ্ বেইলী | ... | ২৪ আগষ্ট, ১৯১১ „ —৩১ মাৰ্চ্চ, ১৯১২ „ |

## কাউন্সিলে সৈতে চীফ্ কমিচনাৰ।

অনাৰেবল চাৰ আৰ্চডেল আৰ্ল ... ১৯১২ চনৰ ১ এপ্ৰিলৰপৰা চলি আছে।

ফাইনেন্স বা একজিকিউটিভ্ কমিটীৰ কাউন্সিল-মেম্বৰ।

| | | | |
|---|---|---|---|
| অনাৰেবল মিঃ ডৱলিউ, জে, ৰীড ১৯১৩, ২ জানুৱাৰীৰপৰা চলি আছে। | | | |
| অনাৰেবল মিঃ ডৱলিউ, মেক, চুইট্ | ঐ | ঐ | ঐ |
| অনাৰেবল শ্ৰীযুত পদ্মনাথ গোহাঁই বৰুৱা | ঐ | ঐ | ঐ |
| অনাৰেবল মিঃ এ, বি, হাওকিন্স | ঐ | ঐ | ঐ |
| অনাৰেবল মিঃ এ, ডৱলিউ, বোথাম ১৯১৪ চনৰ ৫ জানুৱাৰীৰপৰা চলিছে। | | | |
| অনাৰেবল মিঃ জে, আৰ, কনিংহাম | ঐ | ঐ | ঐ |
| অনাৰেবল মিঃ কামিনীকুমাৰ চন্দ | ঐ | ঐ | ঐ |
| অনাৰেবল মৌলবী চৈয়দমহম্মদ চাহদুল্লা | ঐ | ঐ | ঐ |

ওপৰঞ্চি অন্ত।



শ্ৰীশ্ৰীকামাখ্যাদেবীৰ মন্দিৰ।

# শুধৰণী।

| পিঠি। | শাৰী। | অশুদ্ধ। | শুদ্ধ। |
|---|---|---|---|
| ১১ | ২০ | নির্ম্মল | নির্ম্মূল |
| ২১ | ১৪ | এজৰ | এজন |
| ২১ | ১৫ | পত্ৰাবৎসলা | প্ৰজাবৎসলা |
| ২৩ | ৪ | উল্লেখৰযোগ্য | উল্লেখযোগ্য |
| ২৩ | ৪ | হোৱ | হোৱা |
| ২৪ | ৬ | আছিক | আদিক |
| ২৫ | ৩,৪,৫ | লক্ষ্মীপুৰ | লক্ষীম্‌পুৰ |
| ২৫ | ১২ | সিবলৈ | নিবলৈ |
| ২৫ | ১৪ | সৌমৰেৰ | সৌমাৰৰ |
| ২৬ | ১৫ | শাৰীৰ "অভিহিত হৈছে;" | ১৪ শাৰীৰ "মাথোন"ৰ আগত বহিব |
| ২৯ | ১ | অশম | অসম |
| ৩০ | ৮ | ১৩২০ | ১৩৩০ |
| ৩০ | ৯ | পাচতা | পাচত |
| ৩০ | ২২ | ঘোঁৰাটলৈকে | ঘোঁৰাঘাটলৈকে |
| ৪১ | ৮ | কথা | থকা |
| ৫২ | ২০ | দোৱাব। | দোৱাঁব ; |
| ৫৪ | ২২ | ব্ৰহ্মপুত্ৰ | ব্ৰহ্মপুত্ৰৰ |
| ৫৫ | ১১ | ১৫৪৯ | ১৫৪৮ |
| ৫৯ | ১১ ও ১৩ | ৰূপ | ৰূপ |
| ৬৩ | ২৫ | ৰমিজুম্লাই | মিৰজুম্লাই |
| ৭৬ | ৯ | বলবন্ত | বলৱন্ত |
| ৮০ | ১২ | ১৭১৮ | ১৭১৪ |

| পিঠি। | শাৰী। | অশুদ্ধ। | শুদ্ধ। |
|---|---|---|---|
| ৮২ | ৯ | শিৰোধাষ্য মানি | শিৰোধাৰ্য্য বুলি |
| ৯৪ | ৬ | মোৰাঁমৰীয়াবিলাক | মোৰামৰীয়াবিলাকে |
| ৯৫ | ১ | অন্তপৰে | অন্ত পৰে |
| ৯৬ | ৫ | নামদি | নাম দি |
| ১১২ | ৫ | পিত | পিট্‌ |
| ১১৮ | ৩ | ভালেনান | ভালেমান |
| ১২৪ | ৫ | বুতকীয়া | যুতকীয়া |
| ১৩১ | ৭ | ৩৫ | ৪৯ |
| ১৩১ | ১৪ | চুহনফা | চুহানফা |
| ১৪৬ | ৮ | ঔৰষত | ঔৰসত |
| ১৫৭ | ২৫ | উপস্থিত | উপস্থিত |
| ১৬৪ | ১৩ | শ্রীহট্টৰ | শ্রীহট্টত |
| ১৬৭ | ১ | আদিচোৰা | আদিছোৰা |
| ১৬৮ | ১০ | গম্ভ ৰসিংহৰ | গম্ভীৰসিংহৰ |
| ১৭৫ | ২ | শেধাব | শোধাব |
| ১৭৬ | ৮ | ৰা ্যত | ৰাজ্যত |
| ১৭৮ | ১১ | ১৮৩৩ | ১৮৮১ |
| ১৭৮ | ২৪ | ১৮৮৩ | ১৮৮৭ |
| ১৮৩ | ১ | স্বগা | স্বৰ্গী |
| ১৮৬ | ১৮ | শাৰীৰ তলত দিয়া বিভগ চিনৰ আঁচ ইয়াত নবহে। | |
| ১৮৬ | ১৯ | গৱৰ্ণমেণ্টৰ | গৱৰ্ণমেণ্টৰ |
| ১৮৬ | ২২ | চি, আই, ই, | চি, এচ্‌, আই, |
| ১৮৭ | ২৩ | শাৰীৰ তলত দিয়া বিভগ চিনৰ আঁচ বহিব নালাগে। | |
| ১৯৯ | ২২ | নিয়ল | নিয়ম |
| ২০৪ | ৩ | ১৪৯০—১৫২৫ | ১৪৮৫—১৫৩৪ |

---

অন্ত।